সোমদেৱ ভট্টৰ

# কথাসৰিৎ-সাগৰ

( দ্বিতীয় খণ্ড )

With best compliment from

Dr. Biswanarayan Shastri, Ex.M.P
"Ritayan"
Redcross road, Chandmari
GUWAHATI-781003.

অনুবাদ আৰু সম্পাদনা

ড° বিশ্বনাৰায়ণ শাস্ত্ৰী

অসম বুক ডিপো

গুৱাহাটী—১ ॥ কলিকতা—৯

*KATHASARIT-SAGAR* ( *second part* ), the Ocean of Story by Somadeva Bhatta *in Sanskrit verse, translated into Assamese* prose by Dr. Biswanarayan Shastri, M. A. D. Litt., Sahitya-Vyakarana-Mimamsa-Shastri, Kavyatirtha and published by ASSAM BOOK DEPOT, Guwahati, 1989. Published with the Financial assistance by the Deptt. of Education, Ministry of Human Resource Development, Govt. of India.

---

প্ৰকাশক :

অসম বুক ডিপো

গুৱাহাটী-৭৮১০০১



মূল্য : ২৫·০০ টকা

ছপা :

শ্ৰীসৰস্বতী প্ৰিণ্টিং ৱাৰ্কছ

বটতলা, শ্ৰীৰামপুৰ

মোৰ সাহিত্য-কৃতি আৰু
কৰ্ম-প্ৰেৰণাৰ উৎস
'গৃহিণী সচিৱঃ সখা মিথঃ'
শ্ৰীমতী মীৰাৰ হাতত....

—বিশ্বনাৰায়ণ

# আমুখ

কথাসৰিৎ-সাগৰৰ প্ৰথম ভাগ সাত বছৰমানৰ আগতে প্ৰকাশ হৈছিল। পৰিকল্পনা অনুযায়ী পিছৰ দুই-তিনিটা ভাগ ইতিমধ্যে প্ৰকাশ হ'ব লাগিছিল, কিন্তু অনিবাৰ্য্য কাৰণত ইমানদিনে প্ৰকাশ নহ'ল। সম্প্ৰতি দ্বিতীয় ভাগ প্ৰকাশ হৈছে। বাধা-বিপত্তি নহ'লে ইয়াৰ পিছৰ ভাগ কেইটাও ছমাহে-বছৰে প্ৰকাশ হ'ব লাগে।

প্ৰথম ভাগৰ আমুখত উল্লেখ কৰা হৈছিল যে ওঠৰটা লম্বকত (অধ্যায়) বিভক্ত ২২,০০০ শ্লোকৰ বিৰাট কলেৱৰৰ এই গ্ৰন্থখনৰ অসমীয়া ভাঙনি, কথা-বস্তুৰ আলোচনা, পৰিশিষ্ট আদিৰে সৈতে ছোৱা-ছোৱাকৈ প্ৰকাশ কৰা হ'ব। প্ৰথম ভাগত প্ৰথম আৰু দ্বিতীয় লম্বক সামৰি লোৱা হৈছে আৰু এই দ্বিতীয় ভাগত তৃতীয়, চতুৰ্থ আৰু পঞ্চম লম্বক অন্তৰ্ভূক্ত হৈছে। বাকী তেৰটা লম্বক ৩টা ভাগত আলোচনাসহ প্ৰকাশৰ আঁচনি আছে। তৃতীয় ভাগ এই বছৰৰ শেষৰ ফালে উলিওৱাৰ দিহা কৰা হৈছে।

প্ৰথম ভাগৰ আমুখত অনুবাদ শৈলী, কথাবোৰৰ সংখ্যা আদি কিছুমান বিষয় আৰু ভূমিকাত কথাসৰিৎ-সাগৰৰ বিষয়ে কিছু আলোচনা কৰা হৈছে। গতিকে সেইখিনি ইয়াত অবিকল নিদি আৱশ্যকীয় একো অংশ দিয়া হ'ল।

* * *

কাশ্মীৰৰ ৰজা অনন্তদেৱৰ মহিষী সূৰ্য্যমতীৰ মনোবিনোদনৰ উদ্দেশ্যে ৰামভট্টৰ পুত্ৰ মহাকৱি সোমদেৱ ভট্টই কথাসৰিৎ-সাগৰ নামৰ এই কথা-গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থৰ ৰচনাকাল ১০৬৩ খ্ৰীষ্টাব্দৰপৰা ১০৮১ খ্ৰীষ্টাব্দৰ ভিতৰত।

সোমদেৱৰ কথাসৰিৎ-সাগৰ প্ৰাচীন কবি গুণাঢ্যৰ বৃহৎকথাৰ আধাৰত ৰচিত। সোমদেৱৰ কে'বা শ বছৰৰ পূৰ্বে গুণাঢ্যই পৈশাচী ভাষাত বৃহৎকথা নামৰ কথা-গ্ৰন্থ ৰচনা কৰিছিল। বৃহৎকথা কেতিয়াবাই লুপ্ত হ'ল। প্ৰথম ভাগৰ ভূমিকাত এই সকলোবোৰ বিষয় বহলাই আলোচনা কৰা হৈছে।

'কথাসৰিৎ-সাগৰ' নামটোৰ ব্যুৎপত্তিগত অৰ্থ হৈছে—আখ্যান উপাখ্যান-ৰূপ জলপ্ৰৱাহৰ সাগৰ, অৰ্থাৎ চমুকৈ সাধুকথাৰ সাগৰ। সাগৰত বিবিধ বস্তু থকাৰ দৰেই কথাসৰিৎ-সাগৰতো প্ৰখ্যাত-অখ্যাত, সৰু-বৰ অলেখ কথা-আখ্যান আছে। এই সকলোবোৰক আমি সাধু, সাধুকথা, কথা আৰু কেতিয়াবা আখ্যান-উপাখ্যান বুলিও উল্লেখ কৰিছোঁ।

কথাসৰিৎ-সাগৰৰ অধ্যায়বিলাকৰ নাম লম্বক (বিস্তৃতি); লম্বকৰ ভাগবিলাকৰ নাম তৰঙ্গ (ঢৌ)। কথাসৰিৎ-সাগৰত মুঠতে ১৮টা লম্বক, ১২৪টা তৰঙ্গ আৰু ২২,০০০ ফাঁকি শ্লোক আছে। গ্ৰীক্ কাব্য ইলিয়াড্ আৰু ওডেচি দুয়োখন একেলগ কৰিলে যিমান ডাঙৰ হয়, কথাসৰিৎ-সাগৰৰ কলেবৰ তাৰ দুগুণ বুলি পাশ্চাত্য মনীষী এন্. এম্. পেঞ্জেৰে কৈছে।

কথাসৰিৎ-সাগৰৰ মূল আখ্যান এজোপা বৰগছৰ দৰে শাখা-প্ৰশাখাৰে বিস্তৃত হৈ পৰিছে। কোনটো ঘাই সাধু, কোনটো তাৰ ভিতৰুৱা আৰু কোনবিলাক প্ৰসঙ্গক্ৰমে অহা আৰু সাধুবিলাকৰ পৰস্পৰ সম্বন্ধ কি বুজিবলৈ সুচল হোৱাকৈ শীৰ্ষক, উপশীৰ্ষক আদি দিয়াৰ উপৰিও সংখ্যা আৰু আখৰেৰে স্থিতি তথা সম্বন্ধৰ সূচনা কৰা হৈছে।

সাধুৰ অৱস্থান পাঠকে সহজে বুজিব পৰাকৈ আৰু লোক-কথাৰ আলোচক-গৱেষকসকলে প্ৰণালীবদ্ধভাৱে উল্লেখ কৰিবলৈ সুচল হোৱাকৈ এই অনুবাদত এটা নিৰ্দিষ্ট পদ্ধতি অনুসৰণ কৰা হৈছে। প্ৰত্যেক লম্বকৰ নাম আৰু সংখ্যা দিয়াৰ লগতে তৰঙ্গৰ সংখ্যা আৰু সাধুৰো সংখ্যা আনুক্ৰমিক ৰূপত উল্লেখ কৰা হৈছে। পুথিৰ প্ৰত্যেক যুগ্ম পৃষ্ঠাৰ ওপৰত গ্ৰন্থৰ নাম আৰু অযুগ্ম পৃষ্ঠাৰ ওপৰত প্ৰথম লম্বক, দ্বিতীয় লম্বক ৰূপে লম্বকৰ সংখ্যা আৰু তাৰ লগতে তৰঙ্গৰো সংখ্যা নিৰ্দেশ কৰা হৈছে। মূল আখ্যান আৰু মূল আখ্যানৰ অন্তৰ্গত উপ-আখ্যান, উপ-উপ-আখ্যান সংখ্যা আৰু ক, খ আদি বৰ্ণেৰে সূচিত হৈছে। পুথিৰ পাত লুটিয়ায়েই পাঠকে ক'ব পাৰিব কোনটো সাধু তেওঁ পঢ়িছে, আৰু মূল আখ্যানৰ বৰ্ণনা ক্ৰমত সেই সাধুটোৰ স্থিতি কি?

কোনো কোনো ঠাইত ঘাই সাধু বা আখ্যানৰ বৰ্ণনা অলপ আগবঢ়াৰ পিছত অন্য উপৰুৱা সাধুৱে আৰম্ভ কৰা বৰ্ণনাৰ অন্তৰায় সৃষ্টি কৰিছে। উপৰুৱা সাধু শেষ হোৱাৰ পিছত দুনাই ঘাই আখ্যান বৰ্ণনা কৰা হৈছে। এনে পৰিস্থিতি একাধিকবাৰ ঘটা দেখা যায়। গতিকে আৰম্ভ কৰা ঘাই বৰ্ণনাৰ অনুসৃতি বুজাবলৈ এনে স্থলত (মুঃ) চিন দিয়া হৈছে। উদাহৰণৰে বিষয়টো স্পষ্ট কৰিব খুজিছোঁ।

* * *

দ্বিতীয় খণ্ড কথাসৰিৎ-সাগৰৰ আখ্যানবিলাক এনে ঃ

তৃতীয় লম্বকৰ নাম লাৱাণক লম্বক। ছটা তৰঙ্গত বিভক্ত এই লম্বকত

দ্বিতীয় লম্বকত আৰম্ভ কৰা উদয়নৰ আখ্যান বৰ্ণনা কৰা হৈছে। মূল আখ্যানৰ অনুবৃত্তিৰ বাবে [ মূঃ ] সংকেত দিয়া হৈছে।

উদয়নৰ সৈতে পদ্মাৱতীৰ বিবাহ, উদয়নৰ নিজৰ ৰাজধানী কৌশাম্বীলৈ প্ৰত্যাৱৰ্ত্তন আৰু দিগ্বিজয়-যাত্ৰাৰে এই লম্বক শেষ হৈছে। অৱশ্যে এই মূল আখ্যানৰ মাজে মাজে বহুত সাধুকথা সুমুৱাই দিয়া হৈছে।

চতুৰ্থ লম্বকৰ নাম নৰবাহন দত্তৰ জন্ম। এই লম্বকৰ তিনিটা তৰঙ্গত উদয়নৰ পুত্ৰ নৰবাহন দত্তৰ জন্ম উপলক্ষ কৰি কেইবাটাও সাধুৰে মূল আখ্যানৰ কলেবৰ পৰিপুষ্ট কৰা হৈছে।

পঞ্চম লম্বকৰ নাম চতুৰ্দাৰিক অৰ্থাৎ চতুষপত্নীক পুৰুষৰ কথা। ইয়াতো নৰবাহন দত্তৰ ভৱিষ্যৎ বিদ্যাধৰত্ব লাভৰ শুভ ইঙ্গিত দিয়া কেইবাটাও উপ-আখ্যান যোগ দিয়া হৈছে। এই তৰঙ্গত মূল আখ্যান সামান্য।

* * *

**অনুবাদৰ প্ৰেৰণা ঃ**

প্ৰায় ত্ৰিশ বছৰৰ আগতে কথাসৰিৎ-সাগৰ প্ৰথমে পঢ়োঁতেই গ্ৰন্থখনৰ অসমীয়া ভাঙনি কৰিবলৈ প্ৰবল ইচ্ছা হৈছিল। পিছে আলচা কথা সিদ্ধি নহ'ল। দুপাত কি চাৰিপাত ভাঙনি কৰাৰ পিছতে অন্য কৰ্ম ক্ষেত্ৰই হাতবাউল দি মতাত কথাসৰিৎ-সাগৰৰ অনুবাদো সিমানতে অপাৰ সাগৰত উটি গ'ল। মোৰ সংকল্প উদ্‌যাপিত নহ'ল। এতিয়া প্ৰায় ত্ৰিশ বছৰৰ পিছত বহুধা বিসৰ্পি কৰ্ম-ব্যস্ততাৰ মাজতে ঢোৌতে খৰ মাৰি বিস্মৃতপ্ৰায় সংকল্প উদ্‌যাপনৰ চেষ্টা কৰিছোঁ।

এনে এটা কঠিন, পৰিশ্ৰমসাধ্য আৰু ব্যয়বহুল কামৰ বাবে আৱশ্যকীয় স্বাস্থ্য আৰু সম্পদ দুয়োটাৰে আমাৰ অভাৱ। ঢৌৱে পিছলৈ টানি উজাবলৈ নিদিয়ে যদিও উজাবলৈকে চেষ্টা কৰি আছোঁ—যাবই লাগিব, চৰৈৱেতি।

**অনুবাদৰ বাবে গৃহীত সংস্কৰণ ঃ**

১৮৩৯ খ্ৰীষ্টাব্দত কথাসৰিৎ-সাগৰ প্ৰথমে জাৰ্মানীত প্ৰকাশ হোৱাৰ পিছত এই গ্ৰন্থৰ কেইবাটাও সংস্কৰণ প্ৰকাশ হৈছে। কেবাটাও ইউৰোপীয় ভাষাত আৰু তিনি-চাৰিটা ভাৰতীয় ভাষাতো ইয়াৰ অনুবাদ ওলাইছে। অসমীয়ালৈ অনুবাদ কৰোঁতে মতিলাল বানাৰসী দাসৰ ( ১৯৭০ খ্ৰীঃ ) সংস্কৰণৰ পাঠকে ঘাইকৈ আহিৰূপে লৈছোঁ যদিও ঠায়ে ঠায়ে দুৰ্গাপ্ৰসাদৰ ( নিৰ্ণয় সাগৰ,

১৮৯৩ খ্ৰীঃ ) সংস্কৰণৰ পাঠো গ্ৰহণ কৰিছোঁ। পাঠ-সমীক্ষাৰ অৱসৰ ইয়াত নাই বাবে অধিক যুক্তিযুক্ত ৰূপে প্ৰতীয়মান পাঠ, পাঠান্তৰৰ ক্ষেত্ৰত অনুবাদৰ বাবে গ্ৰহণ কৰা হৈছে। পৰিত্যক্ত পাঠৰ বিকল্প অনুবাদ দিয়া নাই।

সংস্কৃত কথাসৰিৎ-সাগৰ পঢ়াৰ উপৰিও এই গ্ৰন্থৰ জাৰ্মান আৰু টাওনিৰ ইংৰাজী অনুবাদো মাজে-সময়ে পঢ়িছোঁ। অসমীয়া অনুবাদ মূল সংস্কৃতৰপৰাহে কৰা হৈছে। সংস্কৃতৰপৰা অসমীয়ালৈ কৰা অনুবাদত এটা স্বাভাৱিক আত্মীয়তা প্ৰকাশ হয়; ইউৰোপীয় ভাষাৰপৰা কৰা অনুবাদত সেই ঘনিষ্ঠতা দেখা নাযায়। ইয়াৰ উপৰি উক্ত ইংৰাজী অনুবাদত কোনো কোনো ক্ষেত্ৰত দুৰ্বোধ্য শব্দ আৰু বাক্যাংশ নিজস্ব ৰীতিৰে সৰলভাৱে প্ৰকাশ কৰাত মূলৰ ভাৱাৰ্থহে প্ৰকাশ হৈছে। জাৰ্মান অনুবাদ প্ৰায়ে মূলানুগ। বঙলা আৰু হিন্দী অনুবাদৰ পাত লুটিয়াই চাই দেখিলোঁ যে শেহতীয়া বঙলা অনুবাদ চি. এইচ. টাওনিৰ ইংৰাজী অনুবাদৰপৰাহে কৰা হৈছে, মূল সংস্কৃতৰপৰা নহয়। ইয়াৰ উপৰিও মূলৰ বৰ্ণনাক্ৰম লংঘন কৰি থূল-মূলভাৱে কথাখিনিকে সাধুহে কোৱা হৈছে। ইয়াৰ আগতে প্ৰকাশিত সংস্কৰণ দুটা সম্পূৰ্ণ সংস্কৃতীয়া। হিন্দী অনুবাদ প্ৰত্যেক শ্লোকৰে অনুবাদ যদিও মূলত নথকা বহুত বাক্য, বাক্যাংশ অনাৱশ্যকভাৱে যোগ দি অৰ্থ সম্পূৰ্ণ কৰা হৈছে। এনে ত্ৰুটি-বিচ্যুতিৰ হাত সাৰিবলৈ আমি সততে চেষ্টা কৰাৰ লগতে মূলৰ এটা শব্দও অসমীয়া অনুবাদত বাদ দিয়া নাই।

## অনুবাদৰ বিষয়ে ঃ

অনুবাদৰ বিষয়ে একেষাৰ নকলে বক্তব্য অসম্পূৰ্ণ হৈ ৰ'ব। এটা ভাষাত এজন লেখকে লিখা কথাখিনি অনুবাদকে অন্য এটা ভাষাত প্ৰকাশ কৰিব লাগে। অনুবাদকে ৰচনাৰ কথা-বস্তু, উপস্থাপন ৰীতি, প্ৰকাশ-ভঙ্গী, পাৰিপাট্য, বৰ্ণনা-সৌষ্ঠৱ আদিৰ বিষয়ে একো চিন্তা কৰিব নালাগে; চিন্তাৰ আৱশ্যক আৰু অৱসৰ এটাও নাই। দেখাত অনুবাদকৰ কাম বৰ উজু। পিছে সাহিত্য সৃষ্টিৰ আটাইতকৈ ডাঙৰ কথা—লেখকৰ অবাধ বিচৰণৰ স্বাধীনতাৰপৰা অনুবাদক সম্পূৰ্ণৰূপে বঞ্চিত। স্বাধীনভাৱে 'অপাৰ কাব্য—সংসাৰত' গজ-গমনেৰে বিচৰণ কৰিব খোজা 'নিৰঙ্কুশ কবি'ৰ কান্ধত বহু যুগ আগৰ বহু দূৰ দেশৰ মূল লেখকৰ প্ৰেতাত্মাই চিন্দবাদৰ দৈত্যটোৰ দৰে উঠি

হাতত থকা লাং চিং ডাল ( অংকুশ )ৰ হাঁকোটাৰে অনবৰত টানি থাকে। অংকুশডাল অলপ ঢিলা হলেহে অনুবাদক আগবাঢ়িব পাৰে।

আজি-কালি অনুবাদ বুলিলে আমি যি বুজোঁ, প্ৰাচীন ভাৰতত সেই কাৰ্য্যক ভাষান্তৰ-সমাৰোপণ বোলা হৈছিল। একে কথাকে অন্য ভাৱে দুনাই কোৱাহে অনুবাদ ( অনু-পিছত, বাদ-কথন : অথাৎ এবাৰ এক প্ৰকাৰে কোৱাৰ পিছত দুনাই অন্য প্ৰকাৰে তাকে কোৱা। )

এটা ভাষাৰ ৰচনা অকণো ক্ষতি-ক্ষুণ নোহোৱাকৈ অন্য এটা ভাষাত প্ৰকাশ কৰাই হ'ল ভাষান্তৰ-সমাৰোপণ। প্ৰকৃততে বৰ্তমান অৰ্থত এয়ে মূলনুগ অনুবাদ। অসমীয়া ভাষাত অনুবাদৰ ঠাইত ভাঙনি শব্দৰ ব্যৱহাৰ দেখা যায়। ভাঙনি শব্দই মূল ৰচনাৰ ভাষান্তৰীকৰণৰ লগতে আৱশ্যকীয় স্পষ্টীকৰণৰো ইঙ্গিত দিয়ে। হাবি ভাঙি বাট কাটি দুৰ্গম ঠাইলৈ যাত্ৰা সুগম কৰাৰ দৰে ভাঙনিত দুৰ্বোধ্য মূল গ্ৰন্থ সহজবোধ্য কৰাৰ থল থাকে।

মুঠতে এটা ভাষাৰপৰা অন্য ভাষালৈ সাহিত্য-গুণ-বিশিষ্ট কোনো ৰচনাৰ অনুবাদ কৰিবলৈ হ'লে কেৱল কথা-বস্তুৰ উপস্থাপনেই যথেষ্ট নহয়, তাৰ লগতে মূল ৰচনাৰ বৰ্ণনা-ৰীতি, প্ৰকাশ-ভঙ্গী, শব্দচয়ন, উপমা, শব্দধ্বনি আদি সকলো সাহিত্য-গুণ তথা লেখকৰ হৃদয়-বৃত্তি সাৱধানে অনুধ্যান কৰি যথা-সম্ভৱ অনূদিত ভাষাত প্ৰকাশ কৰিব লাগিব। এই দৰে কৰা অনুবাদেই মূলানুগ অনুবাদ। এই পদ্ধতিৰ ডাঙৰ বিপদ হৈছে এয়ে যে ইয়াৰ ফলত অনুবাদ প্ৰায়ে দুৰ্বোধ্য হোৱাৰ সম্ভাৱনাই দেখা দিয়ে ; কেতিয়াবা আকৌ বিপৰীতাৰ্থক হোৱাৰ আশংকাও থাকে।

আন হাতে মূলৰ কথাখিনিৰ ভাৱাৰ্থ বা মৰ্মাৰ্থ, অনুবাদ কৰিব খোজা ভাষাত নিজ অভিৰুচি অনুসাৰে লিখি গ'লে অনুবাদ সহজ আৰু সুখ-পাঠ্য হয় ; কিন্তু এনে অনুবাদ কেতিয়াবা মূলৰপৰা এশ যোজন আঁতৰি যায়। মূলৰ সাহিত্যশৈলী, ৰচনাৰীতি, প্ৰকাশ ভঙ্গী, অলংকাৰ, শব্দৰ ঝংকাৰ আদি একেবাৰে নাম-গোন্ধ তাত বিচাৰি পোৱা নাযায়। আমাৰ মতে এনে অনুবাদত মূল লেখকৰ প্ৰতি ঘোৰ অবিচাৰ কৰা হয় আৰু লগতে অনূদিত সাহিত্যৰ যাই উদ্দেশ্য, মূল ৰচনাৰ ভাষা নজনাকৈয়ে সেই সাহিত্যৰ ৰসাস্বাদৰ প্ৰচেষ্টাও ব্যাহত হয়। অনুবাদেৰে ভাষা-সাহিত্য সমৃদ্ধিশালী কৰাৰ পথো প্ৰশস্ত হৈ নপৰে।

এটা ভাষাৰপৰা অন্য এটা ভাষালৈ অনুবাদৰ যোগেদি অনা সাহিত্য, এখন ঘৰৰপৰা অন্য এখন ঘৰলৈ বিয়া কৰাই অনা বোৱাৰীৰ নিচিনা। ভিন্ন পৰিৱেশত ডাঙৰ-দীঘল হোৱা এজনী ছোৱালী যেতিয়া স্বকীয়া পৰিৱেশৰ স্বামীৰ ঘৰলৈ আহে, তেতিয়া আচহুৱা পৰিৱেশত সকলোৱে নিজকে খাপ খুৱাই ল'ব নোৱাৰে। ন-কন্যাৰ নিজক বিলীন কৰি দিয়াৰ প্ৰবৃত্তি আৰু স্বামীৰ ঘৰৰ অন্তৰ উবুৰিয়াই আপোন কৰিব খোজা ইচ্ছা—এই দুটাৰ সামঞ্জস্য হ'লে ন-বোৱাৰী অচিৰে নতুন পৰিয়ালৰ ধাৰাত মিলি যায়। অনুবাদৰ ক্ষেত্ৰতো এনে অৱস্থা বাঞ্ছনীয়, সেয়ে নহ'লে অনুবাদ আঁহ ফলা হৈ থাকে।

বৰ্তমান সময়ত কম্পিউটাৰৰ সহায়ত অনুবাদ কাৰ্য্য সম্পাদনৰ প্ৰচেষ্টা চলিছে। এটা ভাষাৰপৰা অন্য এটা ভাষালৈ ৰূপান্তৰীকৰণত দুটা পদ্ধতিৰে কম্পিউটাৰ ব্যৱহাৰৰ পৰীক্ষা-নিৰীক্ষা চলিছে। তাৰে প্ৰথম পদ্ধতিটো হৈছে—ভাষান্তৰ-সমাৰোপণৰ সময়ত কম্পিউটাৰে অনুবাদকক প্ৰয়োজনীয় তথ্যৰ যোগান ধৰি সহায় কৰিব পাৰে। এনে তথ্য যাইকৈ শব্দৰ অৰ্থ আৰু প্ৰতিশব্দ, ব্যাকৰণ-গত বৈশিষ্ট্য আদি। ইয়াৰ উপৰিও বিশেষ বিশেষ বিষয়ৰ শব্দাৰ্থ-তালিকা ( Text related glossary ) কম্পিউটাৰত সংৰক্ষিত কৰিলে ভাষান্তৰ সমাৰোপণৰ সময়ত সেইবিলাক ব্যৱহাৰ কৰিব পাৰি। শব্দৰ অৰ্থ বিচাৰি অভিধান বা পৰিভাষা-কোষৰ পাত লুটিয়াই থাকিব নালাগে। সুবিধা এয়ে যে প্ৰযুক্তিগত বিষয়ৰ অনুবাদৰ ক্ষেত্ৰত অনুবাদকৰ প্ৰযুক্তিবিদ্যাৰ জ্ঞান নাথাকিলেও ভাষা জ্ঞানেৰেই অনুবাদকে সুকলমে অনুবাদ কৰিব পাৰে।

দ্বিতীয় পদ্ধতিত কম্পিউটাৰৰ ওপৰতে অনুবাদৰ দায়িত্ব ন্যস্ত কৰাৰ প্ৰচেষ্টা, অৰ্থাৎ কোনো অনুবাদকৰ সহায় নোলোৱাকৈয়ে কম্পিউটাৰে স্বয়ং-ক্ৰিয়ভাৱে অনুবাদ কৰা। বিজ্ঞান-বিষয়ক আৰু প্ৰযুক্তিবিদ্যাবিষয়ক ৰচনাৰ ক্ষেত্ৰত এই পদ্ধতিয়ে কিছু সাফল্য লাভ কৰিলেও অন্য বিষয়ত ই এতিয়াও পৰীক্ষামূলক হৈয়ে আছে। এই ব্যৱস্থাত মূল বিষয়ৰ অনুবাদ-পূৰ্ব-সম্পাদনা আৰু অনুবাদোত্তৰ সম্পাদনাৰে কম্পিউটাৰে কৰা অনুবাদ পঠনীয় কৰাৰ প্ৰচেষ্টা চলিছে। মুঠতে য'ত সাহিত্য গুণৰ প্ৰয়োজন নাই, কেৱল অৰ্থবোধেই যথেষ্ট, তেনে ক্ষেত্ৰত কম্পিউটাৰক অনুবাদ-কাৰ্য্যত লগোৱাৰ উপক্ৰম হৈছে আৰু ভৱিষ্যতে ইয়াৰ পৰিসৰ সৰ্বব্যাপক হ'ব বুলি বিজ্ঞানী-সকলে আশা প্ৰকাশ কৰিছে।

এই অনুবাদত আমি পাঠকক সংস্কৃত কথাসৰিৎ-সাগৰৰ কেৱল সাধু শুনাব খোজা নাই দেখি সাধু কথা কোৱা কৌশল বা ৰীতি এটাও অৱলম্বন কৰা নাই। সংস্কৃত কথাসৰিৎ-সাগৰৰ অবিকল অসমীয়া প্ৰতিৰূপ এটাহে আমি পাঠকৰ হাতত দিব খুজিছোঁ। এই অনুবাদ পঢ়ি যাতে পাঠকে অসমীয়া ভাষাতে মূল গ্ৰন্থৰ সকলো সাহিত্য সুষমা অনুভৱ কৰিব পাৰে, সেই উদ্দেশ্যে ৰচনাৰীতি আৰু প্ৰকাশভঙ্গী বিশিষ্ট অৰ্থ প্ৰকাশক শব্দাৱলীৰে ৰক্ষা কৰিবলৈ যত্ন কৰা হৈছে। এটা উদাহৰণ দাঙি ধৰিলে এই অনুবাদত অনুসৰণ কৰা পদ্ধতিৰ আভাস পোৱা যাব। "সহাসুৰঙ্গনা-দুঃখ-ভাৰেণাদৰ্শনং যযৌ।" এই কথা ফাঁকিৰ মৰ্মাৰ্থ হৈছে—'তেতিয়া সেই দৈত্য-কন্যাবিলাকৰ অন্তৰৰ দুখ দূৰ হ'ল আৰু সেই পুৰুষজনো অন্তৰ্দ্ধান হ'ল।' আমি মূলৰ প্ৰকাশভঙ্গী ৰক্ষাত গুৰুত্ব আৰোপ কৰি কথা ফাঁকিৰ অসমীয়া ভাঙনি কৰিছোঁ এইদৰে 'তেতিয়া সেই দৈত্য-কন্যাবিলাকৰ দুখৰ লগতে পুৰুষজনো অদৃশ্য হ'ল।' এই অনুবাদত দুখ দূৰ হোৱা আৰু পুৰুষজন অন্তৰ্দ্ধান হোৱা—এই দুয়োটা কাৰ্য্যৰ সমকালীনত্ব আৰু পৰস্পৰ সম্বন্ধৰ ইঙ্গিত আছে।

অনুবাদ মূলানুগ কৰিবলৈ সততে মনোনিৱেশ কৰা হৈছে, ঠায়ে ঠায়ে অৰ্থব্যঞ্জক হৃদয়-বৃত্তিৰ প্ৰকাশক সংস্কৃত শব্দ প্ৰয়োগ কৰা হৈছে; সেই বুলি বাক্যৰ গঠন আৰু ৰচনা সংস্কৃতীয়া কৰা নাই। সংস্কৃত-গন্ধি শব্দৰ অৰ্থ বন্ধনীৰ ভিতৰত দিয়া হৈছে। অসমীয়া ৰচনা ৰীতিলৈ জড়তা নহাকৈ বৰ্ণনা সৰল আৰু জতুৱা কৰিবলৈ একান্ত যত্ন কৰা হৈছে। মূল ৰচনাত নথকা অনাৱশ্যকীয় কথাৰে অসমীয়া অনুবাদ ফেনিল কৰা নাই, আন হাতে মূলত নথকা অথচ আৱশ্যকীয় শব্দ, বাক্য, বাক্যাংশ বন্ধনীৰ ভিতৰত দি অৰ্থ সুস্পষ্ট কৰা হৈছে।

### ৱৰ্ণদেশনা :

আখৰ জোটনিৰ পৰ্য্যায়বাচী শব্দ ৰূপে 'ৱৰ্ণদেশনা' শব্দ আমি ব্যৱহাৰ কৰিছোঁ। অসমীয়া ভাষাৰ ৱৰ্ণদেশনাত বিপ্লৱৰ অন্ত নাই। ৱৰ্ণবিপ্লৱে (আখৰ জোটনিৰ খেলি-মেলি) অনেক সময়ত শব্দ-সচেতন লোকক দোধোৰ-মোৰত পেলায়; লেখকে মূৰ খজুৱাব লগা হয়। অনুবাদত আমি শব্দৰ ব্যুৎপত্তি আৰু উৎপত্তিৰ প্ৰতি লক্ষ্য ৰাখি প্ৰচলিত ৰীতি অনুসাৰে ৱৰ্ণদেশনা

কৰি বৰ্ণ-বিপ্লৱৰ হাত সাৰিবলৈ যত্ন কৰিছোঁ আৰু ক'ব খুজিছোঁ—
"ৱৰ্ণবিপ্লৱনাশায় অয়ং যত্নঃ কৃতো ময়া।"

বহুত তৎসম শব্দৰ দুই প্ৰকাৰে ৱৰ্ণদেশনা দেখা যায়, তেনে শব্দৰ ( যেনে বশিষ্ঠ-বসিষ্ঠ, ৱিকাশ-বিকাস, কোষ-কোশ, শান্ত্বনা-সান্ত্বনা, পাটলিপুত্ৰ-পাটলীপুত্ৰ, কোটী-কোটি ইত্যাদি ) এনেস্থলত প্ৰায়ে পুৰ্বাঞ্চলত প্ৰচলিত ৰূপ ৰক্ষা কৰা হৈছে। কৰ্ম ( কৰ্ম্ম ), পৰ্বত ( পৰ্ব্বত ) আদিত ৰেফযুক্ত বৰ্ণৰ দ্বিত্ব ৰক্ষা কৰা নাই। মন কৰিবলগীয়া যে ৰেফযুক্ত কিছুমান ৱৰ্ণৰ দ্বিত্ব বহু কাল আগতে নাইকিয়া হৈছে। ( যেনে নিৰ্গুণ-নিৰ্জ্জন ইত্যাদি। ) 'কাৰ্ত্তিক' আৰু 'কাৰ্ত্তিকেয়' শব্দ এই পৰ্য্যায়ত নপৰে, কিয়নো ৰেফযুক্ত হোৱা বাবে ইয়াত 'ত' 'ত্ত'লৈ ৰূপান্তৰিত হোৱা নাই। কৃত্তিকা শব্দৰূপৰ হোৱা বাবে উৎপত্তি আৰু ব্যুৎপত্তি অনুসাৰে ইয়াত দ্বিত্ব অনিবাৰ্য্য। গৰ্ব্ভ, অন্তৰ্দ্ধান আদি শব্দত ৰেফযুক্ত হৈ দ্বিত্ব হোৱা চতুৰ্থ বৰ্ণৰ ( 'ভ্ভ' 'ধ্ধ' ) প্ৰথমটো তৃতীয় বৰ্ণলৈ ( 'ব্', 'দ্' ) ৰূপান্তৰিত হয়; সেইদোখ এনে শব্দৰ ৱৰ্ণদেশনাত দ্বিত্ব ৰক্ষা কৰা বাঞ্ছনীয় যদিও গৰ্ব্ভ, গৰ্ভ, অন্তৰ্দ্ধান, অন্তৰ্ধান দুয়োবিধ ৱৰ্ণদেশনা ৰখা হৈছে। গৰ্ব্ভৱতী, গৰ্ভৱতীৰ লগতে গৰ্ভিৱতী প্ৰয়োগো আছে।

পুত্ৰ শব্দ পুত্ৰ ( পুৎ+ত্ৰ=পুত্ৰ ) ৰূপে লিখা যুক্তিসঙ্গত যদিও দুয়ো প্ৰকাৰে লিখা হৈছে।

সমাস হৈ থকা তৎসম শব্দৰ ক্ষেত্ৰত দুটা সুকীয়া পদ্ধতি অনুসৰণ কৰা হৈছে। মন্ত্ৰিবৰ্গ, মন্ত্ৰিত্ব লিখোঁতে সংস্কৃত ব্যাকৰণৰ নিয়ম অনুসৰণ কৰা হৈছে যদিও মন্ত্ৰীসভা লিখোঁতে সেই নিয়ম পালন নকৰি অসমীয়া ব্যাকৰণৰহে শৰণ লৈছোঁ। সভা শব্দ খাচ অসমীয়া যেন নেলাগে জানো?

বহুত শব্দত বিশেষকৈ ক্ৰিয়া-বাচক শব্দত চন্দ্ৰ বিন্দুৰ ব্যৱহাৰ কমাই দিয়া হৈছে; কেৱল অৰ্থৰ পাৰ্থক্য ৰক্ষাৰ প্ৰয়োজনতহে চন্দ্ৰ বিন্দুক ঘাইকৈ ঠাই দিব লগা হৈছে।

## উদ্ধৃ কমা:

বক্তাৰ প্ৰত্যক্ষ উক্তি বৰ্ণনাৰ পৰা সুকীয়া কৰি দেখুৱাবলৈ যুগ্ম উৰ্দ্ধ কমাৰ "—" ভিতৰত দিয়া হৈছে। পিছে এজন বক্তাৰ বক্তব্যৰ মাজত আৰু এজন বক্তাৰ, তেওঁৰ উক্তিৰ মাজত আকৌ আৰু এজন বক্তাৰ উক্তি এইদৰে বহুত

বক্তাৰ প্ৰত্যক্ষ উক্তি থকাত মূল উক্তি ক'ত আৰম্ভ হৈছে আৰু ক'ত শেষ হৈছে ঊৰ্ধ্ব কমাৰে চিহ্নিত কৰা অসম্ভৱ। এনে কৰিবলৈ গ'লে পাঁচ-ছজোৰ ঊৰ্ধ্ব কমা একে ঠাইতে দিব লাগিব। গতিকে প্ৰত্যেক বৰ্ণনাৰ ভিতৰত থকা প্ৰত্যক্ষ উক্তি সূচকীয়াকৈ "—" এই চিন দি দেখুওৱা হৈছে। স্বগতঃ উক্তি নাইবা প্ৰসিদ্ধ বাক্যাংশ একোটাকৈ ঊৰ্ধ্ব কমাৰে '—' চিহ্নিত কৰিবলৈ চেষ্টা কৰা হৈছে যদিও অনিবাৰ্য্য কাৰণত সেই নিয়ম নিষ্ঠাৰে পালন কৰিব পৰা নাই।

গৱেষণামূলক গুৰুত্বপূৰ্ণ কামত অনবৰত লিপ্ত হৈ থাকিব লগা হোৱাত কথাসৰিৎ-সাগৰৰ অনুবাদ ছেগা-চোৰোকাকৈহে কৰিছোঁ। সেই দেখি দোষ-ত্ৰুটিৰ হাত সম্পূৰ্ণৰূপে এৰাব পৰা নাই। ছপাৰ ভুলো দুই-এটা পিছত চকুত পৰিছে।

মোৰ সহধৰ্মিণীয়ে দৈনন্দিন সকলো কামৰপৰা মোক আঁজৰাই দিয়াৰ বাবেহে এই গ্ৰন্থৰ অনুবাদ তথা অন্যান্য সাহিত্যকৰ্মত মনোনিবেশ কৰাৰ সুযোগ পাইছোঁ। ধন্যবাদ তেওঁৰ প্ৰাপ্য।

অসম বুক ডিপোৰ উৎসাহী স্বত্ত্বাধিকাৰী শ্ৰীবিপুল গুহই ছপোৱাৰ দায়িত্ব বহন কৰি আমাক উপকৃত কৰিছে। তেওঁলৈ ধন্যবাদ আৰু শুভেচ্ছা জনালোঁ।

অসমীয়া পাঠকে আগ্ৰহেৰে কথাসৰিৎ-সাগৰ হাতত ল'লে আমাৰ শ্ৰম সফল হ'ব।

বিশ্বনাৰায়ণ শাস্ত্ৰী

"ঋতায়ন"
নৱগিৰি ৰোড্,
গুৱাহাটী—৩
বঙালী বিহু, ১৯৮৯

# সূচীপত্র

* ৮৫ৰ পৰা ১০৫ পৃষ্ঠালৈকে ৩.৬ৰ ঠাইত ভুলকৈ ৩.৫ ছপা হৈছে ; প্রকৃততে ৩.৬ অৰ্থাৎ তৃতীয় লম্বকৰ ষষ্ঠ তৰঙ্গ।

---

* ১৭৪ আৰু ১৯৮ পৃষ্ঠাত ভুলকৈ ৩০ ছপা হৈছে '

দ্বিতীয় খণ্ড

## কথাসৰিৎ-সাগৰ

॥ এই মহৎ কথামৃত প্ৰাচীন কালত পাৰ্বতীৰ প্ৰণয়-ৰূপ মন্দৰ পৰ্বতৰ আলোড়নৰ ফলত হৰৰ মুখ-সমুদ্ৰৰপৰা অমৃত-ৰূপে ওলাইছিল। যিসকলে আগ্ৰহেৰে এই কথামৃত পান কৰে, মহাদেৱৰ প্ৰসাদত তেওঁলোকে নিৰ্বিঘ্নে সমৃদ্ধি লাভ কৰি এই পৃথিৱীত দেৱতুল্য হৈ বিৰাজ কৰে ॥

# কথাসৰিৎ-সাগৰ

## লাৱাণক নামৰ তৃতীয় লম্বক

### প্ৰথম তৰঙ্গ (১৫)

নিৰ্বিঘ্নে বিশ্ব-সংসাৰ নিৰ্মাণ কৰিবলৈ আন কি ব্ৰহ্মায়ো যাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিবলগীয়া হৈছিল, সেই বিঘ্নবিনাশক গণেশক প্ৰণাম। ১

প্ৰিয়াৰ আলিঙ্গন পাশত আবদ্ধ হৈয়ো শঙ্কৰ যাৰ ভয়ত কম্পমান, সেই কামদেৱৰ জয় হওক। ২

**ৰজা উদয়নৰ কথা ( পূৰ্বানুবৃত্ত ):**

(মূঃ) বাসৱদত্তাক লাভ কৰি বৎসৰাজ উদয়ন তেওঁৰ সঙ্গম সুখত একান্ত আসক্ত হৈ পৰিল। সকলো ৰাজ-কাৰ্য্য প্ৰধান মন্ত্ৰী যৌগন্ধৰায়ণ আৰু সেনাপতি ৰুমণ্বানে পৰিচালনা কৰিবলৈ ধৰিলে। এদিন ৰাতি দূৰদৰ্শী মন্ত্ৰী যৌগন্ধৰায়ণে সেনাপতি ৰুমণ্বানক নিজৰ ঘৰলৈ মাতি আনি এইদৰে ক'লে। ৩

"উদয়ন পাণ্ডৱৰ বংশধৰ আৰু বংশপৰম্পৰাক্ৰমে সমগ্ৰ পৃথিৱীৰ অধিপতি। হস্তিনাপুৰ নগৰ এওঁৰ ৰাজ্যৰ ৰাজধানী; কিন্তু দিগ্বিজয়ৰ আকাংক্ষা নথকা উদয়নৰ হাতৰপৰা সকলো গৈছে। এতিয়া এই ৰজাৰ ৰাজত্ব এই ক্ষুদ্ৰ মণ্ডলত ( বৎস ৰাজ্য ) সীমাবদ্ধ।" ৪-৭

ৰজাই ৰাজ্যভাৰ আমাৰ ওপৰত দি নিজে দিনে-নিশাই মৃগয়া, মদিৰা আৰু মহিলাত আসক্ত হৈ আনন্দত দিন কটাইছে। সেই দেখি আমি নিজেই এনেকুৱা বুদ্ধি-কৌশল অৱলম্বন কৰিব লাগে যাতে সমগ্ৰ পৃথিৱী ক্ৰমে উদয়নৰ হাতলৈ আহে। ইয়াকে কৰিব পাৰিলেহে আমাৰ ৰাজ-ভক্তি আৰু মন্ত্ৰিত্ব দুয়োটাৰ শ্ৰেষ্ঠত্ব প্ৰমাণ হ'ব। বুদ্ধিৰ বলেৰে যে সকলো কাৰ্য্য সম্পাদন কৰিব পাৰি সেই বিষয়ে এটা আখ্যান কওঁ, শুনা। ৮-১০

**১১. মহাসেন আৰু চণ্ডৰ বেজৰ কথা :**

এসময়ত মহাসেন নামে এজন ৰজা আছিল। এবাৰ অন্য এজন পৰাক্ৰমী ৰজাই তেওঁৰ ৰাজ্য আক্ৰমণ কৰিলে। যুদ্ধত মহাসেন পৰাস্ত হ'ল। তেতিয়া

ক্ষমতাচ্যুত মন্ত্ৰীবৰ্গই আলোচনা কৰি নিজৰ ৰজাৰ হতুৱাই শত্ৰু ৰজাক কৰ-ভাৰ দিয়ালে। শত্ৰুক কৰ শোধাই ৰজা মহাসেন অনুতপ্ত হৈ পৰিল আৰু তেওঁ এইবুলি খেদ কৰিবলৈ ধৰিলে—"শত্ৰুৰ বশ্যতা স্বীকাৰ কৰি প্ৰণাম জনাই কৰ-ভাৰ দিবলৈ মোক কিহে পাইছিল?" এইদৰে চিন্তা কৰি ৰজা শোকাতুৰ হৈ পৰিল। শোকে-বেজাৰে কাতৰ ৰজাৰ পেটত গুল্ম[1] ৰোগে দেখা দিলে। চিন্তা আৰু বেমাৰত ৰজা মুমূৰ্ষু অৱস্থাত উপনীত হ'ল। ১১-১৪

তাকে দেখি এজন চতুৰ বেজে 'কোনো ঔষধেৰে ৰজাৰ বেমাৰ ভাল নহয়' বুলি স্থিৰ কৰি ৰজাক মিছাকৈ এইবুলি ক'লে,—"মহাৰাজ! আপোনাৰ ৰাণীৰ মৃত্যু হৈছে।" ৰাণীৰ মৃত্যুৰ কথা শুনামাত্ৰকে ৰজা শোকত মূছকচ গৈ মাটিত বাগৰি পৰিল। হিয়া ভগা শোকত ৰজাৰ পেটৰ ভিতৰত হোৱা গাঁৰ আপোনা আপুনি ফুটিল। ৰোগমুক্ত হৈ ৰজাই পৰাক্ৰমেৰে শত্ৰু জয় কৰিলে আৰু মহিষীৰে সৈতে সকলো বাঞ্ছিত সুখ উপভোগ কৰি কাল যাপন কৰিলে। ১৫-১৭

(মুঃ) সেই বুদ্ধিমান্ বৈদ্যই যেনেকৈ নিজৰ বুদ্ধিৰে ৰজাৰ উপকাৰ কৰিলে আমিও ঠিক সেইদৰে আমাৰ বুদ্ধি-কৌশলেৰে ৰজাৰ হিত-সাধন কৰিম আৰু সমগ্ৰ পৃথিৱী বৎসৰাজৰ আয়ত্ত কৰিম। ১৮

এইক্ষেত্ৰত মগধৰ ৰজা প্ৰদ্যোতেই আমাৰ উদ্দেশ্যৰ একমাত্ৰ পৰিপন্থী। তেওঁ আমাৰ পাৰ্ষ্ণিগ্ৰাহ;[2] কেতিয়াবা পিছফালৰপৰা আমাৰ ৰাজ্য আক্ৰমণ কৰি বিপদ ঘটাব পাৰে। ৰজা প্ৰদ্যোতৰ পদ্মাৱতী নামে এটি কন্যাৰত্ন আছে; সেই কন্যাটিকে আমি বৎসৰাজলৈ বুলি খুজিম। ইফালে আমি নিজৰ বুদ্ধি-কৌশলেৰে বাসৱদত্তাক লুকাই থৈ, বন-জুয়ে শিবিৰ পোৰাত বাসৱদত্তা পুৰি মৰিল বুলি চাৰিও ফালে প্ৰচাৰ কৰি দিম। ১৯-২১

ইয়াকে নকৰিলে মগধৰ ৰজাই কেতিয়াও নিজৰ ছোৱালী বৎসৰাজলৈ

১. গুল্ম = যকৃৎ বৃদ্ধি ৰোগ বা নাড়ীত হোৱা ৰোগ। শোক-বেজাৰৰপৰা হোৱা এনে ৰোগক বাতজ গুল্ম বোলা হয়।

২. পাৰ্ষ্ণিগ্ৰাহ – কোনো ৰাজ্যৰ বা সৈন্যবাহিনীৰ পিছফালে থকা শক্তি; এনে শক্তি শত্ৰু বা মিত্ৰও হ'ব পাৰে।

নিদিয়ে ; আগতে মই এবাৰ তেওঁক এই বিষয়ে অনুৰোধ জনোৱাত তেওঁ এই বুলি সমিধান দিছিল—

"মোৰ প্ৰাণাধিক প্ৰিয় কন্যা পদ্মাৱতীক মই কেতিয়াও বৎসৰাজলৈ নিদিওঁ, কিয়নো তেওঁ কৃতদাৰ আৰু তেওঁৰ বাসৱদত্তালৈ অতিশয় মৰম।" ২২-২৩

আনহাতে মহাদেৱী বাসৱদত্তা জীয়াই থকালৈকে উদয়নে অন্য কাকো বিয়া নকৰায় ; বাসৱদত্তা জুইত পুৰি মৰিল বুলি সকলোতে প্ৰচাৰ হ'লে কাৰ্য্য সিদ্ধি হ'ব। উদয়নে পদ্মাৱতীক পৰিণয় সূত্ৰে লাভ কৰিলে মগধৰাজ তেওঁৰ মিত্ৰ হ'ব, তেতিয়া আৰু তেওঁ পিছফালৰপৰা আক্ৰমণ নকৰে, বৰং উদয়নক সহায় হে কৰিব। তেতিয়া আমি পূৱ দিশ জয় কৰিবলৈ যাত্ৰা কৰিম, তাৰ পিছত ক্ৰমে অন্যান্য দিশলৈকো অভিযান চলাম—এইদৰে ক্ৰমে ক্ৰমে সমগ্ৰ পৃথিৱী আমি বৎসৰাজৰ অধীনলৈ আনিম। ২৪-২৬

আমি যত্ন কৰিলে সমগ্ৰ পৃথিৱী এই ৰজাৰ শাসনাধীন হ'ব—এইদৰে পূৰ্ব্বতে আকাশী বাণী হৈছিল। ২৭

মন্ত্ৰিশ্ৰেষ্ঠ যৌগন্ধৰায়ণৰপৰা এই পৰামৰ্শ শুনি ৰুমণ্বানে সেইটো আগ-পাছ নুগুনাকৈ কৰা কাম হ'ব বুলি ভাবি মন্ত্ৰীক ক'লে। ২৮

—"পদ্মাৱতীক লাভ কৰাৰ বাবে প্ৰতাৰণাৰ আশ্ৰয় ল'লে আমি কেতিয়াবা দোষৰ ভাগী নহ'ম জানো ? এই প্ৰসঙ্গত এটা আখ্যান কওঁ, শুনক। ২৯

## ১২. ধূৰ্ত্ত সাধুৰ কথা :

গঙ্গাৰ পাৰত মাকন্দিকা নামে এখন নগৰ আছে। পূৰ্বাণ কালত তাত এজন মৌনী সন্ন্যাসীয়ে বাস কৰিছিল। ভিক্ষাৰে জীৱন ধাৰণ কৰা সেই মৌনী সন্ন্যাসীয়ে লগৰীয়া আন কেইজনমান সন্ন্যাসীৰে সৈতে এটা মন্দিৰৰ ভিতৰত কুঠৰী এটাত থাকিবলৈ লৈছিল। এদিন ভিক্ষা বিচাৰি এজন সদাগৰৰ ঘৰ সোমাওঁতে সদাগৰৰ সুন্দৰী কন্যাটিয়ে হাতত ভিক্ষা লৈ ওলাই অহা সন্ন্যাসীয়ে দেখিলে। সেই অপূৰ্ব্ব সুন্দৰী কন্যাক দেখা মাত্ৰেই ধূৰ্ত্ত সন্ন্যাসী কামাতুৰ হৈ পৰিল আৰু সদাগৰে শুনাকৈ 'হায় ! হায় ! কি অমঙ্গল ! কি বিপদ !' বুলি ডাঙৰকৈ ক'লে। ৩০-৩৩

সন্ন্যাসী তাৰ পিছত ভিক্ষা লৈ স্বস্থানলৈ ঘূৰিল আৰু ইফালে সদাগৰ সন্ন্যাসীৰ ওচৰ পালেহি। কৌতূহলী সদাগৰে সন্ন্যাসীক সুধিলে—"প্ৰভু !

আপুনি আজি কিয় অকস্মাৎ মৌনব্ৰত ভঙ্গ কৰিলে ?” তাকে শুনি সন্ন্যাসীয়ে সদাগৰক এইবুলি ক'লে ; “তোমাৰ এই ছোৱালীজনী বৰ কুলক্ষণী ; তাইৰ যেতিয়া বিয়া হ'ব, তেতিয়া সপুত্ৰ-পৰিবাৰে তোমাৰ ধ্বংস সুনিশ্চিত। এই কথা জানিব পাৰি মোৰ মনত বৰ দুখ লাগিল, কিয়নো তুমি মোৰ পৰম ভক্ত। তোমাৰ বাবেই আজি মই মৌনব্ৰত ভঙ্গ কৰি খেদোক্তি প্ৰকাশ কৰিলোঁ। গতিকে তুমি ছোৱালীজনীক এটা পেৰাত ভৰাই ৰাতি গঙ্গাত উটাই দিবা আৰু পেৰাটোৰ ওপৰত এগছি বন্তি জ্বলাই দিবা।” ৩৬-৩৮

'তাকে কৰা হ'ব,' বুলি প্ৰতিশ্ৰুতি দি সদাগৰ ঘৰ পালেগৈ আৰু ভয়ত ৰাতি সন্ন্যাসীয়ে কোৱা মতে সকলোখিনি কৰিলে ; কিয়নো ভয়াতুৰৰ বুদ্ধি-বিবেচনা সকলো লোপ পায়। ৩৯

ইফালে সেই সন্ন্যাসীয়েও সেই সময়তে নিজৰ অনুচৰ সন্ন্যাসীকেইজনক মাতি আনি ক'লে,—“তোমালোক গঙ্গাৰ পাৰলৈ যোৱাঁ। গঙ্গাৰ বুকুত উটি অহা এটা পেৰা দেখিবলৈ পাবা, পেৰাটোৰ ওপৰত এগছ চাকি জ্বলি থকা দেখিবা। সেই পেৰাটো মনে মনে নৈৰপৰা ইয়ালৈ আনিবা। পেৰাৰ ভিতৰত কিবা শব্দ শুনিলেও, তোমালোকে পেৰাটো কেতিয়াও নেমেলিবা।” ৪০-৪১

'তথাস্তু' বুলি তেওঁলোক গঙ্গাৰ পাৰলৈ আহিল, কিন্তু কোৱামতে পেৰাটো হ'লে নাপালে। ইতিমধ্যে এজন ৰাজকুমাৰে গঙ্গাত স্নান কৰোঁতে সদাগৰে নৈত উটাই দিয়া পেৰাটো চাকিৰ পোহৰত দেখিবলৈ পালে। ৰাজকুমাৰে নিজৰ অনুচৰবৰ্গৰ হতুৱাই পেৰাটো নৈৰপৰা অনালে আৰু ভিতৰত নো কি আছে বুলি কৌতূহলী হৈ পেৰাটো মুকলি কৰিলে। লগে লগে ৰাজকুমাৰে হৃদয় মন উন্মাদনাৰে বুৰাই পেলোৱা এক অপূৰ্ব সুন্দৰী কন্যা দেখিলে আৰু তৎক্ষণাত তেওঁক গন্ধৰ্ব প্ৰথামতে বিয়া কৰালে। ৪২-৪৪

তাৰ পিছত ৰাজকুমাৰে পেৰাটোৰ ভিতৰত এটা ভীষণ আকৃতিৰ মলুৱা বান্দৰ ভৰাই ওপৰত এগছ বন্তি জ্বলাই আগৰ দৰে পেৰাটো গঙ্গাত উটুৱাই দিলে। ৰাজপুত্ৰ কন্যাৰত্ন লাভ কৰি তাৰপৰা গুচি গ'ল। সেই সময়তে ধূৰ্ত সন্ন্যাসীৰ শিষ্যকেইটা আকৌ পেৰা বিচাৰি সেইখিনি পালেহি। এইবাৰ সিহঁতে পেৰাটো দেখি সন্ন্যাসীৰ ওচৰলৈ আনিলে আৰু তাকে দেখি আনন্দ মনেৰে সন্ন্যাসীয়ে সিহঁতক ক'লে। ৪৫-৪৭

—"আজি ৰাতি মই অকলশৰে এই মঞ্জুষাৰ ( পেৰা ) ৰ ওপৰত মন্ত্র-সাধন কৰিম ; গতিকে তোমালোক তললৈ গৈ ৰাতি মনে মনে শুই থাকাগৈ।" ৪৮

ইয়াকে কৈ সন্ন্যাসীয়ে পেৰাটো ওপৰৰ নিজৰ কুঠৰীলৈ আনিলে। বণিক-কন্যাৰ সঙ্গম লালসাত উত্ৰাৱল হৈ সন্ন্যাসীয়ে পেৰাটোৰ দুৱাৰখন খোলামাত্ৰকে সন্ন্যাসীৰ দুৰ্নীতিৰ মূৰ্ত্ত প্ৰতীক যেন হৈ এটা ভীষণ বান্দৰ তাৰপৰা ওলাই আহিল। ওলায়েই বান্দৰটোৱে খঙত দাঁতেৰে কামুৰি ভণ্ড সন্ন্যাসীৰ নাকটো আৰু নখেৰে আঁচুৰি কাণ দুখন ছিঙিলে। বান্দৰটোৱে যেন পাপীক কেনেকৈ শাস্তি দিব লাগে, ভালকৈ জানিছিল। ৪৯-৫১

সেই অৱস্থাৰে সন্ন্যাসী ওপৰ তলাৰ পৰা তললৈ নামি আহিল ; তেওঁক সেই ৰূপত দেখি শিষ্যসকলে অতি যত্নেৰেহে কোনোমতে হাঁহি সামৰিব পাৰিছিল। পিছদিনা ৰাতিপুৱা টোপনিৰপৰা সাৰ পায়েই সকলো কথা জানিব পাৰি সকলোৱে সন্ন্যাসীক উপহাস কৰিলে ; সদাগৰে সন্তোষ পালে আৰু বণিক-কন্যায়ো সুপুৰুষ স্বামী লাভ কৰি পৰম আনন্দলাভ কৰিলে। ৫২-৫৩

(মূঃ) "সেই সন্ন্যাসী (কৌশল ব্যৰ্থ হোৱাত) যেনেকৈ হাস্যাস্পদ হৈছিল, আমাৰ কূট-কৌশল কাৰ্য্যকৰী নহ'লে আমিও জানোচা তেনেকৈ হাঁহিয়াতৰ পাত্ৰ হওঁ। বাসৱদত্তাৰ বিৰহে ৰজাৰ বহু অনৰ্থ ঘটাবও পাৰে ?"

ৰুমণ্বানে এইদৰে কোৱাত যৌগন্ধৰায়ণে ক'বলৈ ধৰিলে। ৫৪-৫৫

"এইদৰে যত্ন নকৰিলে কাৰ্য্য-সিদ্ধি নহয় আৰু আমি যদি যত্ন নকৰাকৈ হাত সাবটি বহি থাকোঁ তেনেহ'লে এই ব্যসনাসক্ত ৰজাৰ যি সামান্য ৰাজ্য আছে, সেইখিনিও নাশ হ'ব। সুদক্ষ মন্ত্ৰীৰূপে আমাৰ যি সুখ্যাতি আছে সিও কুখ্যাতিত পৰিণত হ'ব আৰু ৰজাৰ শ্ৰীবৃদ্ধিৰ বাবে আমাৰ আনুগত্যতো সন্দেহ জন্মিব। যি ৰজাৰ ৰাজ্য-শাসন নিজৰ আয়ত্ত (সকলো ৰাজকাৰ্য্য নিজৰ বুদ্ধিৰে পৰিচালিত) তেনে ৰজাৰ পক্ষে তেওঁৰ প্ৰজ্ঞাই একমাত্ৰ সহায়ক, তেওঁৰ কৃতকাৰ্য্যতা বা ব্যৰ্থতাত মন্ত্ৰীৰ বিশেষ একো দায়িত্ব নাথাকে ; কিন্তু যি ৰজাই মন্ত্ৰীৰ ওপৰত ৰাজ্য শাসনৰ বাবে নিৰ্ভৰ কৰে, তেনে ৰজাৰ সকলো কাৰ্য্য মন্ত্ৰীৰ প্ৰজ্ঞাৰ দ্বাৰাহে সাধন হয়। তেওঁলোক যদি নিৰুৎসাহী হয়, তেনেহ'লে ৰাজ্যৰ শ্ৰীবৃদ্ধিৰ আশা জলাঞ্জলি দিবলগীয়া হয়। ৫৬-৫৯

যদিহে মহাৰাণীৰ পিতৃৰজা চণ্ড মহাসেনলৈ ভয় কৰিছা, সি অমূলক, কিয়নো মহাসেন, তেওঁৰ মহিষী আৰু পুত্ৰয়ো মোৰ কথা শুনে।" ৬০

ধৈৰ্য্যশীলসকলৰ মূৰ্দ্ধন্য যৌগন্ধৰায়ণে এইদৰে কোৱাত মনে মনে ত্ৰুটী-বিচ্যুতি আশঙ্কা কৰি ৰুমণ্বানে দুনাই ক'লে। "মনোমত পত্নীৰ বিয়োগ-দুখত বিচাৰ-বিবেচনা থকা জনো একান্ত কাতৰ হৈ পৰে, এনে স্থলত উদয়নৰ কথা আৰু কি ক'ব লাগিছে ; এই প্ৰসঙ্গত এটা আখ্যান কওঁ শুনক। ৬১-৬২

১০. ৰজা দেৱসেন আৰু উন্মাদিনীৰ কথা :

পূৰ্ব্বণি কালত দেৱসেন নামৰ একজন পৰম জ্ঞানী ৰজা আছিল। তেওঁৰ ৰাজধানী আছিল শ্ৰাৱস্তী। শ্ৰাৱস্তী নগৰত এজন বৰ ধনী সদাগৰে বাস কৰিছিল। তেওঁৰ এজনী ৰূপহী কন্যাৰ জন্ম হ'ল। যেয়ে দেখে সেয়ে সেই কন্যাৰ ৰূপত উন্মাদ হৈ যায় কাৰণে সদাগৰ-কন্যা উন্মাদিনী নামেৰে প্ৰখ্যাত হৈ পৰিল। ৬৩-৬৫

'ৰজাক নজনোৱাকৈ এই কন্যা অন্য কালৈকো বিয়া দিয়া উচিত নহ'ব ; ( ৰজাৰ অজ্ঞাতসাৰে ) বিয়া দিলে ৰজাৰ খং উঠিব পাৰে'—সদাগৰজনে এইদৰে চিন্তা কৰিবলৈ ধৰিলে। তাকে ভাবি সদাগৰে ৰজা দেৱসেনৰ ওচৰলৈ গৈ নিবেদন কৰিলে।

—"মহাৰাজ ! মোৰ এজনী সুন্দৰী কন্যা আছে, মহাৰাজে যদি উপযুক্ত বুলি ভাবে, তেনেহ'লে গ্ৰহণ কৰিব পাৰে।" ৬৬-৬৭

তাকে শুনি ৰজাই কেইজনমান বিশ্বস্ত ব্ৰাহ্মণক সেই কন্যাৰত্ন সৰ্ব্ব সুলক্ষণী হয় নে নহয় চাই আহিবলৈ সদাগৰৰ ঘৰলৈ পঠালে। 'তথাস্তু' বুলি ব্ৰাহ্মণ কেইজন সদাগৰৰ ঘৰ পালেগৈ। বণিক-কন্যা উন্মাদিনীক দেখা মাত্ৰেই তেওঁলোক কামশৰত মুগ্ধ হৈ পৰিল। প্ৰকৃতিস্থ হৈ তেওঁলোকে ভাবিলে, 'এই কন্যা বিয়া কৰালে ৰজাই কেৱল মাত্ৰ এওঁতে মন-প্ৰাণ সঁপিব আৰু সকলো ৰাজ-কাৰ্য্যলৈ পিঠি দিব ; ৰাজ্যশাসন ৰসাতললৈ যাব।' ভাবি-চিন্তি ইয়াকে স্থিৰ কৰি তেওঁলোকে ৰজাৰ আগত কন্যা কুলক্ষণী বুলি মিছাকৈ জনালে। ৬৮-৭১

ৰজাই প্ৰত্যাখ্যান কৰাত উন্মাদিনীয়ে মনত বৰ আঘাত পালে। সদাগৰে তেতিয়া মনোবেদনাত কাতৰ উন্মাদিনীক ৰজাৰ সেনাপতিলৈ বিয়া দিলে। স্বামীৰ ঘৰত থাকোঁতে এদিন সেই পথেদি ৰজা যাব বুলি জানিব পাৰি

উন্মাদিনীয়ে প্ৰাসাদৰ ওপৰলৈ উঠি প্ৰতিহিংসা পূৰণৰ বাবেই নিজৰ ভুৱন ভুলোৱা ৰূপ ৰজাক দেখুৱালে। ৭২-৭৩

কন্যাক দেখামাত্ৰেই ৰজাৰ ধাৰণা হ'ল—যেন কামদেৱে জগৎ জয় কৰিবলৈকে এই নাৰীমূৰ্তি পৃথিৱীলৈ পঠাইছে এইদৰে ভাৱি-গুণি ৰজা উন্মনা হৈ পৰিল। ৰাজ-ভৱনলৈ ঘূৰি আহি ৰজাই খবৰ পালে যে এই কন্যাকে পূৰ্বে তেওঁ ( কুলক্ষণী বুলি ) প্ৰত্যাখ্যান কৰিছিল। এই কথাত উন্মাদ-প্ৰায় ৰজাৰ মনস্তাপ আৰু দুগুণে বাঢ়িল আৰু লগে লগে তেওঁৰ তীব্ৰ কঁপে জ্বৰ উঠিল। ৭৪-৭৫

সেই অৱস্থাতে 'এই কন্যা দাসী, পৰস্ত্ৰী নহয়; গতিকে মহাৰাজে গ্ৰহণ কৰিব পাৰে। নহ'লে বা মই কন্যাক কোনো দেৱমন্দিৰত পৰিত্যাগ কৰোঁ, তাৰ পিছত মহাৰাজে গ্ৰহণ কৰক'—এই বুলি কন্যাৰ স্বামী সেনাপতিয়ে বাৰে বাৰে ৰজাক অনুনয়-বিনয় কৰিবলৈ ধৰিলে। সেনাপতিৰ কথা শুনি ৰজাই ক'লে। "মই পৰস্ত্ৰী কেতিয়াও গ্ৰহণ নকৰোঁ; আনহাতে যদি তুমি তোমাৰ ধৰ্ম-পত্নীক পৰিত্যাগ কৰা তেনেহ'লে তোমাৰ ধৰ্মনাশ হ'ব আৰু তাৰ বাবে তুমি মোৰ হাতত শাস্তি পাবা।" ৭৬-৭৮

ৰজাৰ কথা শুনি মন্ত্ৰিসকল মৌন হৈ ৰ'ল। ৰজা সেই মদন-পীড়াতে ক্ৰমে মৃত্যুৰ মুখত পৰিল।

( মুঃ ) পৰম ধৈৰ্য্যশীল ৰজা দেৱসেনৰো উন্মাদিনীৰ বিৰহত এইদৰে মৃত্যু ঘটিছিল; বাসৱদত্তাৰ অৱিহনে যে বৎসৰাজ উদয়নৰ কি অৱস্থা হ'ব ভাৱিবই নোৱাৰি। ৭৯-৮০

ৰুমণ্বানৰ এই কথা শুনি যৌগন্ধৰায়ণে দুনাই ক'লে। "ৰাজ-কাৰ্য্য সাধন কৰিব খোজা ৰজা সকলে নানা দুখ-কষ্ট সহ্য কৰে। ৰাৱণ-বধৰ বাবে দেৱতাবৃন্দই যুক্তি কৰিয়েই ৰামৰ সৈতে সীতাৰ বিচ্ছেদ ঘটাইছিল। ৰামে জানো সীতাৰ বিৰহ-ৱেদনা সহ্য কৰা নাছিল?" ৮১-৮২
মন্ত্ৰীৰ কথাত ৰুমণ্বানে আকৌ এইবুলি উত্তৰ দিলে।

"—ৰাম আদি হ'ল দেৱতা, দেৱতাৰ অন্তৰে সকলো সহিব পাৰে; মানুহৰ অন্তৰত বিৰহ হয় অসহ্য।" এই প্ৰসঙ্গত এটা আখ্যান কওঁ, শুনক।

## ১৪. যইল্লক সদাগৰৰ কথা : প্ৰেমিক দম্পতী

ধন-ৰত্নেৰে ভৰপূৰ মথুৰা নামে এখন নগৰী আছে। সেই নগৰীত যইল্লক নামে এজন ডেকা সদাগৰ আছিল। একান্ত অনুৰক্ত ভাৰ্য্যাৰে সৈতে সুখে সন্তোষে বণিক্ পুত্ৰই তাত বাস কৰিছিল। পিছে এসময়ত বাণিজ্য সংক্ৰান্ত কামত বণিক্ পুত্ৰ দ্বীপান্তৰলৈ যাব লগা হ'ল। তেতিয়া তেওঁৰ ভাৰ্য্যাও তেওঁৰ লগত যাবলৈ ওলাল; কিয়নো অনুৰক্তা ৰমণীয়ে প্ৰিয়তমৰ বিৰহ অকণো সহ্য কৰিব নোৱাৰে। ৮৩-৮৭

বণিক্-পুত্ৰই মাঙ্গলিক কাৰ্য্য সম্পাদন কৰি দ্বীপান্তৰলৈ যাত্ৰা কৰিলে; সাজি-কাচি ওলাই থকা ভাৰ্য্যাক হ'লে লগত নিনিলে। তেতিয়া সেই যুৱতীয়ে চোতালৰ আগৰ দুৱাৰমুখৰ ভিতৰফালে দুৱাৰখনৰ এপাতত ধৰি থিয় হৈ বিদেশলৈ যোৱা বণিক-পুত্ৰৰ ফালে পিছ ফালৰপৰা অশ্ৰুসজল নয়নেৰে একেথৰে চাই ৰ'ল। যুৱক চকুৰ আঁৰ হ'লতো মুগ্ধা যুৱতী (ঘৰৰপৰা) ওলাই যাব নোৱাৰিলে; কিন্তু তেওঁৰ প্ৰাণ হ'লে শৰীৰপৰা ওলাই গ'ল। ৮৮-৯০

এই খবৰ পাই বণিক্-পুত্ৰ তৎক্ষণাত ঘৰলৈ উলটি আহিল। আহি দেখিলে তেওঁৰ ভাৰ্য্যা মৃত অৱস্থাত পৰি আছে, মুখত শোক-বিহ্বল ভাৱ প্ৰস্ফুটিত। সুন্দৰ মুখশ্ৰী মলিন হৈ গৈছে, কাণৰ কাষৰ অলক আৰু চুলি আউলি-জাউলি হৈ পৰিছে যেন চন্দ্ৰমাৰ শ্ৰী দিনতে মাটিত পৰি শুই আছে। যুৱকে ভাৰ্য্যাক কোলাত লৈ কান্দিবলৈ ধৰিলে, শোকাগ্নিত তেওঁৰ দেহা দেই-পুৰি গ'ল আৰু শোকাগ্নিৰ তাপ সহ্য কৰিব নোৱাৰিয়েই যেন তেওঁৰ প্ৰাণো শৰীৰৰপৰা ওলাই গ'ল। পৰস্পৰ বিৰহত এই দম্পতীৰ মৃত্যু হৈছিল। গতিকে পৰস্পৰ সম্ভাব্য বিৰহত বজা আৰু মহিষীৰ প্ৰাণৰক্ষা কৰা আমাৰ কৰ্তব্য। ৯১-৯৪

(মুঃ) ইয়াকে কৈ ৰুমণ্বান সণ্ডিকত মনেৰে মৌন হ'লত ধৈৰ্য্যৰ সমুদ্ৰ স্বৰূপ বুদ্ধিমান যৌগন্ধৰায়ণে ক'বলৈ ধৰিলে। ৯৫

"মই এই বিষয়ে সকলো কামৰ সুব্যৱস্থা কৰিছোঁ, নৃপতিসকলৰ প্ৰায়ে এনে অৱস্থা ঘটি থাকে। এই প্ৰসঙ্গত মই এটা আখ্যান কওঁ, শুনা।" ৯৬

১৫. **ৰজা পুণ্যসেনৰ কথা :**

পুৰণি কালত উজ্জয়িনী নগৰত পুণ্যসেন নামে এজন ৰজা আছিল। এসময়ত অন্য এজন প্ৰবল পৰাক্ৰমী ৰজাই আহি তেওঁৰ ৰাজ্য আক্ৰমণ কৰিলে। তেতিয়া তেওঁৰ চতুৰ মন্ত্ৰীবৰ্গই শত্ৰু দুৰ্জয় যেন ভাবি ৰজা পুণ্যসেনৰ মৃত্যু হৈছে বুলি মিছাকৈয়ে চাৰিও ফালে প্ৰচাৰ কৰি দিলে আৰু ইফালে ৰজাক গোপনে লুকাই থৈ কাববাব মৰা শ এটা আনি ৰাজযোগ্য মৰ্য্যাদাৰে সেই শ টোকে চিতাগ্নিত দাহ কৰিলে। ৯৭-৯৯

তাৰ পিছত তেওঁলোকে শত্ৰু ৰজালৈ দূতৰ মুখেদি বাতৰি পঠালে,— 'বোলে এতিয়া আমাৰ ৰাজ্য অৰাজক ; মহাৰাজ আহি ৰাজপাটত বহক।' ১০০

বাতৰি শুনি সন্তুষ্ট মনেৰে শত্ৰু ৰজাই 'তথাস্তু' বুলি সন্মতি জনোৱাত মন্ত্ৰিসকলে সসৈন্যে শত্ৰুৰ শিবিৰ আক্ৰমণ কৰি সৈন্য বাহিনী ছেদেলি ভেদেলি কৰি পেলালে। তেওঁলোকে ৰজা পুণ্যসেনক লুকাই থকাৰপৰা উলিয়াই আনি সকলোৰে আগত প্ৰকাশ কৰিলে আৰু মন্ত্ৰিবৰ্গই সৈন্য-সামন্ত সংগ্ৰহ কৰি শত্ৰু সংহাৰ কৰিলে। ১০১-১০২

( মুঃ ) "ৰাজ কাৰ্য্য এনেকৈয়ে সম্পন্ন হয়। গতিকে আমিও মহিষী অগ্নিদগ্ধা হোৱা প্ৰবাদ প্ৰচাৰ কৰি ধৈৰ্য্যেৰে আমাৰ কাৰ্য্য সাধন কৰিম।" ১০৩

কাৰ্য্য সাধনৰ বাবে কৃত-সংকল্প যৌগন্ধৰায়ণৰ মুখৰ পৰা এইখিনি শুনাৰ পিছত ৰুমণ্বানে ক'লে ;

—"যদি এই দৰে কৰাটোকে নিশ্চয় কৰা হৈছে, তেনেহ'লে মহিষীৰ মৰমৰ ককায়েক গোপালকক ইয়ালৈ মতাই অনাই সকলো কথা তেওঁৰে আলোচনা কৰিহে আগ বাঢ়িব লাগে।" ১০৪-১০৫

"বাৰু, তাকে কৰা হব" বুলি যৌগন্ধৰায়ণে উত্তৰ দিয়াত ইতিকৰ্তব্যতা নিৰ্ণয়ৰ বিষয়ত ৰুমণ্বানে যৌগন্ধৰায়ণৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিলে। ১০৬

পিছ দিনা শ্ৰেষ্ঠ মন্ত্ৰী দুজনে আত্মীয় স্বজনৰ উৎকণ্ঠাৰ বাতৰি দি গোপালকক আনিবলৈ নিজৰ দূত পঠালে। ১০৭

কাৰ্য্যবশতঃ মাত্ৰ কেইদিনমানৰ আগতেহে গোপালক কৌশাম্বীৰপৰা গৈছিল ; এতিয়া দূতৰ মুখে বাতৰি পাই উৎসৱৰ মূৰ্ত প্ৰতীকৰূপে গোপালক

আহি আকৌ উপস্থিত হ'ল। গোপালক আহি উপস্থিত হোৱাত যৌগন্ধৰায়ণে সেইদিনা ৰাতিয়েই ৰুমণ্বান আৰু তেওঁক নিজৰ ঘৰলৈ মনে মনে অনালে। ১০৮-১০৯

যৌগন্ধৰায়ণে ৰুমাণ্বানৰ সৈতে যিবিলাক কথা আলোচনা কৰিছে আৰু যেনেকৈ কাৰ্য্যপদ্ধতি ঠিক কৰিছে—সকলোখিনি বৰ উৎসাহেৰে তেতিয়া তেওঁ গোপালকক ক'লে। ভনীয়েকৰ পক্ষে দুখাৱহ হ'ব বুলি জানিও ৰজাৰ হিতৈষী গোপালকে সকলো কথাত সন্মতি জনালে; কিয়নো শ্ৰেষ্ঠজনৰ বচন সদায় পালনীয়। ১১০-১১

"সকলো পৰিকল্পনা ভাল ভাৱেই কৰা হৈছে; কিন্তু দেৱী বাসৱদত্তা অগ্নিদগ্ধা হোৱাৰ বাতৰি শুনি ৰজা উদয়ন যেতিয়া প্ৰাণত্যাগ কৰিবলৈ ওলাব, তেতিয়া তেওঁক কেনেকৈ ৰক্ষা কৰা হ'ব সেই কথাহে চিন্তা কৰিব লগীয়া। সকলো উপায় আৰু সাধন-সম্ভাৰ থকা সত্ত্বেও ৰাজনীতিৰ প্ৰধান কথা হৈছে আসন্ন বিপদৰ প্ৰতিৰোধ কৰাটো।" ১১২-১৩

সেই সময়ত এইদৰে দুনাই ৰুমণ্বানে কোৱাত; সকলো কথা খৰচি মাৰি আলোচনা কৰি কামলৈ আগবঢ়া মন্ত্ৰী যৌগন্ধৰায়ণে ক'লে।

"এই বিষয়ে চিন্তা কৰিব লগীয়া একো নাই, ৰাজকুমাৰী বাসৱদত্তা গোপালকৰ প্ৰাণাধিক প্ৰিয় মৰমৰ ভনীয়েক। গোপালকৰ উৎফুল্ল মনোভাৱ লক্ষ্য কৰি দেৱী বাসৱদত্তা কিজানি জীয়াই আছে বুলি ৰজাই ধৈৰ্য্যাৱলম্বন কৰিব পাৰে।" ১১৪-১৬

মহাপ্ৰাণ ৰজা উদয়নৰ শীঘ্ৰে পদ্মাৱতীৰ সৈতে বিয়া হ'ব; তাৰ পিছত অচিৰে মহাদেৱী বাসৱদত্তাৰ দৰ্শন মিলিব। ইয়াকে কৈ যৌগন্ধৰায়ণ গোপালক আৰু ৰুমণ্বানৰসৈতে বিশদ আলোচনাত বহিল। ১১৭-১৮

**লাৱাণক :**

মগধ ৰাজ্যৰ সমীপত বৎস ৰাজ্যৰ ভিতৰুৱা লাৱাণক নামে এখন গাঁও আছে। কৌশল অৱলম্বন কৰি ৰজা আৰু মহাদেৱীক লগত লৈ আমি তালৈকে যাম। ঠাইখন মৃগয়াৰ কাৰণে অতি মনোৰম বাবে ৰজা মৃগয়াত লিপ্ত হৈ থাকোঁতেই আমি ৰাণী বাসৱদত্তাৰ শিবিৰত জুই লগাই দিম আৰু ৰাণীক গোপনে নি মগধৰ ৰাজকুমাৰী পদ্মাৱতীৰ হাতত কোনো উপায়েৰে গতাই

দিম। তাত ছদ্মৱেশেৰে বাস কৰা বাসৱদত্তাৰ স্বভাৱ চৰিত্ৰৰ বিষয়ে পদ্মাৱতীয়েই পিছত সাক্ষী হ'ব। ১১৯-২১

কেউজনে ৰাতি এই দৰে আলোচনা কৰি পিছদিনা পুৱা যৌগন্ধৰায়ণক আগত লৈ তেওঁলোকে ৰাজভৱনত প্ৰৱেশ কৰিলে। তেতিয়া ৰুমণ্বানে উদয়নৰ ওচৰত এইদৰে নিৱেদন জনালে। ১২২

—"মহাৰাজ! আমি লাৱাণকলৈ যোৱা বহুত দিন হ'ল। (তালৈ গ'লে আমাৰ মঙ্গল হ'ব) ঠাইখন বৰ মনোৰম আৰু মৃগয়াৰ বাবে উপযুক্ত। ঠাইখন ভাল ভাল নল ঘাঁহৰে ভৰি আছে (ঘোঁৰাৰ বাবে প্ৰচুৰ ঘাঁহ আছে)। মগধ ৰাজ্যৰ সমীপৱৰ্ত্তী হোৱা বাবে সময়ে সময়ে তাত মগধেশ্বৰে অত্যাচাৰ চলায়। লাৱাণকৰ প্ৰজাসকলক ৰক্ষা কৰিবলৈ আৰু লগতে আমোদ প্ৰমোদৰ বাবেও আমি তালৈ যাত্ৰা কৰিব লাগে।" ১২৩-২৫

আমোদ-প্ৰমোদ আৰু মৃগয়াৰ লালসাত মজি থকা ৰজা উদয়নে এই বৰ্ণনা শুনি বাসৱদত্তাক লগত লৈ লাৱাণকলৈ যাবলৈ সন্মতি জনালে। যোৱাৰ নিশ্চিত সিদ্ধান্ত হোৱাৰ পিছত যাত্ৰাৰ বাবে শুভ মুহূৰ্ত্ত স্থিৰ কৰা হ'ল। এনে সময়তে অকস্মাৎ নাৰদ মুনি আকাশৰপৰা তাত অৱতীৰ্ণ হ'ল। মুনিৰ শৰীৰৰ কান্তিয়ে দশোদিশ উদ্ভাসিত কৰিলে আৰু দৰ্শকৰ নয়ন-মনৰ তৃপ্তি সাধন কৰিলে; যেন চন্দ্ৰই[১] নিজ বংশৰ প্ৰতি প্ৰীতিৰ বাবেহে বৎসৰাজ উদয়নৰ আগত উপস্থিত হৈছে। ১২৬-২৮

শ্ৰদ্ধা সৎকাৰ গ্ৰহণ কৰাৰ পিছত নাৰদে বিনয়াৱনত ৰাজা উদয়নক পাৰিজাত ফুলৰ এধাৰ মালা উপহাৰ দিলে। মহাদেৱী বাসৱদত্তায়ো মুনিক প্ৰাণিপাত জনাই শ্ৰদ্ধা নিৱেদন কৰিলে। বাসৱদত্তাই কামদেৱৰ অংশস্বৰূপ বিদ্যাধৰসকলৰ অধিপতি পুত্ৰলাভ কৰিব বুলি মুনিয়ে ৰাণীক আশীৰ্বাদ দিলে। ১২৯-৩০

বাসৱদত্তাক এইদৰে অভিনন্দিত কৰি যৌগন্ধৰায়ণৰ সাক্ষাতাত মুনিয়ে উদয়নক এইবুলি কবলৈ ধৰিলে—"মহাৰাজ! কি আচৰিত কথা! আপোনাৰ ভাৰ্য্যা বাসৱদত্তাক দেখি হঠাতে এটা কথা মোৰ মনত পৰিছে। প্ৰাচীন কালত আপোনাৰ প্ৰপিতামহ যুধিষ্ঠিৰ আদি পঞ্চ ভ্ৰাতৃৰ মাত্ৰ এগৰাকীহে

১. উদয়ন পাণ্ডৱ বংশোদ্ভৱ আৰু পাণ্ডৱ বিলাক চন্দ্ৰবংশীয়

ভাৰ্য্যা আছিল, দ্ৰৌপদী। দ্ৰৌপদীও আছিল বাসৱদত্তাৰ দৰেই ৰূপত অতুলনীয়। তেওঁৰ সেই অতুলনীয় ৰূপে বিপদ ঘটোৱাৰ আশঙ্কাত মই তেওঁলোকক স্ত্ৰীৰপৰা উদ্ভৱ হোৱা বৈৰিতা দমন কৰিবলৈ উপদেশ দিছিলোঁ; কিয়নো স্ত্ৰী-বৈৰিতা হ'ল জগতত সকলো আপদৰ মূল। উদাহৰণ ৰূপ এটা আখ্যান কওঁ, সকলোৱে শুনক।" ১৩১-৩৪

১৬. **সুন্দ উপসুন্দৰ কথা ঃ**

পূৰ্বণি কালত সুন্দ-উপসুন্দ নামৰ দুটা দুৰ্দ্দান্ত অসুৰ ভাই-ককাই আছিল। পৰাক্ৰমেৰে সিহঁতে তিনিও লোক আক্ৰমণ কৰিছিল; সিহঁত আছিল ত্ৰিভুৱনত অপৰাজেয়। সিহঁত দুটাক বিনাশ কৰাৰ উদ্দেশ্যে ব্ৰহ্মাই বিশ্বকৰ্ম্মাক এক নাৰী সৃষ্টি কৰিবলৈ আদেশ দিলে। ব্ৰহ্মাৰ আদেশ মতে বিশ্বকৰ্ম্মাই তিলোত্তমা নামে অপূৰ্ব্ব সুন্দৰী এক দিব্য নাৰী নিৰ্ম্মাণ কৰিলে। সেই সুন্দৰী ৰমণীৰ ৰূপ ৰাশি দৰ্শন কৰিবলৈ আনকি স্বয়ং শিৱও চতুৰ্ম্মুখ হৈছিল—যাতে সেই ৰমণীয়ে প্ৰদক্ষিণ কৰাৰ সময়ত শিৱই চাৰিওফালে সমানে তেওঁৰ মুখ দেখিবলৈ পায়। ১৩৫-৩৭

ব্ৰহ্মাৰ আদেশ মতে কৈলাসৰ উদ্যানত বিহাৰ কৰা সুন্দ উপসুন্দক প্ৰলুব্ধ কৰিবলৈ বুলি তিলোত্তমা সিহঁত দুটাৰ ওচৰলৈ গ'ল। ১৩৮

সুন্দৰী তিলোত্তমা ওচৰলৈ অহা মাত্ৰকে সেই ৰমণীক দেখি অসুৰ দুটা কামোন্মত্ত হৈ পৰিল। এটাই তিলোত্তমাৰ এখন হাতত আৰু ইটোৱে ইখন হাতত ধৰি তিলোত্তমাক হৰণ কৰিবলৈ পৰস্পৰ বিৰোধিতা কৰিলে। তাৰ পিছত পৰস্পৰৰ প্ৰহাৰত দুয়োটা তৎক্ষণাত নিহত হ'ল। ১৩৯-৪০

এইদৰে চোৱাঁ, ৰমণী কাৰণো বিপদ বিঘিনিৰ কাৰণ নহয়?

(মুঃ) তোমালোক বহুতৰ (পাঁচজনৰ) প্ৰিয়তমা ভাৰ্য্যা একমাত্ৰ দ্ৰৌপদী। সেইদেখি এওঁৰ কাৰণে আশংকিত সঙ্ঘৰ্ষৰপৰা তোমালোকে নিজকে ৰক্ষা কৰিব লাগে। দ্ৰৌপদীৰ বিষয়ে তোমালোকে মোৰ উপদেশ অনুসাৰে এটা নিয়ম মানি চলিবা। ১৪১-৪২

'দ্ৰৌপদী যেতিয়া জ্যেষ্ঠজনৰ সঙ্গত থাকিব, তেতিয়া কনিষ্ঠসকলে তেওঁক মাতৃজ্ঞান কৰিব আৰু কনিষ্ঠৰ সঙ্গত থকা সময়ত জ্যেষ্ঠজনে তেওঁক বোৱাৰী

বুলি ভাৱিব।' মহাৰাজ! কল্যাণকামী আপোনাৰ প্ৰপিতামহসকলে মোৰ বাক্য 'তথাস্তু' বুলি শিৰোধাৰ্য্য কৰিছিল। ১৪৩-৪৪

হে বৎসাধিপতি! তেওঁলোক মোৰ সুহৃৎ আছিল আৰু তেওঁলোকৰ প্ৰতি থকা মৰম-স্নেহৰ বাবেই মই এতিয়া আপোনাৰ ইয়ালৈ আহিছোঁ। মোৰ কথা শুনক। পাণ্ডৱসকলে মোৰ কথা যেনেকৈ মানিছিল, আপুনিও মন্ত্ৰীবৰ্গৰ কথা সেইদৰে মানিলে অচিৰে মহৎ সম্পদলাভ কৰিব পাৰিব। কিছুকাল আপোনাৰ দুখ কষ্ট হ'ব ; কিন্তু তাত বৰ বেছি কাতৰ হৈ নপৰিব। সুখেৰে সেই দুখৰ অন্ত পৰিব।" ১৪৫-৪৭

বাক্-কৌশলৰ বিবিধ ভঙ্গীৰে ভৱিষ্যতৰ সূচনা দি বাক্যবিশাৰদ নাৰদ মুনিয়ে বৎসৰাজ উদয়নৰ ভাৱি শ্ৰীবৃদ্ধিৰ বিষয়ে যথাযথভাৱে এইদৰে উক্তি কৰিলে আৰু তাৰ পিছত মুনি তৎক্ষণাত তাতে অন্তৰ্দ্ধান হ'ল। ১৪৮

তেতিয়া যৌগন্ধৰায়ণ প্ৰমুখ্যে মন্ত্ৰীবৰ্গই মুনিশ্ৰেষ্ঠ নাৰদৰ কথাত তেওঁলোকৰ সংকল্প সিদ্ধিৰ ইঙ্গিত পাই অভীষ্ট কাৰ্য্য সিদ্ধিৰ বাবে অতিশয় যত্নপৰ হ'ল। ১৪৯

ইতি মহাকবি শ্ৰীসোমদেৱ ভট্ট বিৰচিত কথা সৰিৎ-সাগৰৰ
লাৱাণক নামৰ তৃতীয় লম্বকৰ প্ৰথম তৰঙ্গ।
শ্লোক-১৪৯

# তৃতীয় লম্বক

## দ্বিতীয় তৰঙ্গ

### উদয়নৰ পদ্মাৱতী পৰিণয়

(মূঃ) এইদৰে আলোচনা কৰি যৌগন্ধৰায়ণ আদিয়ে তেতিয়া উদয়নক তেওঁৰ প্ৰিয়তমা বাসৱদত্তাৰে সৈতে লাৱাণকলৈ আনিলে। সৈন্য-সামন্তৰ জয়ধ্বনিৰ মাজেদি ৰজা উদয়ন লাৱাণকত উপস্থিত হ'ল। সেই জয়ধ্বনিয়ে যেন মন্ত্ৰীবৰ্গৰ কাৰ্য্যসিদ্ধি হে ঘোষণা কৰিছিল। ১-২

বৎসৰাজ স-সৈন্যে লাৱণকত উপস্থিত হোৱাৰ কথা জানিব পাৰি আক্ৰমণৰ আশংকা কৰি মগধৰাজ আতংকিত হৈ পৰিল। জ্ঞানী মগধৰাজে তেতিয়া মন্ত্ৰী যৌগন্ধৰায়ণৰ ওচৰলৈ এজন দূত পঠালে; কাৰ্য্যাভিজ্ঞ মন্ত্ৰী যৌগন্ধৰায়ণে দূতক সাদৰ অভ্যৰ্থনা জনালে। ইফালে বৎসৰাজ উদয়নে তাত বাস কৰি নিতৌ অৰণ্যৰ সুন্দৰ প্ৰান্তলৈকে মৃগয়া কৰি ঘূৰি ফুৰিবলৈ ধৰিলে। ৩-৫

এদিনাখন উদয়ন মৃগয়া কৰিবলৈ গ'লত বুদ্ধিমান্ মন্ত্ৰী যৌগন্ধৰায়ণে ৰুমণ্বান্, গোপালক আৰু বসন্তকৰে সৈতে উপস্থিত কাৰ্য্যৰ বিষয়ে আলোচনা কৰিলে আৰু নিৰ্জনত থকা দেৱী বাসৱদত্তাৰ ওচৰলৈ গ'ল। বাসৱদত্তাই মন্ত্ৰীক দেখি সন্মান জনালে। ৬-৭

তেতিয়া যৌগন্ধৰায়ণে নানা যুক্তি-তৰ্কেৰে ৰাজকাৰ্য্য সাধনত বাসৱদত্তাৰ সহায় বিচাৰিলে। ককায়েক গোপালকে সকলো কথা আগতেই বাসৱদত্তাক জনাই থৈছিল। প্ৰিয়তমৰ বিৰহৰ অসহ্য যন্ত্ৰণা সহ্য কৰিবলগা হোৱা সত্ত্বেও ৰাণীয়ে সেই প্ৰস্তাৱত সন্মতি জনালে; স্বামীৰ প্ৰতি অনুৰক্তা কুলৰমণীয়ে স্বামীৰ কল্যাণৰ বাবে সহ্য কৰিব নোৱাৰা কি কষ্ট আছে? ৮-৯

তাৰ পিছত কৰ্মকুশল যৌগন্ধৰায়ণে দেৱী বাসৱদত্তাৰ বেশ-ভূষা সলনি কৰাই আৰু ৰূপ পৰিবৰ্তনৰ কৌশলেৰে তেওঁক এগৰাকী ব্ৰাহ্মণ মহিলাৰ ৰূপত সজালে আৰু তেওঁ নিজেও বুঢ়া বামুণৰ ৰূপ ধাৰণ কৰিলে। বসন্তকক সজালে এটা কণা ব্ৰহ্মচাৰীৰ ছদ্মবেশত। ১০-১১

ছদ্মবেশিনী বাসৱদত্তাক লৈ তেতিয়া যৌগন্ধৰায়ণে ছদ্মবেশী বসন্তকৰে সৈতে মগধ দেশলৈ বুলি যাত্ৰা কৰিলে। বাসৱদত্তাই খোজ কাঢ়ি মগধৰ পথত আগবাঢ়িলেও তেওঁৰ মনে হ'লে বৎসৰাজ উদয়নৰ ফালেহে চাপলি মেলিছিল। ১২-১৩

ইফালে বুদ্ধ্বিবানে বাসৱদত্তাৰ শিবিৰত জুই লগাই দি 'হায়! হায়!! দেৱী বাসৱদত্তা আৰু বসন্তক অগ্নিত জাহ গ'ল' বুলি ডাঙৰকৈ চিঞৰিবলৈ ধৰিলে। জুইৰ শিখা আৰু কান্দোনৰ ৰাউচি সমানে ওপৰলৈ উঠিবলৈ ধৰিলে; লাহে লাহে জুইৰ তেজ কমি আহিল, কিন্তু ক্ৰন্দনধ্বনি হ'লে নকমিল। ১৪-১৯

বাসৱদত্তা আৰু বসন্তকৰে সৈতে যৌগন্ধৰায়ণ মগধৰ ৰাজধানীত উপস্থিত হ'ল। তেনে সময়তে উদ্যানলৈ অহা ৰাজকুমাৰী পদ্মাৱতীক দেখি ৰখীয়াবোৰে বাধা দিয়া সত্ত্বেও যৌগন্ধৰায়ণ তেওঁলোক দুয়োকে লগত লৈ ৰাজকুমাৰীৰ ওচৰলৈ গ'ল। ব্ৰাহ্মণীৰ ছদ্মবেশত থকা বাসৱদত্তাক দেখা মাত্ৰকে পদ্মাৱতীৰ নয়ন-মনত প্ৰীতি উপজিল। পদ্মাৱতীয়ে ৰক্ষীবোৰৰ হকা বাধা অগ্ৰাহ্য কৰি ব্ৰাহ্মণবেশী যৌগন্ধৰায়ণক নিজৰ ওচৰলৈ আহিবলৈ অনুমতি দিলে।

পদ্মাৱতীয়ে সুধিলে।

—"হে ব্ৰাহ্মণশ্ৰেষ্ঠ! এই কন্যা-গৰাকী আপোনাৰ কি হয়? আপুনি কি মনেৰেনো ইয়ালৈ আহিল?" যৌগন্ধৰায়ণে ৰাজকন্যাক এইবুলি উত্তৰ দিলে।

—"ৰাজকুমাৰী! এওঁ মোৰ কন্যা, নাম আৱন্তিকা। মদ-জুৱাত আসক্ত এওঁৰ স্বামীয়ে এওঁক এৰি থৈ ক'ৰবালৈ গুচি গৈছে। আইদেউ! মই এতিয়া মোৰ ছোৱালীক আপোনাৰ হাতত গতাই থৈ যাব খুজিছোঁ; এওঁৰ স্বামীক বিচাৰি ননালৈকে এওঁ আপোনাৰ আশ্ৰয়তে থাকক। এওঁৰ ভায়েক এই কণা ব্ৰহ্মচাৰী বালকো বায়েকৰ লগত ইয়াতে থাকক; যাতে বায়েকে অকলশৰে থাকি মনত দুখ নাপায়।" ২০-২৩

যৌগন্ধৰায়ণৰ এই প্ৰাৰ্থনাত ৰাজকন্যাই সন্মতি জনালে আৰু তেতিয়া মন্ত্ৰীয়ে (যৌগন্ধৰায়ণ) লৱালৰিকৈ লাৱাণকলৈ প্ৰস্থান কৰিলে। ইফালে স্নেহশীলা ৰাজকন্যা পদ্মাৱতীয়ে আৱন্তিকা নামেৰে পৰিচিতা বাসৱদত্তা আৰু

কণা ব্ৰহ্মচাৰী বালক বসন্তক দুয়োকে যথেষ্ট আদৰ-সাদৰ কৰি কন্যান্তঃপুৰলৈ আনিলে। তেওঁলোকে ৰঙে আনন্দৰে তাত বাস কৰিবলৈ ধৰিলে। ২৪-২৬

পদ্মাৱতীৰ বাসকক্ষত সোমায়েই বাসৱদত্তাৰ চকুত পৰিল কক্ষৰবেৰৰ ৰামায়ণৰ ভিত্তি-চিত্ৰলৈ। চিত্ৰাঙ্কিত সীতাৰ বিৰহিণী ৰূপলৈ চাই বাসৱদত্তাই সীতাৰ দৰেই নিজৰ বিৰহ বেদনা সহ্য কৰিবলৈ মনস্থিৰ কৰিলে। বাসৱদত্তাৰ আকৃতি প্ৰকৃতি, সৌকুমাৰ্য্য, উঠা-বহা, খোৱা-শোৱা আদিৰ সৌষ্ঠৱ, নীলোৎপলৰ তুল্য সুগন্ধি শৰীৰ এই সকলোবেপৰা পদ্মাৱতীয়ে বাসৱদত্তাক অভিজাত কুলোদ্ভৱা বুলি ঠাঁৱৰ কৰিলে আৰু ৰাজোচিত সেৱা শুশ্ৰূষাৰ ব্যৱস্থা কৰিলে। ২৭-২৯

বাসৱদত্তাই মনতে আৰু ভাৱিলে নিশ্চয় ছদ্মবেশত থকা এওঁ অন্য কোনোৱা অভিজাত বংশৰ ৰমণীহে; বিৰাট ৰজাৰ অন্তঃপুৰত দ্ৰৌপদীয়ে জানো গোপনে বাস কৰা নাছিল? ৩০

এদিন বাসৱদত্তাই কিবা প্ৰসঙ্গত পদ্মাৱতীৰ বাবে এধাৰ অম্লান মালা গাঁথিলে আৰু পদ্মাৱতীৰ কপালত তিলক আঁকিলে। এনে মালা গাঁথিবলৈ আৰু তিলক আঁকিবলৈ তেওঁ পূৰ্বে শিকি থৈছিল। সেই মালা আৰু তিলকবে বিভূষিতা পদ্মাৱতীক নিৰ্জনত মাকে দেখি তেওঁক সুধিলে; "তোমাক কোনে এই মালাধাৰ গাঁথি দিলে? এই ফোট নো কোনে পিন্ধালে?" মোৰ অন্তঃপুৰত আৱন্তিকা নামৰ এগৰাকী মহিলা আছে, তেৱেঁই মোৰ বাবে এই দুপদ বস্তু প্ৰস্তুত কৰিছে বুলি পদ্মাৱতীয়ে উত্তৰ দিলে। ৩১-৩৩

তাকে শুনি মাকে ক'লে,—"আই! যি এনে অপূৰ্ব মালা গোঁথাৰ কৌশল জানে, তেওঁ সাধাৰণ মানৱী নহয়; নিশ্চয় ছদ্মৱেশত থকা কোনোৱা দেৱী। কিয়নো প্ৰৱঞ্চনা কৰিবলৈ বুলি কোনো কোনো লোকৰ ঘৰত এইদৰে দেৱতা আৰু মুনিসকলে বাস কৰে। এই প্ৰসঙ্গত এটা পুৰণি আখ্যান কওঁ, শুনা।" ৩৪-৩৫

## ১৭. কুন্তী আৰু দুৰ্বাসাৰ কথা ঃ

পুৰণি কালত কুন্তিভোজ নামে এজন ৰজা আছিল। প্ৰৱঞ্চনা-পৰায়ণ ঋষি দুৰ্বাসা আহি এসময়ত তেওঁৰ ঘৰত আলহি হৈছিল। ৩৬

ৰজা কুন্তিভোজে নিজকন্যা কুন্তীক দুৰ্বাসাৰ পৰিচৰ্য্যাত নিযুক্ত কৰিলে আৰু তেওঁ নিজেও মুনিৰ পৰিচৰ্য্যা যত্নেৰে কৰিবলৈ ধৰিলে। এদিনাখন

মুনিয়ে কুন্তীক এইবুলি ক'লে ; 'মই বেগেতে স্নান কৰি আহোঁ, তুমি মোলৈ পৰমান্ন ৰান্ধা।' ইয়াকে কৈ দুৰ্বাসাই নৰালৰিকৈ গা ধুই পৰমান্ন খাবলৈ আহিল ; কুন্তীয়ে তেতিয়া পৰমান্ন পৰিপূৰ্ণ পাত্ৰটোকে মুনিৰ ওচৰলৈ আনিলে। ৩৭-৩৯।

বৰ তপত পৰমান্নেৰে অতিপাত গৰম হৈ থকা পাত্ৰটো হাতেৰে ধৰিব নোৱাৰি মুনিয়ে কুন্তীৰ পিঠিলৈ দৃষ্টিপাত কৰিলে আৰু কুন্তীয়েও দুৰ্বাসাৰ মনোভাৱ বুজিব পাৰি নিজে পিঠি পাতি পৰমান্নৰ পাত্ৰটো ধাৰণ কৰিলে। মুনিয়ে তেতিয়া আপোন মনেৰে পৰমান্ন খাবলৈ লাগিল আৰু ইফালে কুন্তীৰ পিঠি দেই পুৰি যাবলৈ ধৰিলে। পিঠিখন দেই পুৰি যোৱা সত্ত্বেও কুন্তীয়ে লৰ-চৰ নকৰাকৈ থকা দেখি মুনি পৰম সন্তুষ্ট হ'ল আৰু ভোজনৰ শেষত কুন্তীক বৰ দিলে। ৪০-৪২

( মুঃ ) মুনি দুৰ্বাসা তেনেকৈয়ে আছিল ; এতিয়া এই আৱন্তিকাও তেনেদৰেই হয়তো তোমাৰ লগত আছে, গতিকে তুমি তেওঁৰ যথোচিত পৰিচৰ্য্যা কৰাঁ। পদ্মাৱতীয়ে মাকৰ মুখৰপৰা এই কথা শুনি বাসৱদত্তাক অন্যৰূপত থকা কোনোবা দেৱী বুলি ভাবি তেওঁক আৰু অধিক আদৰ সন্মান কৰিবলৈ ধৰিলে। ৪৩-৪৪

স্বামীৰ বিচ্ছেদত বিৰহ-বিধুৰা বাসৱদত্তায়ো পদ্মাৱতীৰ কন্যান্তঃ-পুৰত মলিন বেশেৰে মাজ ৰাতিৰ পদুম পাহিৰ দৰে থাকিবলৈ ধৰিলে। মাজে সময়ে মাত্ৰ বসন্তকৰ বালকোচিত অঙ্গিভঙ্গীয়ে তেওঁৰ মুখত হাঁহি বিৰিঙাইছিল। ৪৫-৪৬

ইফালে বৎসৰাজ উদয়নেও মৃগয়া ভূমিত বহুত দূৰ ঘূৰি ফুৰি বহুত বেলিৰ মূৰত সন্ধিয়া পৰত লাৱাণক পালেহি। তেওঁ ৰাজ অৱৰোধ অগ্নিত ভস্ম হোৱা দেখা পালে ; বাসৱদত্তা আৰু বসন্তক জুইত পুৰি মৰিল বুলিও মন্ত্ৰীবৰ্গৰপৰা শুনিলে। ৪৭-৪৮

বাৰ্তাৰি শুনিয়েই শোক-বেজাৰত মূৰ্চ্ছিত হৈ উদয়ন মাটিত বাগৰি পৰিল ; যেন তেওঁৰ অন্তৰৰ শোক দূৰ কৰিবলৈকে অচৈতন্যই তেওঁক আবৰি ধৰিলে। ক্ষন্তেক পিছত জ্ঞান পোৱাত তেওঁৰ অন্তৰখন শোকাগ্নিয়ে এনেকৈ পুৰিবলৈ ধৰিলে যেন বাসৱদত্তাক দাহ কৰা জুইকুৰাহে তেওঁৰ অন্তৰত সোমাল। ৪৯-৫০

শোকত বিহ্বল হৈ উদয়নে বিলাপ কৰিবলৈ ধৰিলে আৰু আত্মহত্যা কৰাৰ বাহিৰে তেওঁ আন কোনো উপায় নেদেখিলে। ক্ষন্তেক পৰ গুণি ৰজাই নাৰদৰ ভৱিষ্যৎবাণী সুঁৱৰি চিন্তা কৰিবলৈ ধৰিলে। ৫১

"ৰাজ-মহিষী বাসৱদত্তাৰ পুত্ৰ বিদ্যাধৰ সকলৰ অধিপতি ৰজা হ'ব" বুলি মোক পূৰ্বে নাৰদে কৈছিল। নাৰদৰ এইষাৰ কথা কেতিয়াও মিছা হ'ব নোৱাৰে। মোৰ কিছুকাল দুখ হ'ব বুলিও নাৰদ মুনিয়েই মোক কৈছিল। আন ফালে গোপালকৰ শোক নিচেই উপৰুৱা যেন দেখা গৈছে আৰু যৌগন্ধ-ৰায়ণ আদিৰো বেজাৰ গভীৰ যেন লগা নাই। কিজানি দেৱী বাসৱদত্তা কেনেবাকৈ জীয়াই আছে যেনহে লাগিছে। মন্ত্ৰীসকলে কিবা ৰাজনৈতিক কূট-কৌশল প্ৰয়োগ কৰিছে যেনহে লাগে। সেই দেখি কেতিয়াবা আকৌ বাসৱদত্তাৰ সৈতে মোৰ মিলনো হ'ব পাৰে ?" ৫২-৫৫

এই দৰে ভাবি-গুণি ( মন স্থিৰ কৰি ) আৰু মন্ত্ৰীসকলৰ সান্ত্বনা বাণী শুনি উদয়নে কোনোমতে ধৈৰ্য্য ধাৰণ কৰিলে। ইফালে গোপালকে কোনেও গম নোপোৱাকৈ প্ৰকৃত অৱস্থাৰ বাতৰি দিবলৈ এটা গুপ্তচৰ বাসৱদত্তাৰ ওচৰলৈ পঠালে যাতে তেওঁ ধৈৰ্য্য ধৰি থাকিব পাৰে। ৫৬-৫৭

লাৱাণকত এই ঘটনা ঘটাত তাত থকা মগধৰাজৰ গুপ্তচৰবিলাকে মগধলৈ গৈ ৰজাৰ আগত সকলো বৃত্তান্ত জনালে। উপস্থিত-বুদ্ধি-সম্পন্ন মগধৰাজেও উক্ত ঘটনাৰ খবৰ পায়েই নিজৰ কন্যাক বৎসৰাজ উদয়নলৈ বিয়া দিবলৈ মন কৰিলে ; কিয়নো ৰাজকন্যাৰ বাবে মন্ত্ৰীসকলে আগতে সেই প্ৰস্তাৱ আগ-বঢ়াইছিল। ৫৮-৫৯।

তেতিয়া মগধৰাজে নিজৰ মনোভাৱ জনাই বৎসৰাজ উদয়ন আৰু মন্ত্ৰী যৌগন্ধৰায়ণৰ ওচৰলৈ দূত পঠালে। "যৌগন্ধৰায়ণে কিজানি কেনেবাকৈ ক'ৰবাত বাসৱদত্তাক লুকাই থৈছে"—ইয়াকে ভাবি যৌগন্ধৰায়ণৰ কথা মতে উদয়নে মগধ ৰাজৰ প্ৰস্তাৱত সন্মতি জনালে। ৬০-৬১

তেতিয়া মহামন্ত্ৰী যৌগন্ধৰায়ণে বিয়াৰ লগ্ন নিৰূপণ কৰি লৰালৰিকৈ মগধৰাজৰ ওচৰলৈ ওলোটাই দূত পঠালে আৰু দূতৰ মুখেদি এইবুলি বাতৰি দিলে।

—"মহাৰাজৰ প্ৰস্তাৱ বৎসৰাজে গ্ৰহণ কৰিছে। পদ্মাৱতীৰ পাণিগ্ৰহণ কৰিবলৈ আজিৰপৰা সাতদিনৰ মূৰত মহাৰাজ উদয়ন মগধৰ ৰাজধানীত

উপস্থিত হ'বগৈ।" ইয়াকে কৰিলে উদয়নে সোনকালে বাসৱদত্তাৰ বিৰহ-শোক পাহৰিব। ৬২-৬৪

বাৰ্তা বহন কৰি প্ৰতিদূতে মগধৰ ৰাজধানী পালেগৈ আৰু জনাবলৈ দিয়া বাৰ্তাৰ মগধৰাজক জনালে। মগধৰাজে দূতক আনন্দৰে অভ্যৰ্থনা জনালে। ৰজাই জীয়েকৰ প্ৰতি থকা তেওঁৰ স্নেহ আৰু নিজৰ অভিৰুচি আৰু ঐশ্বৰ্য্য-বিভূতিৰ অনুৰূপে বিবাহোৎসৱৰ আয়োজন কৰিলে। পদ্মাৱতীয়ে মনোমত স্বামী পোৱাৰ বাৰ্তাৰত আনন্দ লাভ কৰিলে আৰু ইফালে বাসৱদত্তা শোকত ম্ৰিয়মান হৈ পৰিল। ৬৫-৬৭

( পদ্মাৱতীৰ সৈতে উদয়নৰ বিয়াৰ ) বাৰ্তাৰ কাণত পৰা মাত্ৰকে বাসৱদত্তাৰ মুখৰ বৰণ সলনি হ'ল ; প্ৰকৃততে তেওঁৰ ছদ্মবেশে ( বিকৃত বেশত ) বাস কৰাৰ ই সহায়ক যেন হৈছিল। এই বিয়াৰপৰা শত্ৰু মিত্ৰত পৰিণত হ'ব আৰু আপোনাৰ স্বামী আপোনাৰ প্ৰতি বিৰূপ নহয়"—বসন্তকে কোৱা এই কথাষাৰে সখী যেন হৈ তেওঁক অলপ সান্ত্বনা দিলে আৰু তেৰোঁ কোনোমতে ধৈৰ্য্য ধৰিলে। ৬৮-৬৯

বিবাহ আসন্ন হৈ পৰাত বুদ্ধিমতী বাসৱদত্তাই পদ্মাৱতীৰ বাবে দুনাই অম্লান মালা আৰু তিলক প্ৰস্তুত কৰিলে। সপ্তম দিনা বৎসৰাজ উদয়ন সসৈন্য মন্ত্ৰীবৰ্গৰ সৈতে মগধৰ ৰাজধানীত বৰ বেশেৰে উপস্থিত হ'ল। ৭০-৭১

বাসৱদত্তাক লাভ কৰাৰ আশা নথকা হ'লে উদয়নে মনেৰেও এনে আড়ম্বৰত যোগ নিদিলেহেঁতেন। নৱোদিত চন্দ্ৰক সাগৰে স্পৰ্শ কৰিবলৈ যোৱাৰ দৰে, মগধৰ প্ৰজাৰ নয়নৰ আনন্দদায়ক, চন্দ্ৰ তুল্য উদয়নক অভ্যৰ্থনা জনাবলৈ মগধৰাজ আনন্দমনেৰে আগবাঢ়ি আহিল। ৭২-৭৩

ইফালে উদয়নে বৰ বেশেৰে মগধৰ ৰাজধানীত প্ৰৱেশ কৰিলে। নাগৰিক-সকলৰ দৃষ্টিত আনন্দৰ ৰেঙণি দেখা দিলে। ৭৪

বিৰহ বেদনাত উদয়নৰ শৰীৰ খীণাই গৈছিল যদিও তেওঁৰ ভুৱন ভুলোৱা মনোমোহা ৰূপ দেখি পৌৰ-ৰমণীবিলাকে তেওঁক ৰতিহীন কামদেৱ যেন জ্ঞান কৰিলে। নগৰত সোমোৱাৰ পিছত উদয়ন ৰাজ-অন্তঃপুৰৰ আয়তীসকলেৰে ভৰি থকা বিবাহ মণ্ডপ পালেগৈ। আয়তীসকলে মাঙ্গলিক বসন-ভূষণেৰে সজাই থোৱা ৰাজকন্যা পদ্মাৱতীক উদয়নে তাত দেখিলে, যেন পূৰ্ণিমাৰ জোনৰ নিচিনা মুখৰ কান্তিৰে তেওঁ চন্দ্ৰকো চেৰ পেলাই বিৰাজ কৰিছে। পদ্মাৱতীৰ ডিঙিৰ

দিব্য মালা আৰু কপালৰ উজ্জ্বল তিলকলৈ লক্ষ্য কৰি উদয়নে তেওঁনো ক'ৰপৰা এই দুপদ আভাৰণ পালে বুলি মনতে ভাবিবলৈ ধৰিলে। ৭৫-৭৮

তাৰ পিছত ৰজা উদয়নে বিবাহ বেদীত বহি পদ্মাৱতীৰ কৰ (হাত) গ্ৰহণ কৰিলে ; প্ৰকৃততে সেয়ে তেওঁৰ সমগ্ৰ পৃথিৱীৰ কৰ (শুল্ক) গ্ৰহণৰ আৰম্ভণি স্বৰূপ হ'ল। ৭৯

বাসৱদত্তা-প্ৰাণ উদয়নে অন্য ৰমণীৰ মুখলৈ চোৱা অনুচিত বুলিয়েই যেন হোমাগ্নিৰ ধোঁৱাই তেওঁৰ দুচকু মুদ খুৱাই দিলে। ৮০

অগ্নি-প্ৰদক্ষিণ কৰাৰ সময়ত জুইৰ তাপত ৰঙা হৈ পৰা পদ্মাৱতীৰ মুখখন স্বামীৰ বিৰূপ অভিপ্ৰায় জানিহে যেন খঙত ৰঙা পৰিছিল। ৮১

বিবাহ বিধি সম্পন্ন হোৱাৰ পিছত উদয়নে পদ্মাৱতীৰ হাত পৰিত্যাগ কৰিলে ; কিন্তু নিজৰ মনৰপৰা বাসৱদত্তাৰ চিন্তা খন্তেকলৈকো পৰিত্যাগ কৰিব পৰা নাছিল। ৮২

পদ্মাৱতীৰ বিয়াত মগধৰাজে যৌতুকত ইমান ধন-ৰত্ন দিলে যে সমগ্ৰ পৃথিৱীৰ ৰত্নৰাজি সংগ্ৰহ কৰি দিয়া যেন লাগিল। ৮৩

কৌতিয়াও উদয়নৰ দ্ৰোহ আচৰণ নকৰাৰ প্ৰতিশ্ৰুতিত তেতিয়া যৌগন্ধৰায়ণে অগ্নি সাক্ষী কৰি মগধৰাজক শপত খুৱালে। বিবিধ উত্তম বস্ত্ৰ-আভৰণ বিতৰণ কৰা হ'ল, চাৰণে প্ৰশস্তি গীত গালে আৰু গণিকাবৃন্দই নৃত্য-গীতেৰে বিবাহ-মণ্ডপ আনন্দ-মুখৰিত কৰি তুলিলে। বিবাহ মহোৎসৱ চলিবলৈ ধৰিলে। ৮৪-৮৫

স্বামীৰ অভ্যুদয়লৈ অপেক্ষা কৰি বাসৱদত্তা তেতিয়া সকলোৰে চকুৰ আঁৰত শুই থকাৰ দৰে আছিল ; তেওঁক তেতিয়া দিনৰ উজ্জ্বল সূৰ্য্যৰ কিৰণত শেতা পৰা চন্দ্ৰৰ জোৎস্না যেন লাগিছিল। ৮৬

অন্তঃপুৰলৈ আহিলে উদয়নে কেনেবাকৈ বাসৱদত্তাক দেখিব আৰু সেয়ে হ'লে সকলো গোপন সিদ্ধান্ত প্ৰকাশ হৈ পৰিব (মন্ত্ৰ ভেদ) বুলি যৌগন্ধৰায়ণৰ মনত ঘোৰ আশঙ্কা জন্মিল। সেই কাৰণে তেওঁ মগধেশ্বৰক এই বুলি জনালে যে আজিয়েই উদয়ন মগধৰ ৰাজপ্ৰাসাদৰপৰা যাব। ৮৭-৮৮

মগধৰাজে এই প্ৰস্তাৱত সন্মতি জনালে। ইফালে উদয়নক সেই কথা জনোৱাত তেওঁ মান্তি হ'ল। পান-ভোজন শেষ হ'লত বৎসৰাজ উদয়নে পদ্মাৱতীক লগত লৈ মন্ত্ৰীবৰ্গৰ সৈতে নিজ ৰাজ্যলৈ যাত্ৰা কৰিলে। ৮৯-৯০

ইফালে পদ্মাৱতীৰ নিৰ্দেশ ক্ৰমে বাসৱদত্তায়ো পদ্মাৱতীয়ে দিয়া ৰথত উঠি তেওঁৰ পৰিচাৰকবৰ্গৰ সৈতে সৈন্য বাহিনীৰ পিছে পিছে গোপনে আহিল। বেশ পৰিৱৰ্তন কৰি বসন্তকো আগে আগে লগত আহিল। ৯১-৯২

ক্ৰমে উদয়নে লাৱাণক পালেহি আৰু নৱ-পৰিণীতা পদ্মাৱতীৰে সৈতে ৰাজ প্ৰাসাদত প্ৰৱেশ কৰিলে। দেৱী বাসৱদত্তাগত হৃদয় উদয়নে পিছে তেতিয়া অকলশৰীয়া যেন হে অনুভৱ কৰিছিল। ইফালে বাসৱদত্তা তাত উপস্থিত হৈ পৰিচাৰকবৰ্গক অন্য ঠাইত থৈ মাজ ৰাতি গোপালকৰ বাসভৱনলৈ গ'ল। ৯৩-৯৪

ককায়েক গোপালকক দেখি বাসৱদত্তাই ডিঙিত সাৱটি কান্দিবলৈ ধৰিলে আৰু গোপালকৰো দুধাৰে চকুলো ববলৈ ধৰিলে। সেই সময়ত পূৰ্ব সিদ্ধান্ত অনুসাৰে ৰুমণ্বানক লগত লৈ যৌগন্ধৰায়ণ তাত উপস্থিত হ'লহি। তেওঁক দেখি বাসৱদত্তাই তেওঁৰ প্ৰতি শ্ৰদ্ধা জনালে। মন্ত্ৰীয়ে বাসৱদত্তাৰ বিৰহ দুখ দূৰ কৰিবলৈ বুলি সান্ত্বনা দিওঁতেই বাসৱদত্তাৰ পৰিচাৰকবৰ্গ পদ্মাৱতীৰ কাষ পালেগৈ। তেওঁলোকে পদ্মাৱতীক এইদৰে নিৱেদন কৰিলে—"দেৱী! আৱন্তিকা আমাৰ লগতে আহি এইখিনি পায়েই মনতে কিবা ভাৱি আমাক অন্য ঠাইত থৈ গোপালকৰ বাসগৃহ সোমাল গৈ।" ৯৫-৯৮

উদয়নৰ আগতে পৰিচাৰকবৰ্গই এই দৰে জনোৱাত পদ্মাৱতী সশঙ্কিত হৈ পৰিল। তেওঁ পৰিচাৰকবৰ্গক নিৰ্দেশ দিলে। "তোমালোকে আৱন্তিকাক কোৱাগৈ, তেওঁৰ দায়িত্ব মোৰ ওপৰত ন্যস্ত। গোপালকৰ বাসভৱনত তেওঁৰ কোনো কাম নাই; মই য'ত আছোঁ, আৱন্তিকা তালৈ আহিব লাগে।" ৯৯-১০০

পৰিচাৰকবৰ্গ গ'লত উদয়নে পদ্মাৱতীক গোপনে সুধিলে,—"তোমাৰ মালা কোনে গাঁথি দিছিল? তিলক নো কোনে আঁকি দিছিল?" ১০১

পদ্মাৱতীয়ে ক'লে—"এজন ব্ৰাহ্মণে মোৰ হাতত ন্যাস ৰূপে আৱন্তিকা নামৰ এগৰাকী মহিলা দি গৈছিল; এই দুবিধ শ্ৰেষ্ঠ শিল্প তেওঁৰেই সৃষ্টি।" ১০২

এই কথা শুনামাত্ৰকে উদয়নে সেই ৰমণী নিশ্চয় বাসৱদত্তা বুলি স্থিৰ কৰি তৎক্ষণাত গোপালকৰ ঘৰলৈ গ'ল। উদয়ন গৈ প্ৰহৰীৰক্ষিত গোপালকৰ ঘৰৰ দুৱাৰ মুখত উপস্থিত হ'ল। (প্ৰহৰীয়ে দুৱাৰ মোকোলাই দিয়াত) উদায়ন ঘৰৰ ভিতৰত দেৱী বাসৱদত্তাক দুজনা মন্ত্ৰী যৌগন্ধৰায়ন আৰু ৰুমণ্বান আৰু ককায়েক গোপালকৰ সৈতে বহি থকা দেখিলে। তাত বহি

থকা বাসৱদত্তা প্ৰৱাসৰ অন্তত ৰাহুৰ কৱলৰপৰা মুক্ত হোৱা চন্দ্ৰৰ কলা ৰূপে তেওঁৰ নয়নত প্ৰতিভাত হ'ল। ১০৩-১০৫

বাসৱদত্তাক দেখিয়েই উদয়ন শোকত বিহ্বল হ'ল আৰু অচেতন হৈ মাটিত বাগৰি পৰিল; ইফাল ( উদয়নক তেনে অৱস্থাত দেখি ) বাসৱদত্তাৰ বুকুত কঁপনি উঠিল। বিৰহত শেতা পৰি যোৱা বাসৱদত্তাও বিমূৰ্চ্ছিত হৈ মাটিত পৰিল আৰু খন্তেক পিছতে চেতনা পাই নিজৰ কৃতকৰ্মৰ বাবে বিলাপ কৰিবলৈ ধৰিলে। ১০৬-১০৭

ৰাজ-দম্পতী উদয়ন আৰু বাসৱদত্তাই শোকত বিহ্বল হৈ এইদৰে উচুপিবলৈ ধৰিলে; যৌগন্ধৰায়ণৰ মুখো চকুলোৱে ধুই নিলে। ইফালে যথাসময়ত এই কোলাহলৰ খবৰ পাই পদ্মাৱতীও ব্যাকুল হৈ লৰালৰিকৈ তালৈকে আহিল। ৰজা উদয়ন আৰু বাসৱদত্তাৰ বিষয়ে সকলো কথা লাহে লাহে জানিব পাৰি পদ্মাৱতীৰ অৱস্থাও তেনেকুৱা হ'ল; কিয়নো সৎ স্ত্ৰীৰ চৰিত্ৰ স্নিগ্ধ আৰু মধুৰ। ১০৮-১১০

"স্বামীৰ সকলো দুখ-দুৰ্দশাৰ কাৰণ; মইনো জীয়াই থকাৰ কি লাভ?" কান্দি কান্দি বাসৱদত্তাই এইদৰে ক'বলৈ ধৰিলে।

"মহাৰাজৰ সৈতে মগধৰাজৰ কন্যাৰ বিবাহ হ'লে মহাৰাজৰ সাম্ৰাজ্য লাভ হ'ব—এই কথা চিন্তা কৰিয়েই এই সকলোখিনি কাম ময়েই কৰিছিলোঁ; ইয়াত দেৱী বাসৱদত্তাৰ অকনো দোষ নাই। দেৱীৰ সপত্নী পদ্মাৱতীয়েই দেৱীৰ প্ৰৱাস-চৰিত্ৰৰ সাক্ষী।" এইবুলি তেতিয়া ধীৰ মতিৰ যৌগন্ধৰায়ণে বৎসৰাজক নিবেদন কৰিলে। ১১১-১১৩

দেৱী বাসৱদত্তাৰ সচ্চৰিত্ৰতা প্ৰমাণ কৰিবলৈ মই নিজে অগ্নি-পৰীক্ষাৰ বাবে সাজু—এইবুলি তেতিয়া ঈৰ্ষা-কলুষ-ৰহিতা পদ্মাৱতীয়ে ক'লে। তাকে শুনি ৰজাই ক'লে—"এই সকলোৰে বাবে ময়ে একমাত্ৰ অপৰাধী। মোৰ কাৰণেই মহাৰাণী বাসৱদত্তাই ইমান নিকাৰ ভুগিব লগা হ'ল।" ৰজাৰ হৃদয়-শুদ্ধিৰ বাবে মই নিশ্চই অগ্নিত প্ৰৱেশ কৰিব লাগিব—এইবুলি বাসৱদত্তায়ো দৃঢ়মত প্ৰকাশ কৰিলে। ১১৪-১১৬

তেতিয়া উত্তম ধীমান্ যৌগন্ধৰায়ণে পানী এচুল মুখত লৈ শুদ্ধ হৈ পূব মুখীয়াকৈ বহি এই দৰে ক'বলৈ ধৰিলে। ১১৭

—"হে লোকপালসকল! যদি মই প্ৰকৃততে ৰজাৰ হিতাকাংক্ষী আৰু

যদি দেৱী বাসৱদত্তা প্ৰতিব্ৰতা ৰমণী, তেনেহ'লে আপোনালোকে সেই কথা প্ৰকাশ কৰক ; নহ'লে মই প্ৰাণ ত্যাগ কৰিম।" ১১৮

এই দৰে কৈ যৌগন্ধৰায়ণ মৌন হৈ ৰ'লত আকাশী-বাণী শুনা গ'ল। 'মহাৰাজ উদয়ন ! তুমি ধন্য ! যাৰ যৌগন্ধৰায়ণৰ দৰে বিচক্ষণ মন্ত্ৰী আছে আৰু আছে পূৰ্বজন্মৰ দেৱী স্বৰূপ বাসৱদত্তাৰ নিচিনা পতিব্ৰতা ভাৰ্য্যা। বাসৱদত্তাৰ গাত অকনো চেক নাই।' ইয়াকে কৈ দৈৱবাণী নীৰৱ হ'ল। ১১৯-২০

বাৰিষাৰ বৰ্ষণোন্মুখ নতুন মেঘৰ গাৰ্জনি শুনি ম'ৰা চৰায়ে মূৰ দাঙি ওপৰলৈ চোৱাৰ দৰে সমৱেত সকলোৱে মেঘমন্দ্ৰ গৰ্জনৰ নিচিনা আকাশী-বাণী শুনি ওপৰলৈ মুখ কৰি শুনিলে। গোপালক আৰু উদয়ন দুয়ো মন্ত্ৰী যৌগন্ধৰায়ণৰ কাৰ্য্যৰ প্ৰশংসা কৰিলে। উদয়নে সমগ্ৰ পৃথিৱী তেওঁৰ আয়ত্ত হোৱা যেন অনুভৱ কৰিলে।

উদয়নে তেতিয়া ৰতিস্বৰূপা পদ্মাৱতী আৰু নিবৃত্তিৰূপা (সুখ) বাসৱদত্তাৰ সঙ্গম মুখ নিৰন্তৰ উপভোগ কৰিবলৈ ধৰিলে ; তেওঁলোকৰ অনুৰাগো যেন দিনে দিনে বাঢ়িবলৈ ধৰিলে। ১২১-২৩

ইতি মহাকবি শ্ৰীসোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ সাগৰৰ
লাৱাণক নামৰ তৃতীয় লম্বকৰ দ্বিতীয় তৰঙ্গ
শ্লোক ১২৩।

## তৃতীয় লম্বক

## তৃতীয় তৰঙ্গ

( মূঃ ) এদিনাখন বৎসৰাজ বাসৱদত্তা আৰু পদ্মাৱতীৰ সৈতে নিৰ্জন ঠাইত মদ্যপানত নিমগ্ন হৈ আছিল। তেতিয়া তালৈকে ৰজাই গোপালক ৰুমণ্বান আৰু বসন্তকক মাতি আনি তেওঁলোকৰ সৈতে গোপনে আলোচনা কৰিবলৈ ধৰিলে। ১-৩

### ১৮. উৰ্ব্বশীৰ আখ্যান :

পুৰণি কালত পুৰুৰৱা নামে এজন পৰম বৈষ্ণৱ ৰজা আছিল। পৃথিৱী আৰু স্বৰ্গত তেওঁৰ সমানে অবাধ গতি। ৪

এবাৰ নন্দন কাননত ভ্ৰমণ কৰি থাকোঁতে অপ্সৰা উৰ্ব্বশীয়ে তেওঁক দেখিলে। উৰ্ব্বশী আছিল কামদেৱৰ সাক্ষাৎ মোহনাস্ত্ৰ স্বৰূপ। ৫

পুৰুৰৱাক দেখা মাত্ৰকে উৰ্ব্বশী কামাতুৰা হৈ পৰিল। তাকে দেখি উৰ্ব্বশীৰ সখীয়েক ৰম্ভা আদিৰ মনত বৰ ভয় লাগিল। ৬

ইফালে ৰজা পুৰুৰৱাও লাৱণ্য ৰসৰ নিজৰা যেন উৰ্ব্বশীক দেখি তেওঁক আলিঙ্গন কৰিবলৈ নাপাই তাতে মূৰ্চ্ছিত হৈ পৰিল। ৭

তেতিয়া ক্ষীৰ সমুদ্ৰত থকা অন্তৰ্যামী হৰিয়ে তেওঁক দৰ্শন কৰিবলৈ অহা নাৰদক এইবুলি নিৰ্দেশ দিলে। ৮

—"হে দেৱৰ্ষি! উৰ্ব্বশীয়ে ৰজা পুৰুৰৱাৰ চিত্ত-হৰণ কৰি কৰবালৈ গুচি গৈছে। ৰজা এতিয়া উৰ্ব্বশীৰ অসহ্য বিৰহ দুখত নন্দন কাননত আছে। গতিকে আপুনি মোৰ কথা মতে ইন্দ্ৰক বুজাই বঢ়াই উৰ্ব্বশীক ৰজা পুৰুৰৱাৰ হাতত দিয়াৰ ব্যৱস্থা কৰক। ৯-১০

ভগৱান্ হৰিয়ে এই দৰে আদেশ দিয়াত নাৰদে আহি ৰজা পুৰুৰৱাক বুজনি দি ক'লে,—মহাৰাজ! উঠক। আপোনাৰ ওচৰলৈ ভগৱান্ বিষ্ণুৱে মোক পঠিয়াই দিছে। হৰিয়ে নিজৰ একান্ত ভক্তৰ দুখ-কষ্ট উপেক্ষা নকৰে। ১১-১২

পুৰুৰবাক এইদৰে আশ্বাস দি নাৰদ মুনি তেওঁৰে সৈতে দেৱৰাজ ইন্দ্ৰৰ ওচৰলৈ গ'ল। নাৰদক দেখি ইন্দ্ৰই প্ৰণাম কৰিলে আৰু মুনিয়েও হৰিৰ নিৰ্দেশ জনাই উৰ্ব্বশীক পুৰুৰবাৰ হাতত অৰ্পণ কৰিলে। ১৩-১৪

উৰ্ব্বশীক দান কৰাত স্বৰ্গ ৰাজ্য নিৰ্জীৱ যেন হৈ পৰিল, আন হাতে সেয়েই উৰ্ব্বশীৰ কাৰণে মৃত-সঞ্জীৱনী স্বৰূপ হ'ল। ১৫

তেতিয়া পুৰুৰবা স্বৰ্গৰ বাৰযোষা উৰ্ব্বশীক লগত লৈ মৰ্ত্যলৈ আহিল। উৰ্ব্বশীৰ ৰূপ সৌন্দৰ্য্য দেখি মৰ্ত্যৰ মানুহ বিস্ময়ত অভিভূত হৈ পৰিল। ১৬

ক্ৰমে ৰজা আৰু উৰ্ব্বশী দুয়ো পৰস্পৰৰ দৃষ্টি পাশত এনেকৈ আবদ্ধ হৈ পৰিল যেন কেতিয়াও পৰস্পৰ এৰাএৰি নহয়। দুয়ো আনন্দত কাল যাপন কৰিবলৈ ধৰিলে। ১৭

এসময়ত মায়াধৰ নামেৰে অসুৰৰ ৰজাৰ সৈতে ইন্দ্ৰৰ যুদ্ধ হোৱাত ইন্দ্ৰই সহায়ৰ বাবে পুৰুৰবাক স্বৰ্গলৈ মতাত, ইন্দ্ৰৰ আহ্বানত পুৰুৰবা স্বৰ্গলৈ গ'ল। যুদ্ধত অসুৰাধিপতি মায়াধৰ নিহত হোৱাত স্বৰ্গত বিজয় উৎসৱ আৰম্ভ হ'ল। সেই উৎসৱত স্বৰ্গৰ সকলো ৰমণীয়ে ভাগ ল'লে। উৎসৱত আচাৰ্য্য তুম্বুৰুৰ উপস্থিতিত নৃত্য-পটীয়সী ৰম্ভায়ো নাচিছিল, কিন্তু ৰম্ভাৰ নৃত্যত পদকাৰু স্খলন দেখি পুৰুৰবাই উপহাস কৰিলে। তাকে দেখি ৰম্ভাই বিৰক্তিৰে ক'লে—'হেৰা মৰ্ত্যৰ মানৱ। ই হৈছে স্বৰ্গৰ নৃত্য, তুমি মৰতৰ মানুহ হৈ ইয়াৰ মোল কি বুজিবা ? ১৮-২১

ৰজাই উত্তৰ দিলে উৰ্ব্বশীৰ সম্পৰ্কত থাকি মই স্বৰ্গৰ এই নৃত্যৰ বিষয়ে যিমান জানিছোঁ, তোমাৰ গুৰু তুম্বুৰুৱেও কিজানি সিমান খিনি নাজানে। তাকে শুনি তুম্বুৰুৱে খঙত ৰজাক এইবুলি অভিশাপ দিলে। "যেতিয়ালৈকে ৰজা পুৰুৰবাই কৃষ্ণক আৰাধনা নকৰে তেতিয়ালৈকে তেওঁৰে সৈতে উৰ্ব্বশীৰ বিচ্ছেদ হ'ব।" ২২-২৩

অকস্মাতে হোৱা বজ্ৰপাতিৰ নিচিনা এই অভিশাপ পুৰুৰবাৰ ওপৰত পৰাত তেওঁ পৃথিৱীলৈ আহি উৰ্ব্বশীক সকলো বৃত্তান্ত ক'লে। ২৪

ইয়াৰ পিচত তুম্বুৰুৰ আদেশত গন্ধৰ্ব্ববিলাকে ৰজাই নেদেখাকৈ আহি উৰ্ব্বশীক অপহৰণ কৰি নিলে। ২৫

উৰ্ব্বশীৰ অপহৰণ তুম্বুৰুৰ শাপৰ পৰিণাম বুলি বুজি পুৰুৰৱাই বদৰিকাশ্ৰমত ভগৱান হৰিক আৰাধনা কৰিবলৈ গ'ল। ২৬

ইফালে গন্ধৰ্বলোকত পুৰুৰৱাৰ বিৰহত কাতৰ হৈ উৰ্ব্বশী মৃতপ্ৰায় আৰু সংজ্ঞাহীন হৈ পৰিল। উৰ্ব্বশী যেন শুই আছে, উৰ্ব্বশী যেন এটা চিত্ৰহে। আশ্চৰ্য্য যে তথাপি তেওঁৰ প্ৰাণ ওলাই যোৱা নাই। কিয়নো শাপৰ শেষত পুনৰ মিলনৰ আশাই প্ৰাণ ধৰি ৰাখিছে। চাকৈ চকোৱা চৰাইৰ দৰে উৰ্ব্বশীয়ে বিৰহৰ দীঘল ৰজনী কষ্টত যাপন কৰিলে। ২৭-২৮

ইফালে পুৰুৰৱাই তপস্যাত ভগৱানক সন্তুষ্ট কৰিলে। হৰিৰ কৃপাত গন্ধৰ্বই উৰ্ব্বশীক মুক্ত কৰি দিলে। ২৯

শাপৰ অন্ততঃ দুনাই উৰ্ব্বশীক লাভ কৰি পুৰুৰৱাই পৃথিৱীতে স্বৰ্গীয় সুখ উপভোগ কৰিবলৈ ধৰিলে। ৩০

( মুঃ ) এই আখ্যান কৈ ৰজা মৌন হৈ পৰিল। উৰ্ব্বশীয়ে গধুৰ বিৰহ-বেদনা সহ্য কৰা জানি বাসৱদত্তাই মনতে অলপ লাজ পালে। ৩১

ৰজাই যুক্তিযুক্ত উপায়েৰে এই দৰে তিৰস্কাৰ কৰাত বাসৱদত্তা লজ্জিত হৈ পৰিল। তাকে দেখি তেওঁক আশ্বাস দিবলৈ বুলি যৌগন্ধৰায়ণে এই আখ্যানটো ক'লে। ৩২

## ১৯. বিহিত সেনৰ উপাখ্যান :

এই পৃথিৱীত লক্ষ্মীদেৱীৰ নিবাস-স্বৰূপ তিমিৰা নামেৰে এখন নগৰ আছে। তাত বিহিতসেন নামেৰে এজন বিখ্যাত ৰজা আছিল। তেওঁৰ পত্নী তেজোৱতী পৃথিৱীত বিৰাজ কৰা যেন স্বৰ্গৰ অপ্সৰা। ৩৩-৩৪

এসময়ত ৰজাৰ জীৰ্ণ জ্বৰ হ'ল। বৈদ্যসকলে তেতিয়া ৰজাক ৰাণীৰ সৈতে মিলনত বাধা দিলে। ৰাণীৰ সৈতে সম্পৰ্ক হীন হোৱাত ৰজাৰ বেমাৰ ভিতৰি ভিতৰি বাঢ়িবলৈহে ধৰিলে। দৰৱ-ঔষধে একো গুণ নিদিয়া হ'ল। ভয়, শোক নাইবা কোনো আকস্মিক দুৰ্ঘটনাতহে ৰজাৰ ৰোগ দূৰ হোৱা সম্ভৱপৰ, ৰাজ বৈদ্যই এইদৰে মন্ত্ৰীক গোপনে জনালে। ৩৫-৩৮

মন্ত্ৰীসকলে এইদৰে চিন্তা কৰিলে যে ৰজা অতিশয় সাহসী। এবাৰ পিঠিত এটা ডাঙৰ বিষধৰ সাপ পৰাত আৰু এবাৰ শত্ৰু অন্তঃপুৰত

সোমোৱাতো ৰজাই ভয় খোৱা নাছিল। এওঁকনো কেনেকৈ ভয় খুওৱা যায় ? ভয় খুওৱাৰ কোনো উপায়কে দেখা নাই। আমাৰ বুদ্ধিয়ে কোনো উপায় বিচাৰি নোপোৱা হৈছে। ৪০

মন্ত্ৰিসকলে এই দৰে চিন্তা। কৰি মহাৰাণীৰ সৈতে আলোচনা কৰি মহাৰাণীক গোপন ঠাইত লুকুৱাই থ'লে, আৰু ৰাণীৰ মৃত্যু হ'ল বুলি ৰজাক জনালে। এই ভীষণ শোকৰ বাৰ্তাৰত ৰজাৰ অন্তৰৰ ব্যাধি খন্তেকতে নাইকিয়া হ'ল। এইদৰে ৰোগ বিপদ দূৰ হ'লত মন্ত্ৰিসকলে সুখ সম্পদৰ প্ৰতিমূৰ্তি স্বৰূপ ৰাণীক ৰজাক গতাই দিলে। ৪১-৪৩

বুদ্ধিমান্ ৰজাই প্ৰাণতকৈও প্ৰিয় ভাৰ্য্যাক দুনাই লাভ কৰি নিজকে ধন্য মানিলে ; আত্মগোপন কৰা বাবে তেওঁৰ ওপৰত খং ৰাগ নকৰিলে। ৪৪

( মূঃ ) ৰাজহিতৈষিতাতে ৰাজ মহিষী শব্দৰ সাৰ্থকতা ; প্ৰীতি সাধন কৰিলেই সেই পদৱী লাভ কৰা নাযায়। ৪৫

সেইদৰে ৰাজকাৰ্য্যৰ নিৰ্বাহৰ চিন্তাৰ দ্বাৰাহে মন্ত্ৰিত্ব অৰ্থব্যঞ্জক হয়, ৰজাৰ মন যোগাই কাম কৰাটো উপজীৱীৰহে লক্ষণ ; মন্ত্ৰিত্ব নহয়। ৪৬

সেই কাৰণে বৈৰী-ভাৱাপন্ন মগধৰাজৰ সৈতে সন্ধি স্থাপনৰ দ্বাৰা পৃথিৱী জয়ৰ উদ্দেশ্যেৰে এই সকলো প্ৰয়াস আমি কৰিলোঁ। মহাৰাজৰ প্ৰতি ভক্তিৰ বাবেই বাসৱদত্তাই এই অসহ্য দুখ কষ্ট সহ্য কৰিলে ; গতিকে দেৱীয়ে একো অপৰাধ কৰা নাই বৰং আপোনাৰ প্ৰভূত উপকাৰহে কৰিছে। ৪৭-৪৮

মুখ্যমন্ত্ৰীৰ এই যুক্তি-যুক্ত কথা শুনি ৰজা উদয়নে নিজকে অপৰাধী যেন বিবেচনা কৰিলে ; তেওঁ পৰম সন্তুষ্ট হ'ল। প্ৰসন্ন উদয়নে ক'লে—"আপোনা-লোকৰ প্ৰেৰণাত মূৰ্তিমতী নীতি স্বৰূপা বাসৱদত্তাই নিজ কাৰ্য্যৰে মোক যেন সমগ্ৰ পৃথিৱী দান কৰিলে। ৪৯-৫০

মই যি কথা ক'লোঁ সেয়া একান্ত প্ৰণয়ৰ আবেগতহে মোৰ মুখৰপৰা ওলাইছে ; কিয়নো প্ৰেমান্ধ লোকৰ অন্তৰত উচিত অনুচিত বিচাৰৰ অৱসৰ ক'ত ?" এনেকুৱা প্ৰীতিপূৰ্ণ কথাৰে উদয়নে বাসৱদত্তাৰ মনৰ লাজ আৰু গ্লানি দূৰ কৰি সেই দিনটো অতিবাহিত কৰিলে। ৫১-৫২

প্ৰকৃত কথাৰ সম্ভেদ পাই অন্য এদিন মগধেশ্বৰে বৎসৰাজ উদয়নৰ ওচৰলৈ দূত পঠালে। দূতে আহি ৰজাৰ নিৰ্দেশমতে উদয়নক এই বুলি জনালে।

"তোমাৰ মন্ত্ৰীবৰ্গই মোক প্ৰবঞ্চনা কৰিছে। এতিয়া তুমি এনেকুৱা ব্যৱস্থা কৰা যাতে মোৰ সংসাৰ শোকময় হৈ নপৰে।" ৫৩-৫৪

এই কথা শুনি উদয়নে দূতৰ প্ৰতি আদৰ-সন্মান দেখুৱাই ওলোটাই বাৰ্তাৰ লৈ যাবৰ কাৰণে সেই দূতক পদ্মাৱতীৰ ওচৰলৈ পঠালে। পদ্মাৱতী বাসৱদত্তাৰ প্ৰতি একান্ত অনুগত, সেই কাৰণে তেওঁ বাসৱদত্তাৰ সন্মুখত দূতক দৰ্শন দিলে। কিয়নো নম্ৰতাই হৈছে স্ত্ৰীৰ পৰম ব্ৰত। ৫৫-৫৬

দূতে পদ্মাৱতীক পিতৃ-সন্দেশ জনালে এই বুলি—"আই! তোমাৰ স্বামী উদয়ন অন্য নাৰীৰ প্ৰতি আসক্ত; তেওঁ ছল বুদ্ধি কৰি তোমাক অপহৰণ কৰিলে। কন্যাৰ পিতৃত্ব যে কিমান দুঃখদায়ক মই শোকৰপৰা ভালকৈ বুজিব পাৰিছোঁ।" দূতে এই দৰে পিতাকৰ উক্তি ব্যক্ত কৰিলও পদ্মাৱতীয়ে তেতিয়া প্ৰতি সন্দেশত এই বুলি জনালে—"মহোদয়! আপুনি মোৰ কথামতে মোৰ দেউতা আৰু আইক জনাবগৈ। শোক বেজাৰৰ কোনো কাৰণ নাই। আৰ্য্যপুত্ৰ ( স্বামী ) মোৰ প্ৰতি বৰ সদয়, আৰু মহাৰাণী বাসৱদত্তা মোৰ বাইদেউৰ নিচিনা; তেওঁৰ মোলৈ বৰ মৰম। যদি দেউতাই নিজৰ সত্য ৰক্ষা কৰাৰ দৰে মোৰ জীৱন ৰক্ষা হোৱাটো কামনা কৰে; তেনেহ'লে তেখেতে যেন মোৰ স্বামীৰ বৈৰিতা আচৰণ নকৰে।" ৫৭-৬০

পদ্মাৱতীয়ে এইদৰে পিতাকলৈ দূতৰ মুখে নিজৰ অভিপ্ৰায় জনোৱাত বাসৱদত্তাই দূতক আদৰ সাদৰ কৰি বিদায় দিলে। দূত উলটি যোৱাত পিতৃগৃহৰ কথা সুঁৱৰি পদ্মাৱতী উৎকণ্ঠিতা হৈ পৰিল। খন্তেক পৰ তেওঁ উন্মনা হৈ ৰ'ল। পদ্মাৱতীক উন্মনা যেন দেখি বাসৱদত্তাই বসন্তকক তালৈ মতাই আনিলে। তাত উপস্থিত হৈ বসন্তকে এটা আখ্যান কবলৈ ধৰিলে। ৬১-৬৩

## ২০. সোমপ্ৰভাৰ কথা :

পৃথিৱীৰ অলংকাৰ স্বৰূপ পাটলীপুত্ৰ নামে এখন নগৰ আছে। সেই নগৰত ধৰ্মগুপ্ত নামেৰে এজন ডাঙৰ সদাগৰ আছিল। তেওঁৰ ভাৰ্য্যাৰ নাম চন্দ্ৰপ্ৰভা। এসময়ত চন্দ্ৰপ্ৰভা অন্তঃসত্তা হ'ল আৰু যথা সময়ত তেওঁ এটি অপূৰ্ব সুন্দৰী কন্যা প্ৰসৱ কৰিলে। ৬৪-৬৫

ওপজাৰ পিছতে সেই অপূৰ্ব সুন্দৰী কন্যাই শৰীৰ কান্তিৰে প্ৰসূতিঘৰ

জিলিকাই তুলিলে ; সদ্যজাত বালিকা উঠি বহিল আৰু স্পষ্ট শব্দেৰে কথা কবলৈ ধৰিলে। কন্যাৰ আচৰণ দেখি আৰু কথা শুনি তাত থকা তিৰোতা-বিলাক বিস্ময়ত অভিভূতা হ'ল। সেই কথাৰ গম পাই সভয়ে ধৰ্মগুপ্ত সূতিকা গৃহত সোমাল। ধৰ্ম্মগুপ্তই কন্যাক প্ৰণাম জনাই গোপনে সুধিলে—"আই ! তুমি কোন ? মোৰ গৃহত কিয় বা অৱতীৰ্ণ হৈছা ?" ৬৬-৬৮

কন্যাই উত্তৰ দিলে।—"দেউতা মোক কালৈকো বিয়া নিদিবা। মই তোমাৰ ঘৰত থাকি মঙ্গল সাধন কৰিম। মোক আৰু একো নুসুধিবা।" ৬৯

কন্যাৰ কথা শুনি ধৰ্ম্মগুপ্তই বৰ ভয় খালে। বণিকে তেতিয়া কন্যাৰ মৃত্যু হ'ল বুলি বাহিৰত প্ৰচাৰ কৰিলে আৰু কন্যাক ঘৰৰ ভিতৰত লুকাই থ'লে। সোমপ্ৰভা নামৰ সেই কন্যা আন ছোৱালীৰ দৰেই দিনে দিনে ডাঙৰ হ'বলৈ ধৰিলে ; মানবীয় শৰীৰৰ সেই কন্যাৰ শৰীৰত দিব্যকান্তিয়ে বিৰাজ কৰিলে। ॥ ৭০-৭১ ॥

এদিন প্ৰাসাদৰ ওপৰত উঠি মনৰ আনন্দত সোমপ্ৰভাই বসন্তোৎসৱ চাই থাকোঁতে তেওঁ গুহচন্দ্ৰ নামৰ বণিক পুত্ৰৰ চকুত পৰিলে। লতাই গছ মেৰাই পেলোৱাৰ দৰে কামদেৱৰ লতা স্বৰূপ সোমপ্ৰভাই বুকুত সোমাই তেওঁক মেৰাই ধৰা যেন বণিক পুত্ৰই অনুভৱ কৰিলে। মূৰ্চ্ছিত প্ৰায় হৈ কোনোমতে বণিকপুত্ৰ তাৰপৰা ঘৰলৈ উলটি আহিল। ৭২-৭৩

মদন পীড়াত কাতৰ হৈ পৰা শুনি বণিকপুত্ৰৰ মাক-বাপেকে কি হৈছে বুলি সোধাত, বণিকপুত্ৰই সখিয়েকৰ মুখেদি সকলো কথা কোৱালে। তেতিয়া পিতাক গুহসেনে পুতেকৰ মৰমত ছোৱালী খুজিবলৈ বুলি ধৰ্ম্মগুপ্তৰ ঘৰলৈ গ'ল। ৭৪-৭৫

বোৱাৰী পোৱাৰ আশাৰে ছোৱালী খুজিবলৈ যোৱা গুহসেনক ধৰ্মগুপ্তই 'মূৰ্খ ! মোৰ ঘৰতনো ক'ৰ ছোৱালী আছে' বুলি ওলোটাই পঠালে। ধৰ্ম-গুপ্তই ছোৱালী লুকুৱাই থৈছে বুলি ভাবি ধৰ্মগুপ্ত ঘৰলৈ উলটিল। ঘৰ পাই পুতেকক মদন-জ্বৰত পীড়িত দেখি তেওঁ চিন্তা কৰিবলৈ ধৰিলে। ৭৬-৭৭

মই আমাৰ ৰজাৰ তালৈ যাওঁ আৰু ৰজাৰ সহায় লওঁ। মই ইতিপূৰ্বে ৰজাৰ বহুত উপকাৰ কৰি থৈছোঁ। ৰজাই নিশ্চয় সেই কন্যা মোৰ পুত্ৰলৈ দিয়াব পাৰিব। ইয়াকে স্থিৰ কৰি বণিক্ গুহসেন ৰজাৰ ওচৰ পালেগৈ আৰু ৰজাক এটা ৰত্ন উপহাৰ দি নিজৰ মনোগত অভিপ্ৰায় জনালে। ৭৮-৭৯

সন্তুষ্ট হৈ ৰজাই সদাগৰৰ সহায়ৰ বাবে নগৰ-পালক নিৰ্দেশ দিলে। সদাগৰ নগৰ-পালৰ সৈতে ধৰ্মগুপ্তৰ হাউলীলৈ গ'ল। ৮০

নগৰ-পালে আৰক্ষীৰ সহায়ত ধৰ্মগুপ্তৰ ঘৰ ঘেৰাও কৰিলে। সৰ্বনাশ হোৱাৰ আশঙ্কাত ধৰ্মগুপ্তৰ মুখ শুকাল, প্ৰাণ কণ্ঠাগত হ'ল। ৮১

তেতিয়া সোমপ্ৰভাই ধৰ্মগুপ্তক ক'লে—"পিতাদেউ মোক তেওঁলৈকে বিয়া দিয়ক, মোৰ বাবে আপোনাৰ ওপৰত যাতে একো উপদ্ৰৱ নহয়। কিন্তু মোৰ এটা সৰ্ত আছে ; মোৰ স্বামীয়ে মোক কেতিয়াও তেওঁৰ শয্যাশায়িনী নকৰে বুলি প্ৰতিশ্ৰুতি দিব লাগিব। এই প্ৰতিশ্ৰুতি আপুনি দৰাৰ পিতৃ-মাতৰ পৰা আদায় কৰিব লাগিব। ৮২-৮৩

জীয়েকৰ কথা শুনি ধৰ্মগুপ্ত তেতিয়া কন্যাদান কৰিবলৈ সন্মত হ'ল। তেওঁ ধৰ্মগুপ্তক জীয়েকৰ সৰ্তৰ কথা জনালে যে স্বামীয়ে সোমপ্ৰভাক কেতিয়াও নিজৰ শয্যাশায়িনী কৰিব নোৱাৰিব। ৮৪

লৰাৰ বিয়াখন হৈ যাওক বুলি চিন্তা কৰি গুহসেনে 'বাৰু সেয়ে হ'ব' বুলি উক্ত সৰ্তও সম্মতি জনালে। গুহসেনৰ পুত্ৰ গুহচন্দ্ৰই সোমপ্ৰভাক বিয়া কৰি নৱপৰিণীতা পত্নীৰে সৈতে নিজৰ ঘৰলৈ আহিল। ৮৫-৮৬

সন্ধিয়া হলত গুহসেনে পুতেকক ক'লে—"বোপাই ! তুমি এই কন্যাক অঙ্ক-শায়িনী কৰি লোৱা। কাৰবাৰ ভাৰ্য্যা শয্যাশায়িনী নোহোৱাকৈ থাকে জানো ?" ৮৭

এই কথা শুনি সোমপ্ৰভাই শহুৰেকলৈ খঙেৰে চাই যমৰ আদেশ যেন কৰি নিজৰ তৰ্জনী আঙুলি ( শহুৰেকৰ মুখৰ আগত ) ঘুৰাবলৈ ধৰিলে। বোৱাৰীয়েকৰ সেই আঙুলি দেখা মাত্ৰেই বণিক্ গুহসেনৰ প্ৰাণবায়ু ওলাই গ'ল, আৰু অন্যবিলাকৰ মনত ডাঙৰ ভয় সোমাল। ৮৮-৮৯

পিতাকৰ মৃত্যু হোৱা দেখি 'মোৰ ঘৰত ভাৰ্য্যাৰ বেশত মহামাৰী সোমাইছেহি' বুলি গুহচন্দ্ৰ চিন্তাক্লিষ্ট হৈ পৰিল। গুহচন্দ্ৰই ঘৰত থকা ভাৰ্য্যাৰ সঙ্গম সুখ পৰিহাৰ কৰি যেন কঠোৰ অসিধাৰা[১] ব্ৰতহে তেতিয়া পালন কৰিবলৈ ধৰিলে। ৯০-৯১

---

১. অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কালত ৰজা-ৰাণীয়ে একে শয্যাত শুই সংযম ব্ৰত পালন কৰে। প্ৰথা মতে দুয়োৰে মাজত এখন অসি থাকে ; সেই কাৰণে নাম অসিধাৰা ব্ৰত।

ভাৰ্য্যাৰ আচৰণ দুখত-গুহচন্দ্ৰৰ অন্তৰ দগ্ধ হ'ল। তেওঁ সংসাৰৰ সকলো সুখ সম্পদৰ প্ৰতি বিৰক্ত হৈ পৰিল আৰু ব্ৰতে উপবাসে থাকি নিতৌ ব্ৰাহ্মণ ভোজন কৰাবলৈ ধৰিলে। তেওঁৰ দিব্যকান্তিৰ ভাৰ্য্যায়ো মৌনাৱলম্বন কৰি ব্ৰাহ্মণসকলক দান দক্ষিণা দিবলৈ ধৰিলে। ৯২-৯৩

এদিন ভোজন কৰিবলৈ অহা এজন বৃদ্ধ ব্ৰাহ্মণে নিজৰ অপৰূপ সৌন্দৰ্য্যৰে জগতক চমক লগাব পৰা সেই ৰমণীৰ ৰূপ দেখি কৌতূহলী হৈ গুহচন্দ্ৰক গোপনে সুধিলে,—"এই ৰমণী সমন্ধত তোমাৰ কি হয়? মোক কোৱাচোন।" ৯৪-৯৫

বৃদ্ধ ব্ৰাহ্মণৰ সনিৰ্বন্ধ অনুৰোধ এৰাব নোৱাৰি তেতিয়া গুহচন্দ্ৰই ভাৰ্য্যা-সংক্ৰান্ত সকলো কথা অতিশয় বেজাৰ মনেৰে ব্ৰাহ্মণক ক'লে। তাকে শুনি সেই ব্ৰাহ্মণজনেও অনুকম্পা দেখুৱাই অভীষ্ট সিদ্ধিৰ অৰ্থে গুহচন্দ্ৰক অগ্নি আৰাধনা মন্ত্ৰ দান কৰিলে। মন্ত্ৰলাভ কৰি গুহচন্দ্ৰই গোপন ঠাইত মন্ত্ৰ জপ কৰি থাকোঁতে অগ্নিৰ মাজৰপৰা এজন দিব্য পুৰুষ তেওঁৰ সন্মুখত আৱিৰ্ভূত হ'ল। সেই পুৰুষ ব্ৰাহ্মণবেশী সাক্ষাৎ অগ্নি। ৯৬-৯৭

গুহচন্দ্ৰ ভৰিত দীঘল দি পৰাত ব্ৰাহ্মণবেশী অগ্নিয়ে তেওঁক ক'লে: "মই আজি তোমাৰ ঘৰত ভোজন কৰিম আৰু তোমাৰ ঘৰতে ৰাতিও থাকিম। তোমাৰ দুখৰ আচল কথা তোমাক দেখুৱাই তোমাৰ অভীষ্ট সিদ্ধিৰ ব্যৱস্থা কৰিম।" ইয়াকে কৈ সেই ব্ৰাহ্মণ ( অন্যান্য ব্ৰাহ্মণৰ দৰেই ) ভোজনৰ বাবে গুহচন্দ্ৰৰ ঘৰলৈ আহিল। ৯৮-১০০

গুহচন্দ্ৰৰ ঘৰত সেই ব্ৰাহ্মণে অন্যান্য ব্ৰাহ্মণৰ দৰে ভোজন কৰি গুহচন্দ্ৰৰ ওচৰতে ৰাতি শুলে যদিও ৰাতি দুপৰ হোৱালৈকে সাৰে থাকিল। ১০১

ইতিমধ্যে ঘৰৰ সকলো মানুহ শুই নিহপালি দিলত গুহচন্দ্ৰৰ ভাৰ্য্যা সোমপ্ৰভা ঘৰৰপৰা ওলাই গ'ল। সেই মুহূৰ্তে ব্ৰাহ্মণেও গুহচন্দ্ৰক টোপনিৰ-পৰা জগাই তুলিলে আৰু ক'লে,—"আহা, তোমাৰ ভাৰ্য্যাৰ কাৰ্য্য-কলাপ নিজ চকুৰে চোৱাহি।" ১০২-৩

ব্ৰাহ্মণে যোগ বলেৰে গুহচন্দ্ৰক এটা ভোমোৰাত পৰিণত কৰি নিজেও ভোমোৰাৰ ৰূপ ধাৰণ কৰিলে। দুয়ো ভোমোৰা হৈ ঘৰৰপৰা বাহিৰলৈ ওলাল। ব্ৰাহ্মণে তেতিয়া গুহচন্দ্ৰক ঘৰৰপৰা ওলাই যোৱা সোমপ্ৰভাক দেখুৱালে।

সুন্দৰী সোমপ্ৰভা নগৰৰ বাহিৰ হৈ বহুত দূৰ পালেগৈ, ভোমোৰাৰূপী ব্ৰাহ্মণ আৰু গুহচন্দ্ৰ দুয়ো তেওঁৰ পিছ ল'লে। ১০৪-৫

সেই ঠাইত গুহচন্দ্ৰই ডাল-পাতেৰে বহু ঠাই জুৰি থকা ডাঙৰ গা-গাছেৰে সৈতে এজোপা ধুনীয়া বৰগছ দেখিবলৈ পালে। ১০৬

গুহচন্দ্ৰই সেই বৰ গছজোপাৰ মাজভাগৰপৰা বেণু আৰু বীণাৰ অপূৰ্ব ঝঙ্কাৰ-মণ্ডিত সঙ্গীতৰ সুললিত ধ্বনি শুনিবলৈ পালে। ১০৭

গা গছজোপাৰ অলপ ওপৰত এখন বহুমূলীয়া সিংহাসনত এগৰাকী দিব্য কন্যা তেওঁ দেখিবলৈ পালে। দেখাত সেই ৰমণী তেওঁৰ ভাৰ্য্যাৰ নিচিনাই ; হাতত শুকুলা চোঁৱৰ লৈ ওচৰতে থিয় হৈ এজনী লিগিৰীয়ে দিব্য কন্যাকে বিচি আছে। চন্দ্ৰ-বিম্বৰ অধিষ্ঠাত্ৰী দেৱী স্বৰূপা সেই কন্যাই নিজৰ ৰূপ-লাৱণ্যেৰে চন্দ্ৰৰ জ্যোৎস্নাকো যেন ম্লান কৰিছে। ১০৮-৯

গুহচন্দ্ৰই দেখিলে যে গছজোপাত অলপ উঠি তেওঁৰ ভাৰ্য্যাও সেই সিংহাসনৰ আধা ভাগ জুৰি সেই দিব্য ৰমণীৰে সৈতে একেলগে বহিল। ১১০

তেতিয়া সেই দুগৰাকী দিব্যৰমণীক একেলগে বহি থকা দেখি গুহচন্দ্ৰৰ মনত এনেহে লাগিল যেন ৰাতি তিনিটা চন্দ্ৰৰ ( আকাশৰ চন্দ্ৰ আৰু দুই কন্যাৰ চন্দ্ৰবদন ) একেলগে উদয় হৈছে। ১১১

বিস্ময়ত অভিভূত হৈ গুহচন্দ্ৰই খন্তেক পৰ মনতে এইবুলি চিন্তা কৰিলে ঃ "এয়া স্বপ্ন নে মতিভ্ৰম ? নে দুয়োটা ? মোৰ সন্মাৰ্গৰূপ বৃক্ষৰ বিদ্বানৰ সঙ্গৰূপ যি মঞ্জুৰী ( অৰ্থাৎ মই সৎপথত চলা বাবে আৰু বিদ্বানৰ সঙ্গত থকা বাবে ) তাৰে গুটি লাগিবলৈ এয়া ফুল ফুলিছে ( ভৱিষ্যৎ শুভফলৰ সূচনা হৈছে ) নেকি ?" ১১২-১৩

গুহচন্দ্ৰই এইদৰে ভেৰা লাগি ভাৱি-গুণি থাকোঁতেই সেই দিব্যৰমণী দুগৰাকীয়ে নিজৰ যথাযোগ্য ভোজন শেষ কৰি সুৰাপান কৰিবলৈ ধৰিলে ঃ "আমাৰ ঘৰলৈ আজি এজন বৰ তেজস্বী ব্ৰাহ্মণ আহিছে ; তেওঁক দেখি মোৰ মনত বৰ আশংকা জন্মিছে। ভনীটি ! সেই দেখি আজি মই এতিয়াই ঘৰলৈ যাওঁ" —এইবুলি কৈ গুহচন্দ্ৰৰ ভাৰ্য্যা দ্বিতীয় ৰমণীৰপৰা বিদায় লৈ গছৰপৰা নামিল। ১১৪-১৬

তাকে দেখি ভোমোৰাৰূপী গুহচন্দ্ৰ আৰু ব্ৰাহ্মণ দুয়ো সেই দিব্য ৰমণীতকৈ আগতে ঘৰলৈ উভতি আহিল আৰু ৰাতিৰ ভিতৰতে নিজ নিজ

ঠাইত আগৰ দৰে শুই থাকিলহি। তাৰ পিছত গুহচন্দ্ৰৰ ভাৰ্য্যায়ো কোনেও নেদেখাকৈ আহি নিজৰ শোৱা কোঠাত সোমাল। ১১৭-১৮

তেতিয়া ব্ৰাহ্মণে গুহচন্দ্ৰক লাহে লাহে ক'বলৈ ধৰিলে,—"মিত্ৰ! তুমি নিজ চকুৰে দেখিলা তোমাৰ ভাৰ্য্যা মানৱী নহয়, দিব্যকন্যা। তুমি আৰু দেখিলা যে তেওঁৰ ভনীয়েকো অন্য এগৰাকী দেৱকন্যা। দেৱৰমণী কেনেকৈ মানুহৰ সৈতে ৰমণত আসক্ত হ'ব? গতিকে কাৰ্য্যসিদ্ধিৰ বাবে মই তোমাক এটা মন্ত্ৰ দিওঁ। মন্ত্ৰটো তোমাৰ ভাৰ্য্যাৰ শোৱনীঘৰৰ দুৱাৰত লিখি থ'বা। লগতে মন্ত্ৰৰ প্ৰভাৱ বৃদ্ধি হোৱাকৈ অলপ বুদ্ধি-কৌশলো তোমাক শিকাই দিওঁ, সেইখিনিও প্ৰয়োগ কৰিবা। অগ্নি নিজৰ শক্তিত নিজেই দপদপকৈ জ্বলি উঠে, তাতে যদি অলপ বতাহ লাগে তেনেহ'লে জুই কিমান জ্বলে ক'বই নালাগে। ঠিক সেইদৰে মন্ত্ৰই নিজৰ প্ৰভাৱেৰেই কাৰ্য্যসিদ্ধি কৰিব পাৰে, তাৰ লগত উপায়-কৌশল যোগ হ'লে মন্ত্ৰ শক্তিৰ কথা আৰু কি ক'ব লাগিছে!" ১১৯-২২

ইয়াকে কৈ সেই উভন ব্ৰাহ্মণে গুহচন্দ্ৰক মন্ত্ৰদান কৰিলে আৰু লগতে কাৰ্যকৰী হোৱাকৈ বুদ্ধি-কৌশলো শিকাই দিলে। পিছদিনা পুৱা ব্ৰাহ্মণ অন্তৰ্ধান হ'ল। ইফালে গুহচন্দ্ৰই ব্ৰাহ্মণে দি যোৱা মন্ত্ৰ ভাৰ্য্যাৰ শয়ন-কক্ষৰ দুৱাৰমুখত লিখি থ'লে আৰু সন্ধিয়া পৰত ব্ৰাহ্মণে শিকোৱা মতে বুদ্ধি কৌশলো প্ৰয়োগ কৰিলে। ১২৩-২৪

সন্ধিয়া পৰত গুহচন্দ্ৰই বস্ত্ৰ অলঙ্কাৰ আৰু প্ৰসাধনেৰে মনোমোহাকৈ সাজ-পাৰ কৰিলে আৰু যাতে তেওঁৰ ভাৰ্য্যাই দেখে এনেভাৱে এজনী গণিকাৰে সৈতে হাঁহি হাঁহি ফুচ্‌ফুচীয়া প্ৰেমালাপ কৰিবলৈ ধৰিলে। তাকে দেখি গুহচন্দ্ৰৰ ভাৰ্য্যা সোমপ্ৰভা ঈৰ্ষাকাতৰ হৈ পৰিল আৰু স্বামীক মাতি আনি সেই ৰমণী কোন বুলি সুধিলে। মন্ত্ৰৰ প্ৰভাৱত মৌন হৈ থকা সোমপ্ৰভাৰ মুখৰ মাত ওলাল। ১২৫-২৬

ঃ "এওঁ নগৰৰ মুখ্য গণিকা। এওঁৰ মোৰ প্ৰতি প্ৰেমানুৰাগ জন্মিছে। সেইদেখি মই আজি ৰাতিটো এওঁৰ ঘৰত কটাম বুলি কৈছোঁ আৰু এতিয়া মই এওঁৰ ঘৰলৈকে যাবলৈ ওলাইছোঁ।" এইবুলি গুহচন্দ্ৰই মিছাকৈয়ে ভাৰ্য্যাৰ প্ৰশ্নৰ উত্তৰ দিলে। ১২৭

তাকে শুনি সোমপ্ৰভাই কপালৰ গাঁথি থোপা কৰি গুহচন্দ্ৰলৈ কেৰাহিকৈ

চাই বাঁওহাতেৰে বাধা দি ক'লে,—"হুঁ, মই এতিয়াহে বুজিছোঁ, এই কাৰণে হে ( বেশ্যালয়লৈ যোৱাৰ বাবে ) তুমি আজি ইমানকৈ সাজ-পাৰ কৰিছা। তুমি যাব নোৱাৰা। গণিকাৰ কি প্ৰয়োজন? মই তোমাৰ ভাৰ্য্যা নহয় নেকি? মোৰ কাষলৈ নাহা কিয়?" ১২৮-২৯

সোমপ্ৰভাই ক্ষোভ আৰু আনন্দত পুলকিতা হৈ গুহচন্দ্ৰক এইদৰে কওঁতে তেওঁৰ শৰীৰ ৰোমাঞ্চিত হ'ল আৰু গাত কঁপনি উঠিল। যদিও মন্ত্ৰৰ প্ৰভাৱত সকলো অশুভ দূৰ হৈছিল, তথাপি যেন মন্ত্ৰমুগ্ধ হোৱা আৱেশত হে সোমপ্ৰভাৰ মুখৰপৰা প্ৰণয় বাক্য ওলাইছিল। গুহচন্দ্ৰ তেতিয়া আনন্দমনেৰে ভাৰ্য্যাৰে সৈতে শয়ন কক্ষত সোমাল আৰু মনুষ্য হৈয়ো মন্ত্ৰৰ প্ৰভাৱত দেৱ-ৰমণীৰ কল্পনাতীত সঙ্গম সুখ উপভোগ কৰিলে। মন্ত্ৰৰ প্ৰভাৱত দিব্য ভাব পৰিত্যাগ কৰা প্ৰেমময়ী ভাৰ্য্যা সোমপ্ৰভাকে লাভ কৰি গুহচন্দ্ৰই আনন্দ মনেৰে বাস কৰিবলৈ ধৰিলে। ১৩০-৩২

( মুঃ ) "এইদৰে যজ্ঞ-দান আদি পুণ্য কৰ্মৰফলত শাপৰ দ্বাৰা স্বৰ্গভ্ৰষ্টা দেৱ-নাৰীয়েও মানৱ-গৃহিণীৰূপে বাস কৰে। ১৩৩

'দেৱতা আৰু ব্ৰাহ্মণৰ সেৱা'—সচ্চৰিত্ৰ লোকৰ বাবে কামধেনুৰ নিচিনা। ইয়াৰ দ্বাৰা কি লাভ নোহোৱাকৈ থাকে? সকলো পোৱা যায়। কাৰ্য্যসিদ্ধিৰ কৌশলৰূপে সাম, দান আদিৰ উল্লেখ কেৱল বৰ্ণনা মাত্ৰ।

—ওখ গছত ফুলা ফুল ধুমুহা-বতাহত মাটিত-সৰি পৰাৰ দৰেই দুষ্কৰ্মও উচ্চ বংশজাতসকলৰ আনকি দেৱতাৰো অধঃপতনৰ কাৰণ হয়।" ১৩৪-৩৫

ৰাজকন্যা পদ্মাৱতীক এইখিনি-কৈ বসন্তকে পুনাই ক'লে,—অহল্যাৰ কি হৈছিল মোৰ পৰা শুনক। ১৩৬

## ২১. অহল্যাৰ কথা:

পুৰাণ কালত গৌতম নামেৰে এজন ত্ৰিকালজ্ঞ মুনি আছিল। ৰূপ সৌন্দৰ্য্যেৰে অপ্সৰো-বিনিন্দিতা তেওঁৰ ভাৰ্য্যাৰ নাম অহল্যা। অহল্যাৰ সৌন্দৰ্য্যমুগ্ধত ইন্দ্ৰই এদিন অহল্যাত গোপনে তেওঁক কামনা কৰিলে; কিয়নো ঐশ্বৰ্য্যমদত অন্ধ প্ৰভুত্ব সম্পন্নজনৰ মন নীতি-বিগৰ্হিত কাৰ্য্যৰ প্ৰতি প্ৰায়ে ঢাল খায়। ১৩৭-৩৮

কামুকী অহল্যাই নিজৰ মূঢ়তাৰ বাবে শচীপতি ইন্দ্ৰৰ প্ৰস্তাৱত সম্মতি

জনালে। তপস্যাৰ প্ৰভাৱত সকলো কথা অৱগত হৈ গৌতম আহি তেতিয়া তাত উপস্থিত হ'ল। গৌতম অহা দেখি ইন্দ্ৰই ভয়ত তৎক্ষণাত মেকুৰীৰ ৰূপ ধাৰণ কৰিলে। গৌতমে অহল্যাক তেতিয়া সুধিলে,—"ইয়াত কোন আছে?" "এয়া ইয়াত মজ্জাৰ² (মেকুৰী এটা) আছে" বুলি অহল্যাই সত্যৰ অপলাপ নকৰাকৈ অপভ্ৰংশ ভাষাৰে নিজৰ স্বামীক সমাধান দিলে। মুনিয়ে তাকে শুনি হাঁহি ক'লে—"সচাঁকৈয়ে ইয়াত তোমাৰ 'জাৰ' (উপপতি) আছে।" মুনিয়ে তেতিয়া অহল্যাক অভিশাপ দিলে, কিন্তু সত্যৰ অপলাপ নকৰা বাবে শাপান্তৰ সৰ্ত্তও লগতে প্ৰকাশ কৰিলে। ১৩৯-৪২

"পাপীয়সী নাৰী! অৰণ্যত বিচৰণ কৰা ৰাঘৱৰ দৰ্শন নোহোৱালৈকে ইয়াতে শিলাখণ্ড হৈ বহুকাল পৰি থাক। আৰু ইন্দ্ৰ! যোনিলুব্ধ তোৰ শৰীৰত সহস্ৰ যোনি হওঁক। বিশ্বকৰ্ম্মাই সৃজন কৰা দিব্য ৰমণী তিলোত্তমাক দৰ্শন কৰাৰ পিছতহে তোৰ-সহস্ৰ যোনি সহস্ৰ নেত্ৰলৈ ৰূপান্তৰিত হ'ব।" এই বুলি গৌতমে ইন্দ্ৰক অভিশাপ দিলে। ১৪৩-৪৫

শাপ দি নিজ অভিৰুচি অনুসাৰে তপস্যা কৰিবলৈ বুলি গৌতম তাৰপৰা কোনোবা ফালে গুচি গ'ল। ইফালে অহল্যা শিলা হৈ তাতে পৰি থাকিল। ১৪৬

ইন্দ্ৰৰ সৰ্ব শৰীৰ বৰাঙ্গই ঢাকি পেলালে। চৰিত্ৰহীনতা কাৰ-নো দুৰ্গতিৰ কাৰণ নোহোৱাকৈ থাকে? ১৪৭

(মুঃ) এইদৰে সকলোৱে নিজৰ কু-কৰ্মৰ ফল ভোগ কৰে। যি যেনে গুটি সিঁচে, সি তেনে ফল লাভ কৰে। এই বাবে মহামনা লোক কেতিয়াও আনৰ অপকাৰ হোৱা কাৰ্য্যত প্ৰবৃত্ত নহয়; উত্তম লোকৰ এয়ে স্বভাৱ-সিদ্ধ ব্ৰত। ১৪৮-৪৯

---

(২) মজ্জাৰ শব্দটো প্ৰাকৃত আৰু সংস্কৃত ভাষাত দুটা অৰ্থত প্ৰয়োগ কৰা হৈছে।। সংস্কৃত মাৰ্জ্জাৰ; প্ৰাকৃত মজ্জাৰ (মেকুৰী): আকৌ, সং মৎ+ জাৰ মজ্জাৰ—মোৰ জাৰ অৰ্থাৎ মোৰ উপপতি; প্ৰা. মজ্জাৰ—মেকুৰী। গতিকে অহল্যাই "এস ঠিও খু মজ্জাৰো"—বুলি প্ৰাকৃত ভাষাত মেকুৰী বুলি বুজাইছে আৰু গৌতমে তাকে সংস্কৃত ৰূপত (মৎ+জাৰ) মজ্জাৰ, মোৰ উপপতি এই অৰ্থত গ্ৰহণ কৰিছে।

"আপোনালোক দুয়োগৰাকী ৰাণী পূৰ্বজন্মৰ বাই-ভনী, শাপভ্ৰষ্ট হৈ মৰ্ত্যত বিৰাজ কৰিছে ; সেইদেখি আপোনালোকৰ অন্তৰ ঈৰ্ষা-কলুষ শূন্য আৰু পৰস্পৰৰ উপকাৰৰ বাবে উদ্‌গ্ৰীৱ।" ১৫০

বসন্তকৰ মুখৰপৰা এই কথা শুনাৰ পাচত বাসবদত্তা আৰু পদ্মাৱতী দুয়োৰে অন্তৰত যিকণ পৰস্পৰ ঈৰ্ষাৰ ভাব আছিল সিও সমূলঞ্চে দূৰ হ'ল। মহাৰাণী বাসবদত্তাই উদয়নক দুয়োৰে উমৈহতীয়া স্বামীৰূপে গ্ৰহণ কৰিলে আৰু একান্ত আপোনভাৱে পদ্মাৱতীৰ প্ৰীতি সাধন কৰিবলৈ ধৰিলে। ১৫১-৫২

পদ্মাৱতীয়ে পঠোৱা দূতৰ মুখেদি বাসবদত্তাৰ এনে মহানুভৱতাৰ কথা শুনি মগধৰাজে পৰম সন্তোষ লাভ কৰিলে। ১৫৩

এদিনাখন মুখ্যমন্ত্ৰী যৌগন্ধৰায়ণে বৎসৰাজ উদয়নৰ ওচৰলৈ গৈ দেৱী বাসবদত্তা আৰু অন্যান্যসকলৰ উপস্থিতিত এইদৰে ক'লে। ১৫৪

—"মহাৰাজ! বিজয় অভিযানৰ বাবে এতিয়া কৌশাম্বীলৈ নাযায় জানো? মগধৰাজ আমাৰ দ্বাৰা প্ৰবঞ্চিত হৈছে সচাঁ ; কিন্তু তেওঁৰ ফালৰপৰা বিপদৰ কোনো আশংকা নাই। 'কন্যাদান সন্ধি' নামৰ সন্ধিৰ যোগেদি মিত্ৰতা হোৱাত মগধৰাজ এতিয়া সম্পূৰ্ণৰূপে নিয়ন্ত্ৰিত। আমাৰ সৈতে বিৰোধ কৰি তেওঁ নিজৰ প্ৰাণতকৈও প্ৰিয় কন্যাক কেনেকৈ পৰিত্যাগ কৰিব? মগধৰাজে নিজৰ সত্য ৰক্ষা কৰা উচিত। প্ৰকৃততে আপুনি মগধৰাজক প্ৰবঞ্চনা কৰা নাই, যিখিনি হৈছে সেই সকলোখিনি মইহে কৰিছোঁ। আমাৰ কাৰ্য্যৰ দ্বাৰা মগধৰাজ প্ৰকৃততে অসন্তুষ্ট হোৱা নাই। মই গুপ্তচৰৰ মুখৰপৰা গম পাইছোঁ যে মগধৰ ৰজাই কেতিয়াও আমাৰ শত্ৰুতা নকৰে। প্ৰকৃততে এই কথা জানিবৰ বাবেই আমি এই কেইদিন ইয়াত অপেক্ষা কৰিছিলোঁ।" ১৫৫-৫৮

নিজৰ কাৰ্য্য সম্পাদন কৰি কৃতকৃত্য হোৱা যৌগন্ধৰায়ণে এইদৰে কৈ থাকোঁতেই মগধৰ দূত আহি তাত উপস্থিত হ'ল। দুৱৰীয়ে বাট দেখুৱাই আগ বঢ়াই নিয়াত দূত ভিতৰ সোমাই নিজৰ আসনত বহিল আৰু বৎসৰাজক প্ৰণাম জনাই নিবেদন কৰিলে। ১৫৯-৬০

—"মহাৰাজ! ৰাণী পদ্মাৱতীয়ে পঠোৱা সমাচাৰ পাই মগধেশ্বৰে পৰম সন্তোষ লাভ কৰিছে আৰু সম্প্ৰতি প্ৰত্যুত্তৰ স্বৰূপে মহাৰাজৰ ওচৰলৈ বাৰ্তা পঠাইছে। 'অধিক বক্তব্যৰ প্ৰয়োজন কি? মই সকলো কথা গম পাইছোঁ।

মই তোমাৰ প্ৰতি সন্তুষ্ট হৈছোঁ। যি উদ্দেশ্য সাধনৰ বাবে এই পাতনি মেলা হৈছে, সেই কাম শীঘ্ৰে আৰম্ভ কৰিব লাগে। আমি সকলো সেই কাৰ্য্য সাধনত বিনম্ৰ সাহায়ক হ'ম।" ১৬১-৬২

দূতৰ স্পষ্ট কথা শুনি বৎসৰাজ উদয়ন অতিশয় আনন্দিত হ'ল। ই জানিবা যৌগন্ধৰায়ণে ৰোৱা নীতি-বৃক্ষৰ সুগন্ধি ফুলহে ফুলিল। তেতিয়া উদয়নে পট্টমহিষী বাসবদত্তাৰ হতুৱাই পদ্মাৱতীক তালৈ মতাই অনালে। উদয়নে পদ্মাৱতীৰে সৈতে একেলগে উপঢৌকন আদি দি দূতক আদৰ অভ্যৰ্থনা জনালে। ঠিক সেই সময়তে চণ্ড মহাসেনৰ দূতো আহি তাত উপস্থিত হ'ল। দূতে যথানিয়মে ৰজা উদয়নক প্ৰণাম জনাই নিবেদন কৰিলে। ১৬৩-৬৫

"ৰাজন্! কাৰ্য্যতত্ত্বজ্ঞ মহাৰাজ চণ্ডসেনে আপোনাৰ সকলো বৃত্তান্ত জানিবলৈ পাই সন্তোষ পাইছে। মহাৰাজে অভিমত প্ৰকাশ কৰিছে যে যৌগন্ধৰায়ণৰ দৰে কাৰ্য্য-কুশল মন্ত্ৰী পোৱাটো আপোনাৰ সৌভাগ্যৰ কথা। এই বিষয়ে আৰু বহুলাই কোৱাৰ প্ৰয়োজন কি? আপোনাৰ প্ৰতি শ্ৰদ্ধা আৰু অনুৰাগৰ আকৰ্ষণত বাসবদত্তাই যিখিনি কৰিলে, তাৰ বাবে বাসবদত্তা ধন্যবাদৰ যোগ্য। বাসবদত্তাৰ কাৰ্য্য আৰু আচৰণৰ দ্বাৰা সজ্জন সমাজত আমাৰ শিৰ উচ্চ হৈছে। মই বাসবদত্তাতকৈ পদ্মাৱতীক বেলেগ বুলি ভবা নাই। দুয়োৰে হৃদয় একেখনেই। গতিকে উদ্দেশ্য সিদ্ধিৰ বাবে অবিলম্বে যত্ন কৰিব লাগে।" ১৬৬-৬৯

শহুৰেকৰ দূতৰ কথা শুনি উদয়নৰ অন্তৰ আনন্দত উথলি উঠিল; বাসবদত্তাৰ প্ৰতি থকা তেওঁৰ প্ৰেমানুৰাগ আগতকৈ দুগুণে বৃদ্ধি হ'ল। মন্ত্ৰী যৌগন্ধৰায়ণৰ ওপৰতো উদয়নৰ আস্থা আগতকৈ বাঢ়িল। ১৭০

তাৰ পিছত ৰজা উদয়নে দুয়ো গৰাকী ৰাণীৰে সৈতে আনন্দ উলাহত দূতক আতিথ্য-সৎকাৰ জনাই বিদায় দিলে। শীঘ্ৰে বিজয় অভিযান আৰম্ভ কৰাৰ অৰ্থে মন্ত্ৰীবৰ্গৰে সৈতে আলোচনা কৰি কৌশাম্বী যাত্ৰাৰ বাবে উদয়ন সংকল্পবদ্ধ হ'ল। ১৭১

ইতি মহাকবি শ্ৰীসোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ সাগৰৰ
লাৱাণক নামৰ তৃতীয় লম্বকৰ তৃতীয় তৰঙ্গ।

—শ্লোক ১৭১

## তৃতীয় লম্বক
## চতুর্থ তৰঙ্গ

( মূঃ ) তাৰ পিছ দিনা ভাৰ্য্যাদ্বয়, মন্ত্ৰীবৰ্গ আৰু সৈন্য-সামন্তেৰে উদয়নে লাৱাণকৰপৰা কৌশাম্বীলৈ যাত্ৰা কৰিলে। যাত্ৰাপথত সৈন্যবাহিনীৰ কোলাহলে দশো দিশ মুখৰিত কৰাত অসময়ত উঠা সমুদ্ৰৰ তৰঙ্গৰাশিৰ গৰ্জন যেন শুনা হৈছিল। ১-২

যদি উদয়াচলৰ সৈতে সূৰ্য্যই আকাশত যাত্ৰা কৰিলেহেঁতেন, তেনেহ'লে ডাঙৰ হাতীটোত উঠি যোৱা উদয়নৰ উপমা হ'লহেঁতেন। মূৰৰ ওপৰত থকা শুভ্ৰ আতপত্ৰৰ ছায়াত ৰজা উদয়নে নিজৰ কান্তিৰে সূৰ্য্যৰ জ্যোতিকো ম্লান কৰা যেন দেখা হৈছিল ; সেয়ে হবলা সন্তুষ্ট হৈ চন্দ্ৰই নিজে আহি উদয়নক সেৱা কৰিছিল ( সূৰ্য্যৰ দৰে উজ্জ্বল কান্তিৰ উদয়ন চন্দ্ৰৰ দৰে শীতল যেন অনুভূত হৈছিল )। ৩-৪

হাতীত উঠি যোৱা উদয়নৰ চাৰিও ফালে সামন্তবৰ্গই তেওঁক বেঢ়ি যোৱাত চাৰিওফালে গ্ৰহ-তাৰাই আবৰি থোৱা সৰ্বোপৰি স্থিত সূৰ্য যেন দেখা হৈছিল। ৰজাৰ পিছে পিছে কুন্‌কীৰ পিঠিত বহি যোৱা দুগৰাকী ৰাণী অনুৰাগৰ বশীভূত হৈ ৰজাক অনুগমন কৰা শ্ৰীদেৱী আৰু পৃথিবী দেৱী যেন দেখা হৈছিল। ৫-৬

ডাঙৰ ডাঙৰ ঘোঁৰাৰ খুৰাৰ আঘাতত ক্ষত-বিক্ষত মহীক নখক্ষতেৰে জিলিকি থকা ৰজাই উপভোগ কৰা নায়িকা যেন লাগিছিল। ৭

স্তুতিগায়কসকলে অনবৰত গোৱা যশোগীতিৰ মাজেদি যাত্ৰা পথত ৰজা উদয়ন আগ বাঢ়িল আৰু কেইদিনমানৰ ভিতৰতে উৎসৱমুখৰ কৌশাম্বী নগৰত উপস্থিত হ'ল। বিদেশৰপৰা স্বামীৰ প্ৰত্যাৱৰ্তনৰ সময়ত আনন্দত প্ৰসন্ন হোৱা নায়িকাৰ দৰে বহুত দিনৰ মূৰত ৰাজধানীলৈ ৰজা উভতি অহাত কৌশাম্বী নগৰী উৎসৱ-উলাহত উথলি উঠিল—নায়িকা মনোৰম বস্ত্ৰৰে সুশোভিত হোৱাৰ দৰে নগৰী ধ্বজদণ্ডৰ ওপৰত উৰি থকা ৰক্ত পতাকাৰে সুশোভিত হৈ পৰিল ; প্ৰাসাদৰ ঘূৰণীয়া খিৰিকি নায়িকাৰ বিস্ফাৰিত

নয়ন-যুগল যেন হৈছিল, আদৰণি তোৰণত থোৱা পূৰ্ণ কুম্ভযোৰেই যেন নায়িকাৰ পীনোতুঙ্গ স্তনযুগল, জনতাৰ আনন্দ-উল্লাস প্ৰণয়ালাপ আৰু শুভ্ৰ স্থানসমূহ নায়িকাৰ স্মিতহাস্য স্বৰূপ যেন হৈছিল। ৮-১০

দুয়ো গৰাকী ভাৰ্য্যাৰে সৈতে ৰজাই নগৰত প্ৰৱেশ কৰিলে। সপত্নীক ৰজা নগৰবাসী ৰমণীসকলৰ বাবে নয়নৰ উৎসৱ স্বৰূপ দৰ্শনীয় বিষয় হৈছিল। মনোৰম প্ৰাসাদৰ ওপৰৰপৰা ৰাজদম্পতীক চাবলৈ গোট খোৱা পৌৰৰমণীৰ মুখ পদ্মৰে আকাশ ভৰি পৰিছিল; এনেহে অনুমান হৈছিল যেন বাসবদত্তাৰ বদনসৌন্দৰ্য্যত পৰাভূত চন্দ্ৰৰ নাৰীবাহিনীহে তাত উপস্থিত হৈছে। প্ৰাসাদৰ খিৰিকিয়েদি অনিমেষ-নয়নে ৰজা আৰু দুগৰাকী ৰাণীক নিৰীক্ষণ কৰি থকা পৌৰৰমণী-বৃন্দক দেখি কৌতূহল বশতঃ পৃথিবীলৈ নামি অহা অপ্সৰা বুলি দৰ্শকৰ ভ্ৰম হৈছিল। ১১-১৩

খিৰিকিয়েদি মুখ উলিয়াই কটাক্ষ কৰা কোনো ৰমণীৰ চকুৰ পতাৰ ধুনীয়া নোমবিলাক কামদেৱৰ পাঁচপাত শৰ যেন হৈ পৰিছিল। ৰজাক একান্ত আগ্ৰহ আৰু ঔৎসুক্যৰে চোৱা কোনো ৰমণীৰ নয়নযুগল আনন্দত বিকশিত হৈ উঠিছিল, যেন ৰজাক নেদেখা নিজৰ কাণক সেই বাৰ্তা দিবলৈ চকু কাণৰ ওচৰ পাইছিল গৈ। ১৪-১৫

বেগাই লৰি অহাত কোনো ৰমণীৰ হুলু ফুলু কৰা স্তনযুগলে মুহুৰ্মুহু আনন্দ উচ্ছ্বাসত ৰজাক চাবলৈকে যেন কাঁচুলীৰপৰা বাহিৰ ওলাই যাব খুজিছিল। লৰালৰিকৈ ৰজাক চাবলৈ বুলি খিৰিকিৰ মুখলৈ অহা কোনো পৌৰাঙ্গনাৰ ডিঙিৰ মুকুতাৰ হাৰ ছিঁগি মুকুতাবোৰ পৰাত এনেহে লাগিছিল যেন সেই ৰমণীৰ হৃদয় নিগৰি আনন্দাশ্ৰুৰ টোপালহে পৰিছে। ১৬-১৭

বাসবদত্তাক দেখি অগ্নিদগ্ধ হৈ তেওঁৰ মৃত্যুৰ কথা সুঁৱৰি কোনো কোনো পৌৰাঙ্গনাই পৰস্পৰে এই দৰে উৎকণ্ঠাপূৰ্ণ মন্তব্য প্ৰকাশ কৰিছিল যে যদি অগ্নিয়ে লাৱাণকত এই গৰাকী ৰাণীক ভস্ম কৰাবাৰ নিচিনা পাপকাৰ্য্য কৰিছিল, তেনেহ'লে লোক প্ৰকাশক হৈয়ো অগ্নিয়ে নিশ্চয় জগৎখনক ঘোৰ অন্ধকাৰতহে বুৰাই পেলাব খুজিছিল। ১৮-১৯

"ভাগ্যে সখীতুল্য পদ্মাৱতীৰ আগত ৰাণী বাসবদত্তাই লাজত মুখ লুকাব লগীয়া হোৱা নাই (বাসবদত্তাও পদ্মাৱতীৰ সমান সুন্দৰী)"—এইবুলি কোনো পৌৰ ৰমণীয়ে দুয়োলৈকে চাই মন্তব্য কৰিছিল। ২০

আনন্দ-উলাহত নীলোৎপলতুল্য নয়নপঙ্কজৰ মালা দুয়ো গবাক্ষী ৰাণীৰ ওপৰত একেলগে বৰ্ষণ কৰি কোনো কোনো পৌৰ-ললনাই কোৱা-কুই কৰিছিল: "নিশ্চয় হৰ আৰু মুৰাৰিয়ে (বিষ্ণু) এই দুগৰাকী ৰমণীৰ ৰূপ-লাৱণ্য দেখা নাই, দেখা হ'লে নিশ্চয় সেই দুজন দেৱতাই নিজ নিজ ভাৰ্য্যা পাৰ্বতী আৰু লক্ষ্মীৰ প্ৰতি ইমান আদৰ-অনুৰাগ প্ৰকাশ নকৰিলে-হেঁতেন।" ২১-২২

জনতাৰ নয়নৰ উৎসৱৰ মাজত মাঙ্গলিক আচাৰ অনুষ্ঠানৰ যোগে সভাৰ্য্যে বৎসৰাজ উদয়নে ৰাজ অন্তঃপুৰত প্ৰৱেশ কৰিলে। ২৩

প্ৰভাত কালত ফুলি থকা পদুমোৰে সৰোবৰে আৰু ৰাতি চন্দ্ৰোদয় হ'লে সমুদ্ৰই যেনে শোভা ধাৰণ কৰে, ৰজা উদয়নে প্ৰৱেশ কৰাত ৰাজ অন্তঃপুৰেও তেনে শোভা ধাৰণ কৰিলে। ২৪

খন্তেকৰ ভিতৰতে সামন্ত নৃপতিসকলে ভেটোৱা মাঙ্গলিক উপহাৰেৰে ৰাজভৱন এই দৰে ভৰি পৰিল যেন সমগ্ৰ পৃথিৱীৰ ৰজাসকলেহে যেন উপঢৌকন পঠাইছে। ২৫

ৰজা উদয়নে সামন্ত নৃপতিবৃন্দক যথাযোগ্য সম্মান জনাই বিদায় দিলে। তাৰ পিছত সকলো লোকৰ চিত্ত স্বৰূপ উদয়ন নিজ অন্তঃপুৰত সোমাল। দুফালে দুগৰাকী ৰাণীৰ মাজত বিৰাজমান উদয়নে ৰতি আৰু প্ৰীতিৰ মধ্যস্থ কামদেৱ যেন হৈ সুৰাপান উৎসৱত দিনৰ বাকী ছোৱা কাল অতিবাহিত কৰিলে। ২৬-২৭

পিছদিনা উদয়ন ৰাজসভাত মন্ত্ৰীসকলৰ সৈতে বহি থাকোঁতে এজন ব্ৰাহ্মণ আহি ৰাজসভাৰ দুৱাৰ মুখত উপস্থিত হ'ল আৰু তেওঁ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। ২৮

**গৰখীয়াৰ কথা:**

"কি অন্যায়! কি অধৰ্ম! কিছুমান পাপিষ্ঠ গোৱালে অৰণ্যত বিনা কাৰণে মোৰ পুত্ৰৰ ভৰি এটা কাটিলে। প্ৰভুৱে ৰক্ষা কৰক।" ২৯

তাকে শুনি ৰজাই দুই-তিনিটা গৰখীয়া বন্দী কৰি ধৰাই অনালে আৰু সিহঁতক ঘটনাৰ কথা সুধিলে। সিহঁতে ক'লে,—"মহাৰাজ! আমি হাবিত গৰু চৰাই আনন্দ মনে খেল-ধেমালি কৰোঁ। আমাৰ মাজত দেৱসেন নামে

এটা গৰখীয়া আছে। হাবিৰ এফালে থকা এখনৰ শিলৰ আসনত বহি সি নিজকে আমাৰ ৰজা বুলি কয় আৰু আমাক শাসন কৰে। আমি কোনোৰেই তাৰ আজ্ঞা লঙ্ঘন নকৰোঁ। প্ৰভু! সেই গোৱালে এইদৰে অৰণ্যত ৰাজ্য শাসন কৰি আছে।" ৩০-৩৩

আজি এই ব্ৰাহ্মণৰ লৰাই ৰজাৰ আগেদি সেই বাটেৰে যাওঁতে গোৱাল ৰজাক প্ৰণাম নকৰাকৈ যাব খুজিছিল। তাকে দেখি ৰজাৰ আদেশ মতে আমি তেওঁক যেতিয়া ৰজাক প্ৰণাম নকৰাকৈ নাযাবা বুলি কলোঁ, তেতিয়া সেই দুষ্ট বটুৱে আমাৰ কথা শুনি ৰজাক প্ৰণাম কৰক চাৰি হাঁহিবলৈহে ধৰিলে আৰু আমাক উলাই কৰি যাবলৈ আগ বাঢ়িল। তেতিয়া গোৱাল ৰজাই সেই উদ্ধত বটুৰ ভৰি এই কাটি শাস্তি দিবলৈ আমাক আদেশ দিলে। ৰজাৰ আদেশ মতে আমি লৰি গৈ ব্ৰাহ্মণ পুত্ৰৰ ভৰি এখন কাটি পেলালোঁ। ৰাজ আজ্ঞা কোনে লঙ্ঘন কৰিব পাৰে? ৩৪-৩৭

গৰখীয়াবিলাকে এইদৰে ৰজাৰ আগত নিবেদন কৰাত বিজ্ঞ মন্ত্ৰী যৌগন্ধৰায়ণে প্ৰকৃত কথাৰ তত্ত্ব বুজিব পাৰি ৰজাক অকলসৰে নিৰ্জনত ক'বলৈ ধৰিলে। ৩৮

**উদয়নৰ ধন-ৰত্ন আৰু সিংহাসন প্ৰাপ্তি ঃ**

"মহাৰাজ! সেই নিৰ্জন স্থানত নিশ্চয় ধন-ৰত্ন আছে; তাৰ প্ৰভাৱত সামান্য গৰখীয়াও ইমান প্ৰভাৱশালী হৈছে। গতিকে আমি অনুসন্ধানৰ বাবে তালৈ যাব লাগে।" মন্ত্ৰীয়ে এইদৰে কোৱাত ৰজাই গৰখীয়াবোৰক আগত লৈ সসৈন্যে সেই অৰণ্যলৈ যাত্ৰা কৰিলে। ৩৯-৪০

অৰণ্যত উপস্থিত হৈ ঠাইখন পৰীক্ষা কৰাৰ পিছত বনুৱাবিলাকে ঠাইখন খান্দিলে। খান্দোঁতে গাঁতৰ তলৰপৰা এটা শিলাময় যক্ষ ওলাই ৰজাক ক'লে, "মহাৰাজ! এয়া আপোনাৰ ধন-ৰত্ন, আপোনাৰ পূৰ্বপুৰুষে মাটিৰ তলত লুকাই থৈছিল। মই ইমান দিন আপোনাৰ বাবে ৰক্ষা কৰি আছিলোঁ। এতিয়া আপুনি গ্ৰহণ কৰক।" ৪১-৪২

যক্ষই এইদৰে কোৱাত বৎসৰাজে যক্ষক যথোচিত আদৰ সৎকাৰ কৰিলে। তাৰ পিছত যক্ষ সেই গাঁতত অন্তৰ্দ্ধান হ'ল। সেই গাঁতৰপৰা অলেখ ধনৰত্নৰ

লগতে ৰত্ন খচিত এখন বহু মূলীয়া সিংহাসনো ৰজাই পালে। ভাগ্যোদয় কালত সকলো কল্যাণ আৰু সম্পদ এই দৰেই লাভ হয়। ৪৩-৪৪

ৰজা উদয়নে তেতিয়া গৰখীয়াবোৰক যথোচিত শাসন কৰি সিংহাসন সহ সকলো ধনৰত্ন লৈ মহোৎসৱেৰে নিজপুৰীলৈ উভতি আহিল। ৪৫

ৰজাই অনা স্বৰ্ণ সিংহাসনত খচিত ৰত্নসমূহৰ পৰা তেজৰ সোঁত বোৱাৰ দৰে উজ্বল ৰশ্মি ওলাইছিল ; ই যেন ভৱিষ্যতে উদয়নে দশোদিশ জয় কৰাৰ হে সূচনা কৰিছিল। সিংহাসনৰ ৰূপৰ খুৰাত লগোৱা স্ফটিকৰ নিচিনা মুকুতাবোৰ উদয়নৰ মন্ত্ৰীৰ (যৌগন্ধৰায়ণ) অদ্ভুত বুদ্ধিৰ কথা সুঁৰি হাঁহোতে ওলোৱা শুভ্ৰ দন্তৰাজি যেন দেখা হৈছিল! এনেকুৱা স্বৰ্ণ সিংহাসন দেখি নগৰৰ প্ৰজাবিলাকে আনন্দ মতলীয়া হৈ ঢাক-ঢোল ৰজাই মধুৰ উৎসৱ পাতিছিল। ৪৬-৪৮

সিংহাসনৰ প্ৰভাৱ দেখি মন্ত্ৰীবৰ্গয়ো ৰজাৰ ভৱিষ্যৎ বিজয় সুনিশ্চিত বুলি জানি আনন্দ প্ৰকাশ কৰিলে। কিয়নো আৰম্ভণিতে মঙ্গল কাৰ্য্যসিদ্ধিৰ সূচক। তেতিয়া উজ্বল পতাকাৰে শুশোভিত নগৰখন বিজুলীৰে চিক্‌মিকাই থকা আকাশ যেন হৈ পৰিল আৰু মেঘে বৰষুণ দিয়া দি ৰজা উদয়নেও নিজৰ অনুগামীবোৰৰ মাজত বহুত ধন সোন বিলাই দিলে। ৪৯-৫০

এই দৰে আনন্দ উৎসৱত সেই দিনটো অতিবাহিত কৰি পিছ দিনা উদয়নৰ মনোভাৱ বুজাৰ অভিপ্ৰায়েৰে মন্ত্ৰী যৌগন্ধৰায়ণে তেওঁক ক'লে, —"মহাৰাজ বংশ পৰম্পৰা ক্ৰমে অহা এই মহামূল্য সিংহাসন মহাৰাজে পাইছে · গতিকে এতিয়া এই সিংহাসনত আৰোহণ কৰক!" ৫১-৫২

—"মোৰ প্ৰপিতামহ প্ৰভৃতিয়ে সমগ্ৰ পৃথিৱী জয় কৰি যি সিংহাসনত বহিছিল, দেশ জয় নকৰাকৈ সেই সিংহাসনত বহাত মোৰ কি গৌৰৱ হ'ব? নানা ৰত্নেৰে বিভূষিত স-সাগৰা পৃথিৱী জয় কৰিহে মই পূৰ্ব পুৰুষৰ এই মহামূল্য সিংহাসনত উপৱেশন কৰিম।" এইদৰে উদয়নে উত্তৰ দিলে আৰু তেওঁ সিংহাসনত নবহিল। কিয়নো অভিজাতসকলৰ স্বাভিমান বৰ প্ৰবল। ৫৩-৫৫

ৰজাৰ কথা শুনি যৌগন্ধৰায়ণ সন্তুষ্ট হ'ল। তেওঁ ক'লে,—"মহাৰাজৰ সংকল্প সজ। তেনেহ'লে এতিয়া পূব দিশলৈ বিজয় অভিযান কৰিব লাগে।" মন্ত্ৰীৰ কথা শুনি উদয়নে প্ৰসঙ্গ ক্ৰমে মন্ত্ৰীক সুধিলে,—"উত্তৰ আদি দিশত

জয় কৰিবলগীয়া বহুত ৰাজ্য থাকোঁতেও ৰজাসকলে প্ৰথমে পূব দিশলৈ কিয় বিজয় অভিযান কৰে ?" ৫৬-৫৭

ৰজাৰ কথাৰ উত্তৰত যৌগন্ধৰায়ণে জনালে যে উত্তৰ দিশ প্ৰশস্ত যদিও ম্লেচ্ছৰ সংসৰ্গ দোষত নিন্দনীয়, পশ্চিম ফালে সূৰ্য্য অস্ত হয়, সেই দেখি মঙ্গলজনক নহয়, দক্ষিণ দিশ যম ৰজাৰ দিশ আৰু ৰাক্ষসৰ নিবাস ভূমি বাবে বৰ্জনীয়। পূব দিশৰ অধিপতি ইন্দ্ৰ ; পূব দিশত সূৰ্য্য উদয় হয় আৰু জাহ্নৱীও পূব দিশলৈকে বৈ গৈছে, সেই দেখি পূব দিশেই বিজয় অভিযানৰ বাবে প্ৰশস্ত। ৫৮-৬০

হিমালয় আৰু বিন্ধ্যপৰ্বতৰ মাজৰ দেশৰ ভিতৰতো গঙ্গাজলেৰে পৱিত্ৰ হৈ থকা দেশেই সকলোতকৈ উত্তম। সেই দেখি বিজয় অভিযানৰ আৰম্ভণিতে নিজৰ মঙ্গল কামনা কৰা ৰজাসকলে পূব দিশলৈ জয় যাত্ৰা কৰে আৰু গঙ্গাজল প্লাৱিত দেশত বাস কৰে। ৬১-৬২

আপোনাৰ পূৰ্বজসকলে পূব দিশৰপৰা আৰম্ভ কৰি সমস্ত দিশৰ ৰাজ্য জয় কৰিছিল আৰু গঙ্গাৰ তীৰৱৰ্তী হস্তিনাপুৰত ৰাজধানী স্থাপন কৰিছিল। অতিশয় মনোৰম দেখি ( আপোনাৰ পূৰ্বজ ) শতানীকে হ'লে কৌশাম্বীতহে বাস কৰিছিল। সাম্ৰাজ্যৰ স্থিতি ৰজাৰ বীৰত্বৰ ওপৰত নিৰ্ভৰশীল ; গতিকে ৰাজধানীৰ অৱস্থান ৰাজ্যাভ্যুদয়ৰ বাবে গুৰুত্বপূৰ্ণ নহয়। ৬৩-৬৪

ইয়াকে কৈ যৌগন্ধৰায়ণ বিৰত হ'লত ৰজা উদয়নে পৌৰুষৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই ক'বলৈ ধৰিলে। ৰাজ্যৰ স্থান বিশেষত ৰজাৰ বসতি পৃথিৱীত কেতিয়াও সাম্ৰাজ্য স্থিতিৰ কাৰণ নহয়। বীৰ পুৰুষসকলৰ বাবে নিজৰ পৌৰুষেই কৃতকাৰ্য্যতাৰ একমাত্ৰ কাৰণ। সহায় সাৰথিহীন একোজন বীৰ পুৰুষে অকলে নিজৰ পুৰুষাৰ্থৰে ঐশ্বৰ্য্য সম্পদ লাভ কৰে। আপোনা-লোকে সেই। বীৰ পুৰুষজনৰ আখ্যান শুনা নাই জানো ?" ৬৫-৬৭

ৰজা উদয়নৰ কথা শুনি সেই আখ্যান ক'বলৈ মন্ত্ৰীয়ে উদয়নক অনুৰোধ জনালে আৰু উদয়নেও দুগৰাকী ৰাণীৰ সন্মুখত সেই মধুৰ আখ্যান ক'বলৈ ধৰিলে। ৬৮

## ২২. বিদূষকৰ কথা : আদিত্যসেন আৰু তেজস্বতী

পৃথিৱী বিখ্যাত উজ্জয়িনী নগৰত পুৰণি কালত আদিত্যসেন নামে এজন ৰজা আছিল। এক চক্ৰৱৰ্তী ৰজা আদিত্যসেনৰ বিজয় অভিযানত

ৰথ চক্ৰৰ গতি ভাস্বৰ আদিত্যৰ ৰথ চক্ৰৰ গতিৰ দৰে সদায় অপ্ৰতিহত আছিল। ৬৯-৭০

চন্দ্ৰমাৰ শীতল কান্তি যুক্ত ছত্ৰ উচ্চ হৈ ৰজাৰ মূৰৰ ওপৰত থকাত অন্য ৰজাসকলৰ মূৰৰ ওপৰৰ পৰা ছত্ৰ আঁতৰাই থোৱা হৈছিল, কিয়নো তেওঁলোকৰ উত্তাপ ( বলদৰ্প ) লোপ হোৱাত ছত্ৰৰ প্ৰয়োজন নোহোৱা হৈছিল ; তেওঁলোক আদিত্যসেনৰ সামন্ত হৈ পৰিছিল। সমূদ্ৰ সকলো ৰত্নৰ আকাৰ হোৱাৰ দৰে ৰজা আদিত্যসেনো সকলো সুখ সম্ভোগৰ আশ্ৰয় হৈ পৰিছিল। ৭১-৭২

এসময়ত আদিত্যসেন নগৰৰপৰা সসৈন্য যাত্ৰা কৰি আহি গঙ্গাৰ পাৰত উপস্থিত হ'ল আৰু তাতে বাহৰ কৰি ৰ'ল। ৰজা গঙ্গাৰ তীৰৰ বাহৰত থকা সময়ত এদিনাখন গুণসেন নামে সেই ঠাইৰ এজন ধনী সদাগৰ নিজৰ ৰত্নস্বৰূপা কন্যাক লগত লৈ ৰজাৰ ওচৰলৈ আহিছিল। "মোৰ ঘৰত জন্ম লোৱা এই কন্যা ত্ৰিভুৱনৰ ৰত্নস্বৰূপ, ( মহাৰাজ আদিত্যসেনৰ বাহিৰে ) আন কাৰো হাতত মই এই কন্যা সমৰ্পণ কৰিব নোৱাৰোঁ, মহাৰাজ হে এই কন্যা ৰত্নৰ উপযুক্ত স্বামী।" ৭১-৭৫

গুণবৰ্মাই দুৱৰীৰ মুখেদি এইদৰে নিবেদন জনাই পিছত নিজে ৰাজ ভৱনত প্ৰৱেশ কৰি ৰজাক নিজৰ কন্যা দেখুৱালে। নিজৰ কান্তিৰে দশোদিশ উদ্ভাসিত কৰা তেজস্বতী নামৰ সেই কন্যাক দেখি ৰজাই তেওঁক কামদেৱৰ মঙ্গলময় আবাস স্বৰূপ আৰু জ্বলি থকা দীপ শিখা যেন জ্ঞান কৰিলে। দেখা মাত্ৰকে কন্যাৰ লাৱণ্যময় কান্তিয়ে আলিঙ্গন কৰাত কামাগ্নিৰ উত্তাপতে যেন ৰজাৰ অন্তৰ বিগলিত হৈ পৰিল আৰু তেওঁৰ গাত ঘাম বৰলৈ ধৰিলে। ৭৬-৭৮

মহিষীৰ উপযুক্ত কন্যাক ৰজাই গ্ৰহণ কৰি গুণ বৰ্মাক ধন-ৰত্ন দানেৰে সন্তুষ্ট কৰিলে আৰু নিজৰ সমতুল্য মৰ্য্যাদা দিলে। ৰজাই প্ৰিয়তমা তেজস্বতী কন্যাক বিয়া কৰাই নিজক কৃতাৰ্থ হোৱা বুলি ভাবিলে আৰু কন্যাক লগত লৈ উজ্জয়িনীলৈ প্ৰত্যাৱৰ্ত্তন কৰিলে। ৭৯-৮০

অন্তঃপুৰত আদিত্যসেনে ৰাণী তেজস্বতীৰ মুখলৈ ইমান একান্তভাৱে চাবলৈ ধৰিলে যে ৰাজ্যৰ মহান্ কাৰ্য্যসমূহো তেওঁৰ চকুত নপৰা হ'ল। তেজস্বতীৰ মধুৰ প্ৰণয়ালাপে তেওঁৰ কাণ দুখন এনেকৈ ভৰাই পেলালে যে কাণ দুখনত যেন সোপা দিয়া হৈছে ; সেই দেখি দুঃখ কষ্টত প্ৰপীড়িত প্ৰজাৰ

কৰুণ বিননিও তেওঁৰ কাণত নোসোমোৱা হ'ল আৰু সেইবিলাকে ৰজাক অকণো বিচলিত কৰিব পৰা নাছিল। ৰজা যি এবাৰে অন্তঃপুৰত সোমাল তাৰপৰা বহুত দিন আৰু ওলাই নাহিল ; কিন্তু ইফালে শত্ৰুৰ হৃদয়ৰ পৰা হ'লে শঙ্কাভীতি ওলাই দূৰ হৈ গ'ল। ৮১-৮৩

কালক্ৰমত ৰজা আদিত্যসেনৰ ঔৰসত পট্টমহিষী তেজস্বতীৰ গৰ্ভত এটি অপূৰ্ব সুন্দৰী কন্যা জন্ম হ'ল আৰু হ'ল ৰজাৰ বুদ্ধিত জন্ম হ'ল বিজিগীষাৰ ( ৰজাৰ ৰাজ্য জয়ৰ ইচ্ছা হ'ল )।

পৰম লাৱণ্যময়ী সেই কন্যাই তিনিও লোকক নিজৰ ৰূপ লাৱণ্যেৰে খেৰ কুটাৰ নিচিনা তুচ্ছ কৰি ৰজাক দিলে পৰম আনন্দ আৰু বিজয় আকাংক্ষাই দিলে ৰজাক দুৰ্জয় প্ৰতাপ। ৮৪-৮৫

ৰজা আদিত্যসেনে এসময়ত কোনো এক উদ্ধত বিদ্ৰোহী সামন্ত ৰজাক দমন কৰিবলৈ বুলি উজ্জয়িনীৰপৰা বাহিৰলৈ যাত্ৰা কৰিলে। ৰজাই ৰণ-যাত্ৰাত পট্টমহিষী তেজস্বতীক এজনী কুন্‌কীৰ ওপৰত তুলি তেওঁৰ লগত নিয়াৰ দিহা কৰিলে। সৈন্যবাহিনীৰ অধিষ্ঠাত্ৰী দেৱতা ৰূপে ৰাণী ৰজাৰ লগে লগে আগ বাঢ়িল। ৮৬-৮৭

ৰজা জঙ্গম পৰ্বত-তুল্য শ্ৰীবৃক্ষ নামৰ এটা ওখ ঘোঁৰাত উঠি গৈছিল। তেজৰ বলত চট্‌ফটাই থকা শ্ৰীবৃক্ষৰ গাৰপৰা ঘামৰ সোঁত ব'বলৈ ধৰিছিল। ৮৮

গলধনৰপৰা ওলমি পৰা ফানেৰে ধুনীয়া সেই বেগী ঘোঁৰাটোৱে মুখৰ ওচৰলৈকে আগ ঠেং দুটা দাঙি আকাশেদি উৰি যোৱা ব্ৰহ্মচাৰী গৰুড় পক্ষীৰ গতিবেগ অনুকৰণ কৰিয়েই যেন নিৰ্ভীকভাৱে ডিঙিটো কাতি কৰি তললৈ চাই ভাবিছিল—এই পৃথিৱীখন মোৰ গতিবেগৰ বাবে জানো পৰ্য্যাপ্ত হ'ব ? ( এই বেগত মই অলপ সময়তে পৃথিৱীৰ ইটো মূৰ পাম গৈ )। ৮৯-৯০

কিছু দূৰ যোৱাৰ পিছত তেজস্বতীক নিজৰ অশ্বাৰোহণ কৌশল দেখুৱাবলৈ বুলি ৰজাই বেগেৰে ঘোঁৰা চেকুৰাই দিলে। ভৰিৰ গোৰাহাৰ আঘাতত ঘোঁৰাটোৱে ধেনুৰপৰা ( যন্ত্ৰ চালিত ) ওলোৱা কাঁড়ৰ দৰে নিমিষতে কোনোবা খিনি পালেগৈ। খন্তেকতে ৰজা অনুগামীসকলৰ চকুৰ আঁৰ হ'ল। ৯১-৯২

ৰজা অদৃশ্য হোৱা দেখি সৈন্যবোৰ বিহ্বল হৈ পৰিল। হেজাৰ বিজাৰ অশ্বৰোহী চাৰিওফালে ৰজাক বিচাৰি গ'ল ; কিন্তু ক'তো ৰজাক নেদেখিলে।

ৰজাক নেদেখি ৰাণী তেজস্বতী কান্দি কাটি বাউলী হ'ল। অমঙ্গল আশংকা কৰি মন্ত্ৰিবৰ্গ'ই সসৈন্যে কান্দি থকা ৰাণীক লগত লৈ উজ্জয়িনীলৈ উভতি আহিল। উজ্জয়িনীলৈ আহি মন্ত্ৰীসকলে নগৰীৰ দুৰ্গ প্ৰাচীৰৰ দুৱাৰ বন্ধ কৰি দি প্ৰজা-বৰ্গক আশ্বাস দিলে আৰু ৰজাৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে। ৯৩-৯৫

ইফালে ঘোঁৰটোৱে বায়ুবেগে চেকুৰি খন্তেকতে ৰজাক ভয়ঙ্কৰ সিংহেৰে ভৰি থকা বিন্ধ্যাৰণ্যৰ ভীষণ স্থান পোৱালে গৈ। ঘোঁৰাৰ ওপৰৰপৰাই ইফালে সিফালে চাও'তে অৰণ্যানীৰ বিভীষিকাই ৰজাক বিভ্ৰান্ত কৰিলে। দিগ্‌ভ্ৰম হোৱাত ৰজা ব্যাকুল হৈ পৰিল। ৯৬-৯৭

তেতিয়া গত্যন্তৰ নেদেখি অশ্বতত্ত্বজ্ঞ ৰজা ঘোঁৰাৰপৰা নামিল আৰু ঘোঁৰাটোক প্ৰণাম জনাই ক'বলৈ ধৰিলে, "তুমি দেৱতা, তুমি এই দৰে স্বামী-দ্ৰোহ কৰা উচিত নহয়; সম্প্ৰতি তুমিয়েই মোৰ একমাত্ৰ ৰক্ষা কৰ্তা। মোক মঙ্গলময় পথেদি ৰাজধানীলৈ ঘূৰাই নিয়া।" ৯৮-৯৯

জাতিস্মৰ ঘোঁৰাটো ৰজাৰ কথা শুনি অনুতপ্ত হ'ল। দেৱতা স্বৰূপ সেই ঘোঁৰাটোৱে তেতিয়া মনে মনে ৰজাৰ কথা শলাগিলে। তাৰ পিছত ৰজা আকৌ ঘোঁৰাত উঠিল। বায়ু বেগী অশ্বই নিৰ্মল শীতল পানীৰে ভৰি থকা সৰোবৰৰ কাষেদি যোৱা এটা বাটেদি নি ৰজাক সন্ধিয়া পৰত এক যোজন দূৰৰ উজ্জয়িনীৰ ওচৰৰ এখন ঠাই পোৱালেহি। ৰজাই অকণো পথশ্ৰম অনুভৱ নকৰিলে। ১০০-১০২

ৰজাৰ বাতপ্ৰমী অশ্বই বেগত নিজৰ সাতোটা ঘোঁৰাক চেৰ পেলোৱা দেখি লাজতে সূৰ্য্যদেৱে অস্তাচলৰ কন্দৰত মুখ লুকোৱাত দশোদিশে এন্ধাৰে আবৰি ধৰিলে। ৰাতি হোৱাত উজ্জয়িনী নগৰৰ সিংহ দুৱাৰ বন্ধ হ'ল। সেই অৱস্থাত পৰিস্থিতি বুজিয়েই যেন বুদ্ধিমান ঘোঁৰাটোৱে এখন ভীষণ শ্মশানৰ বাহিৰ ফালে থকা এটা গোপন মঠলৈ ৰাত্ৰি যাপনৰ বাবে ৰজাক লৈ গ'ল। ১০৩-৫

নিশাটো কটাবৰ বাবে উপযুক্ত যেন দেখি ৰজা আদিত্যসেনে ভাগৰুৱা ঘোঁৰাটো বাহিৰতে থৈ মঠৰ ভিতৰ সোমাবলৈ আগবাঢ়িল। তাকে দেখি মঠ-বাসী ব্ৰাহ্মণবিলাকে "এইটো শ্মাশানৰ ৰখীয়া নে চোৰ" এই দৰে কোবাকুবি কৰি মঠৰ ভিতৰলৈ সোমোৱাত ৰজাক বাধা দিলে। ১০৬-৭

তেওঁলোক পৰস্পৰে কাঁজিয়া কৰি ঘৰৰ ভিতৰৰপৰা ওলাই আহিল। বেদপাঠ কৰা বামুণবিলাক প্ৰায়েই ভয়াতুৰ, কঠোৰ আৰু খঙাল হয়। ১০৮

তেওঁলোকে এইদৰে চিঞৰ-বাখৰ কৰি থাকোঁতেই মঠৰ ভিতৰৰপৰা বিদূষক নামৰ এজন ব্ৰাহ্মণ যুৱক ওলাই আহিল। এই ডেকাজন বাহুবলী আৰু মাহাপ্ৰাণ। তেওঁ এসময়ত অগ্নিক আৰধনা কৰি এনে এখন তৰোৱাল পাইছিল, যিখন স্মৰণ কৰা মাত্ৰকে আহি আগত উপস্থিত হয়। ১০৯-১০

বিদূষকে ৰাতি উপস্থিত হোৱা গম্ভীৰ স্বভাৱৰ ৰজাক দেখি তেওঁক ছদ্মবেশী কোনো দেৱতা বুলি ভাৱিলে। তেতিয়া ন্যায় পৰায়ণ বিদূষকে কাঁজিয়া কৰা বামুণকিজনক তাৰপৰা আঁতৰাই পঠিয়াই বিনীতবেশী ৰজাক মঠৰ ভিতৰলৈ আনিলে। ১১১-১২

মঠৰ ভিতৰত ৰজাই বিশ্ৰাম লোৱাত কেইজনীমান সেৱিকাই আহি তেওঁৰ গাৰ ধূলি-মাকতি গুচাই শুশ্ৰূষা কৰিলে আৰু ৰাজোচিত আহাৰ আনি ৰজাক খাবলৈ দিলে। ইফালে বিদূষকে বাহিৰত থকা ৰজাৰ ঘোঁৰাটোৰ পিঠিৰ জীন গুচাই ঘাঁহ পানী দি ঘোঁৰাৰ ভাগৰ দূৰ কৰিলে। ১১৩-১৪

তাৰ পাচত বিদূষকে শুবলৈ শয্যা প্ৰস্তুত কৰি দি ৰজাক ক'লে, "প্ৰভু ! আপুনি নিচিন্ত মনেৰে সুখেৰে ইয়াত শোৱক ; মই আপোনাৰ শৰীৰ ৰক্ষা কৰি থাকিম।" ৰজা শুলত বিদূষকে দুৱাৰমুখত থিয় হৈ স্মৰণ কৰা মাত্ৰকে ওচৰলৈ অহা তৰোৱালখন হাতত লৈ গোটেই নিশা সাৰে থাকি ৰজাক পহৰা দিলে। ১১৫-১৬

পিছদিনা পুৱা ৰজা শুই উঠাৰ লগে লগে ৰজাই ক'বলৈ নৌপাওঁতেই বিদূষকে ঘোঁৰাটো সজাই পৰাই সাজু কৰিলে। ৰজাই তেওঁৰপৰা বিদায় লৈ ঘোঁৰাত উঠি আহি উজ্জয়িনী নগৰত প্ৰৱেশ কৰিলে। ৰজাক দূৰতে দেখি নগৰবাসীসকল আনন্দত উৎফুল্ল হৈ পৰিল। সকলো নাগৰিক ৰজা অহা দেখি আনন্দত কোলাহল কৰি ৰজাৰ পিচে পিচে যাবলৈ ধৰিলে। ১১৭-১৯

ৰজাই মন্ত্ৰীসকলৰ সৈতে ৰাজ অন্তঃপুৰৰ ৰাণী তেজস্বতীৰ কক্ষৰ ভিতৰ সোমাল ; লগে লগে ৰাণীৰ মনৰ সকলো দুখ বেজাৰ অন্তৰৰ বাজ ওলাল (দূৰ হ'ল)। ৰজাৰ আগমন উপলক্ষে নগৰত উৰুওৱা পাতাকাবিলাকে বতাহত উৰি উৰি যেন নগৰৰ সকলো শোক বেজাৰ দূৰলৈ পঠিয়াই দিলে। ১২০-২১

সন্ধিয়া পৰত সূৰ্য্যই সেন্দূৰী ৰঙেৰে বিদায় লোৱাৰ লগে লগে প্ৰজাৰ অন্তৰো আনন্দত ৰঙচুৱা হৈ উঠিল আৰু ৰাণীয়ে গোটেই দিনটো সন্ধিয়া হোৱালৈকে তেওঁলোকৰ লগত আনন্দ উৎসৱ কৰি কটালে। ১২২

পিছত ৰজা আদিত্যসেনে বিদূষকক সকলো ব্ৰাহ্মণৰ সৈতে সেই মঠৰপৰা ৰাজধানীলৈ অনালে। সেইদিনাৰ ৰাতিৰ সকলো বৃত্তান্ত কৈ উপকাৰী বিদূষকক ৰজাই এহেজাৰখন গাঁও দান কৰিলে; লগতে কৃতজ্ঞ ৰজাই বিদূষকক ছত্ৰ আৰু বাহনো প্ৰদান কৰি নিজৰ পুৰোহিত পাতিলে। তাকে দেখি সকলোৱে বৰ আনন্দ পালে। ১২৩-২৫

এইদৰে সা-সম্পত্তি লাভ কৰি বিদূষক সামন্ত ৰজা যেন হৈ পৰিল। মহৎলোকক উপকাৰ কৰিলে সি কেতিয়াও অথলে নাযায়। ১২৬

সেই উদাৰ মনৰ বিদূষকে ৰজাৰপৰা যিবিলাক গাঁও লাভ কৰিছিল সেইখিনি মঠৰ সকলো ব্ৰাহ্মণক সমানে ভগাই দিলে, আৰু তেওঁ নিজে ৰজাৰ আশ্ৰয়ত থাকি ৰাজসেৱা কৰিবলৈ ধৰিলে। বিদূষকে নিজে সেই গাঁৱৰপৰা হোৱা আয়ৰ ভাগ অন্যান্য বামুণৰ সৈতে সমানে লৈ জীৱন যাপন কৰিবলৈ ধৰিলে। ১২৭-২৮

কিছুদিন যোৱাৰ পাচত সেই ব্ৰাহ্মণবিলাক বিনা পৰিশ্ৰমে ধনলাভ কৰিবলৈ পাই মদগৰ্ব্বী হৈ উঠিল। তেওঁলোকে নিজৰ প্ৰাধান্য স্থাপন কৰিবলৈ বিদূষকক গ্ৰাহ্য নকৰা হ'ল। সাতোটা গ্ৰহ একে স্থানত থাকিলে যিদৰে উৎপাত হয়, সেইদৰে সাতজন ব্ৰাহ্মণ একেলগ হৈ গাঁৱৰ সকলো কামত বাধা দিবলৈ ধৰিলে। এই বামুণবিলাকে এইদৰে উচ্ছৃংখলতা সৃষ্টি কৰাত বিদূষকে উদাসীনতা অৱলম্বন কৰিলে। ক্ষুদ্ৰ কথা অৱজ্ঞা কৰাটোৱেই ধীৰ স্থিৰ লোকৰ স্বভাৱ ॥ ১২৯-৩১

এদিন তেওঁলোকে কাঁজিয়া-পেচাল কৰি থাকোঁতে চক্ৰধৰ নামৰ এজন নিষ্ঠুৰ স্বভাৱৰ স্পষ্টবাদী ব্ৰাহ্মণ আহি তাত উপস্থিত হ'ল। তেওঁ কণা যদিও ন্যায়দ্ৰষ্টা; কুজা যদিও পোন কথা কওঁতা। চক্ৰধৰে তেওঁলোকক ক'লে—"তহঁত অধামূৰ্খ; তহঁতে ভিক্ষা কৰি খাইছিলি। ভাগ্যক্ৰমে এই সম্পত্তি পাইছ। এতিয়া নিজৰ ভিতৰতে কাঁজিয়া কৰি কিয় সেই সম্পত্তি নষ্ট কৰিব খুজিছ। বিদূষকৰো এইটো দোষ যে তেওঁ তহঁতক ইমান লাই

দিছে। এইদৰে কাজিয়া কৰি থাকিলে তহঁতে আকৌ ভিক্ষা কৰি খাব লাগিব। ১৩২-৩৫

বহু নেতা হৈ বিভিন্ন মত প্ৰকাশ কৰি সকলো কাম নাশ কৰাতকৈ নেতা নোহোৱা অৱস্থাত ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰি থকাও ভাল। মোৰ কথা শুন যদি তঁহতে ধীৰ-স্থিৰ প্ৰকৃতিৰ এজনক মুখিয়াল পাতি লহঁক, তেতিয়াহে এই সম্পত্তি স্থায়ী হৈ ৰ'ব, নহ'লে ধ্বংস হ'ব।" ১৩৬-৩৭

তাকে শুনি সিহঁতৰ প্ৰত্যেকেই মুখিয়াল নায়ক হ'বলৈ ইচ্ছা কৰিলে। তেতিয়া চক্ৰধৰে সিহঁতক মহামূৰ্খ যেন দেখি ক'লে: "মই তহঁতৰ ভালৰ বাবে এটা স্বৰ্ত্ত দিব খুজিছোঁ; সেইটো হৈছে, ওচৰতে থকা শ্মশানত তিনিটা চোৰক শুলত দিয়া হৈছে, তহঁতৰ ভিতৰত যি ৰাতি শ্মশানলৈ গৈ সেই চোৰ তিনিটাৰ নাক কাটি আনিব পাৰ, সিয়েই নেতা হ'ব পাৰিব। কিয়নো প্ৰকৃত বীৰহে নেতা হোৱাৰ উপযুক্ত।" ১৩৮-৪০

চক্ৰধৰে বামুণকেইজনক এইদৰে কোৱাত ওচৰতে বৈ থকা বিদূষকে কথাষাৰ শুনি ক'লে—"এখেতে যি কৰিবলৈ কৈছে, সেইদৰেই কৰাহঁক; ইয়াত একো দোষ নাই।" ১৪১

তেতিয়া সেই ব্ৰাহ্মণকেইজনে বিদূষকক ক'লে,—"আমি এই কাম কেতিয়াও কৰিব নোৱাৰোঁ। যি কৰিব পাৰে, তেওঁ কৰক। আমি তেওঁৰ নেতৃত্ব মানি ল'বলৈ সাজু আছোঁ।" ১৪২

তাকে শুনি বিদূষকে ক'লে: "তেনেহ'লে শুনাহঁক, ময়েই এই কাম কৰিম। মই ৰাতি গৈ মৰিশালিৰপৰা চোৰৰ নাক কাটি আনিম।" তেতিয়া সেইটো অতিশয় কঠিন কাম বুলি ভাবি সেই মূৰ্খহঁতে বিদূষকক কলে, "এই কাম কৰিব পাৰিলে আপুনি নিশ্চয় আমাৰ গৰাকী হ'ব। এয়েই আমাৰ স্থিৰ সিদ্ধান্ত।" এইদৰে বিদূষকে তেওঁলোকৰ প্ৰতিশ্ৰুতি লাভ কৰি ৰাতি হ'লত তেওঁলোকক খবৰ দি শ্মশানলৈ গ'ল। স্মৰণ কৰা মাত্ৰকে উপস্থিত হোৱা তৰোৱালখন হাতত লৈ বিদূষকে ভয়ংকৰ শ্মশানত প্ৰৱেশ কৰিলে। তেওঁ কৰিব খোজা কামটো আছিল বৰ ভয়াবহ। ১৪৫-৪৬

ডাকিনী, শিয়াল, কাউৰী আদিয়ে কোলাহল কৰি থকা মৰিশালিখন শিয়ালৰ মুখৰপৰা ওলোৱা জুইৰে চিতাৰ জুই যেন বেছিকৈ জ্বলিছিল। বিদূষকে তেনেকুৱা মৰিশালিত শুলত দি থোৱা তিনিটা মানুহ দেখিবলৈ

পালে। সিহঁতে নাক কটাৰ ভয়তে যেন ওপৰলৈ মুখ কৰি আছিল ( শূলেৰ তালুত বিন্ধাত মুখ ওপৰমুৱা হৈ আছিল )। ১৪৭-৪৮

বিদূষক সিহঁতৰ ওচৰ চপাত বেতালে লম্ভা মানুহ তিনিটাৰ প্ৰত্যেকে তেওঁক দুই হাতেৰে মাৰিবলৈ ধৰিলে। বিদূষকেও নিজৰ হাতত থকা তৰোৱালেৰে সিহঁতক আঘাত কৰিলে। শিক্ষিত লোকৰ অন্তৰত কেতিয়াও ভয়ে ঠাই নাপায়। ১৪৯-৫০

তৰোৱালৰ কোবত বেতাল পলাল। বিদূষকে সিহঁত তিনিওটাৰে নাক তিনিটা কাটি কাপোৰ এখনৰে বান্ধি লৈ আহিল। উভতি আহোঁতে বিদূষকে মৰিশালিৰ এমুৰত মৰাশ এটাৰ ওপৰত বহি মন্ত্ৰ জপ কৰি থকা অঘোৰ সন্ন্যাসী এটা দেখিবলৈ পালে। সন্ন্যাসীয়ে নো মৰাশৰ ওপৰত বহি কি কৰিছে চাবলৈ বুলি কৌতূহল জন্মাত বিদূষক মনে মনে গৈ সন্ন্যাসীৰ পিচফালে থিয় হৈ থাকিল। ১৫১-৫৩

কিছু সময়ৰ পিছতে সন্ন্যাসী বহি থকা শ'টোৰ মুখৰপৰা ফু-ফু কৰে এটা শব্দ হ'ল, আৰু লগে লগে মুখৰপৰা জুই ওলাল আৰু নাইৰপৰা এমুঠি সৰিয়হ ওলাল। তেতিয়া সন্ন্যাসীয়ে হাতৰ তলুৱাৰে শ'টোক কেই-থাপৰ মান মাৰিলে, লগে লগে বেতাল লম্ভি থকা শটো থিয় হৈ উঠিল। সন্ন্যাসী তেতিয়া তাৰ কান্ধৰ ওপৰত উঠিল। ১৫৪-৫৬

বেতাল-লম্ভা শ'টোৰ ওপৰত উঠি সন্ন্যাসী যাবলৈ ধৰিলে, আৰু বিদূষকেও কোনেও নেদেখাকৈ তেওঁৰ পিচ ল'লে। অলপ দূৰ যোৱাৰ পিচতে বিদূষকে কাত্যায়নী দেৱীৰ মূৰ্তি থকা এটা শূন্য মন্দিৰ দেখিবলৈ পালে। ১৫৭-৫৮

সন্ন্যাসীয়ে তেতিয়া বেতালৰ কান্ধৰপৰা নামি মন্দিৰৰ গৰ্ভ গৃহত প্ৰৱেশ কৰিলে আৰু লগে লগে বেতাল-শ'টো মাটিত বাগৰি পৰিল। বিদূষকেও অলক্ষিতে থাকি এই সকলোবোৰ চাই আছিল। সন্ন্যাসীয়ে দেৱীক প্ৰণাম কৰি নিবেদন জনালে,—"হে ভগৱতী আপুনি যদি মোৰ প্ৰতি প্ৰসন্ন হৈছে, তেনেহ'লে মোক বাঞ্ছিত বৰ প্ৰদান কৰক, নহ'লে মই মোৰ প্ৰাণ দি হ'লেও আপোনাক সন্তুষ্ট কৰিম।" ১৫৯-৬১

অভিচাৰ মন্ত্ৰ-সাধনৰ দ্বাৰা গৰ্বিত সন্ন্যাসীয়ে এইদৰে কোৱাৰ পিচত

মন্দিৰৰ গৰ্ভ গহ্বৰপৰা অশৰীৰী বাণী নিৰ্গত হ'ল,—"তুমি যদি ৰজা আদিত্যসেনৰ কন্যাক আনি বলি দি মোক উৰ্ছ্গা কৰিব পাৰা, তেনেহ'লে তুমি বাঞ্ছিত বৰ লাভ কৰিবা।" ১৬২-৬৩

সন্ন্যাসীয়ে এই বাণী শুনি মন্দিৰৰ গৰ্ভ গহ্বৰপৰা বাহিৰ ওলাই আহি পৰি থকা শ'টোক আকৌ হাতেৰে থপৰিয়াই তুলিলে আৰু শ'টোৱেও ফু-ফু কৰিবলৈ ধৰিলে। ১৬৩-৬৪

মুখৰপৰা জুই ওলাই থকা সেই শ'টোৰ কান্ধত উঠি সন্ন্যাসীয়ে ৰাজকুমাৰীক আনিবলৈ বুলি আকাশ মাৰ্গেদি যাত্ৰা কৰিলে। বিদূষকে এই সকলোবোৰ ঘটনা লক্ষ্য কৰি মনে মনে ভাৱিলে: 'মই জীয়াই থাকোঁতে এই সন্ন্যাসীয়ে বাৰু ৰাজকুমাৰীক কেনেকৈ বলি দিয়ে চাওঁ।' এই দুষ্ট ইয়ালৈ ঘূৰি নহালৈকে মই ইয়াতে থাকিম। এইবুলি মনতে ভাবি বিদূষক তাত মনে মনে লুকাই থাকিল। ১৬৫-৬৭

সন্ন্যাসীয়ে গৈ ৰাতি খিৰিকিয়েদি ৰাজ অন্তঃপুৰৰ ৰাজকুমাৰীৰ শয়নকক্ষত সোমাই ৰাজকুমাৰীক শুই থকা পালে। তমোময় ৰাহুৱে আকাশ পোহৰাই থকা চন্দ্ৰক গিলি পেলোৱাৰ দৰে সেই পাপিষ্ঠ সন্ন্যাসীয়েও দীপ্তিমতী ৰাজকন্যাক গৰা মাৰি সাৱটি ধৰি লৈ আকাশেদি উভতি আহিল। ১৬৮-৬৯

'আই ঔ, পিতাই ঔ' বুলি কান্দি থকা ৰাজকুমাৰীক লৈ সন্ন্যাসীয়ে আকাশেদি আহি ওপৰৰপৰা সেই দেৱী মন্দিৰত নামিল। বেতালক তাতে এৰি থৈ ৰত্নম্বৰূপা ৰাজকুমাৰীক লৈ সন্ন্যাসী দেৱী মন্দিৰৰ গৰ্ভগৃহত সোমাল। দুষ্ট সন্ন্যাসীয়ে ৰাজকুমাৰীক বলি দিব খোজোঁতেই হাতত খোলা তৰোৱাল লৈ বিদূষকো নিমিষতে সেইখিনি পালেহি। ১৭০-৭২

—"হেৰ পাপিষ্ঠ! তই এই সুন্দৰী ৰাজকন্যাক অস্ত্ৰাঘাত কৰিব খুজিছ? মালতী ফুলক শিলেৰে খুন্দিব খুজিছ?" ইয়াকে কৈ বিদূষকে সন্ন্যাসীৰ চুলিত ধৰিলে আৰু ভয়ত আতুৰ হৈ চিঞৰি থকা সন্ন্যাসীৰ মুৰ তৰোৱালেৰে কাটি পেলালে। ভয়ত পেপুৱা লাগি কোঁচ-মোচ খাই থকা ৰাজকুমাৰীকো বিদূষকে আশ্বাস দিলে। ৰাজকুমাৰীয়ে তেওঁক চিনি পাই অলপ সকাহ পালে। ১৭৩-৭৫

তেতিয়া বিদূষকে মনতে চিন্তা কৰিলে—মইনো এই ৰাতিখন কেনেকৈ

এই ৰাজকুমাৰীক ইয়াৰপৰা ৰাজ-কাৰেঙলৈ নিওঁ। তেতিয়া আকাশী বাণীয়ে তেওঁক আশ্বাস দি ক'লে—"বিদূষক! শুনা তুমি যি সন্ন্যাসীক বধ কৰিলা; তেওঁ বেতালসিদ্ধ আৰু তেওঁৰ কাপোৰত সিদ্ধ সৰিয়হ বন্ধা আছে। তাৰ প্ৰভাৱতে তেওঁ সমগ্ৰ পৃথিৱীৰ ৰজা হ'বলৈ আৰু লগতে ৰাজকন্যাক লাভ কৰিবলৈকো অসৎ অভিলাস কৰিছিল। সেই কাৰণেই মূৰ্খৰ এনে শোচনীয় পৰিণতি হ'ল। তুমি তেওঁৰ সেই সিদ্ধ সৰিয়হখিনি লোৱা, সৰিয়হৰ প্ৰভাৱত তুমিয়ো আজি ৰাতি ৰাজকন্যাক লৈ আকাশেদি যাবলৈ সমৰ্থ হ'বা॥" ॥ ১৭৬-৭৯ ॥

এই আকাশীবাণী শুনি বিদূষকে পৰম আনন্দ পালে। এনেকুৱা সৎকাম কৰোঁতাই প্ৰায়েই দেৱতাৰ কৃপা লাভ কৰে। ১৮০

তাৰ পিছত বিদূষকে সন্ন্যাসীৰ কাপোৰৰপৰা সিদ্ধ সৰিয়হ লৈ ৰাজকন্যাক কোলাত তুলি ল'লে আৰু মন্দিৰৰ ভিতৰৰপৰা বাহিৰলৈ ওলাই আহিল। বাহিৰলৈ ওলাই আহোঁতে বিদূষকে আকৌ এবাৰ আকাশী বাণী শুনিবলৈ পালে: "তুমি এমাহৰ পিছত আকৌ ইয়ালৈ আহিব লাগিব। এই কথা কেতিয়াও নাপাহৰিবা।" ১৮২-১৮৩

কথাষাৰ শুনি বিদূষকে 'বাৰু' বুলি শলাগিলে, আৰু দেৱীৰ অনুগ্ৰহত ৰাজকন্যাক লৈ আকাশলৈ উৰা মাৰিলে। ১৮৪

আকাশেদি গৈ বিদূষকে খন্তেকতে ৰাজকুমাৰীক ৰাজ অন্তঃপুৰৰ নিজৰ ঘৰত থ'লেগৈ আৰু কন্যাক আশ্বাস দি ক'লে,—"ৰাতি পুৱালেই আকাশেদি উৰি যোৱাৰ শক্তি আৰু মোৰ নাথাকে। ইফালে ৰাতিপুৱা ইয়াৰপৰা ওলাই গ'লে মোক সকলোৱে দেখিব, গতিকে মই এতিয়াই যাওঁ।" ১৮৫-১৮৬

বিদূষকে এইদৰে বুজাই-বঢ়াই কোৱাতো ভয়াতুৰা ৰাজকুমাৰী মান্তি নহ'ল। কন্যাই তেওঁক ক'লে—"আপুনি ইয়াৰপৰা গ'লে মোৰ প্ৰাণ ওলাই যাব। গতিকে আপুনি ইয়াৰপৰা নাযাব। মোৰ জীৱন ৰক্ষা কৰক। কৰিবলৈ লোৱা কাম সম্পন্ন কৰাটোৱেই হৈছে মহাপুৰুষসকলৰ মহান কৰ্তব্য!" ১৮৭-৮৮

তাকে শুনি বিদূষকে মনে মনে চিন্তা কৰিলে—'মোৰ যিয়েই নহওক লাগিলে, মই ইয়াৰপৰা এতিয়া নাযাওঁ, কিয়নো মই গ'লে এই ৰাজকন্যাৰ ভয়তে প্ৰাণ যাব। সেয়ে হ'বলৈ হ'লে মইনো ৰজাৰ প্ৰতি কি ভক্তি দেখুওৱা হ'ল।'

ইয়াকে ভাৱি বিদূষক ৰাতিটো ৰাজকুমাৰীৰ অন্তঃপুৰতে থাকিল। পৰিশ্ৰমত ভাগৰিপৰা বাবে বিদূষকৰ সোনকালে টোপনি আহিল ; কিন্তু ভয়ত পেপুৱা লাগি থকা ৰাজকুমাৰীয়ে চকু টিপ নমৰাকৈ ৰাতিটো কটালে। ১৮৯-৯১

'এওঁ ভাগৰত শুইছে দেহি, অলপ পৰ শোৱক' এইবুলি মৰমতে ৰাজকুমাৰীয়ে ৰাতি পুৱালতো বিদূষকক নজগালে। ইফালে অলপ পিচতে অন্তঃপুৰৰ পৰিচাৰিকা কেইজনীমান আহি কোঠাত সোমাল। সিহঁতে বিদূষকক তাত শুই থকা দেখি লৰালৰিকৈ ৰজাক এই খবৰ দিলেগৈ। ৰজায়ো প্ৰকৃত কথানো কি জানিবলৈ বুলি দুৱৰীক তালৈ পঠিয়ালে। দুৱৰীয়ে আহি ৰাজকুমাৰীৰ কোঠাত বিদূষকক শুই থকা দেখিলে। ১৯২-৯৪

দুৱৰীয়ে সুধি-পুচি ৰাজকন্যাৰ মুখৰপৰা ঘটনাৰ যি যি বিৱৰণ শুনিলে, সকলোখিনি গৈ ৰজাৰ আগত নিৱেদন কৰিলে। বিদূষকৰ স্বভাৱ চৰিত্ৰৰ বিষয়ে ভালকৈ জনা ৰজাই এই কথা শুনি আচৰিত হৈ ক'লে—'ই কেনেকুৱা কথা ?' এইদৰে চিন্তা কৰি জীয়েকৰ অন্তঃপুৰৰপৰা বিদূষকক অনালে। বিদূষকৰ প্ৰেমত আবদ্ধ হৈ ৰাজকন্যাৰ মনো যেন লগতে আহিল। ৰজাই তেতিয়া উপস্থিত হোৱা বিদূষকক কি ঘটনা ঘটিছিল বুলি সুধিলে। বিদূষকেও ঘটনাৰ আদ্যোপান্ত ৰজাৰ আগত বিৱৰি ক'লে। বিদূষকে কাপোৰৰ আগত বান্ধি থোৱা কাটি অনা চোৰৰ নাক তিনিটাও ৰজাক দেখুৱালে আৰু দুষ্ট সন্ন্যাসীৰ প্ৰচেষ্টাৰ বিষয়ে কৈ মাটি ফুটি ওলোৱা সৰিয়হখিনিও লগতে দেখুৱালে। ১৯৫-৯৯

বিদূষকৰ কথাত ৰজাৰ প্ৰত্যয় জন্মিল আৰু সকলো কথা সত্য বুলি ভাৱি ৰজাই তেতিয়া মঠৰপৰা চক্ৰধৰৰ সৈতে এটাই কেউজন ব্ৰাহ্মণক তালৈ অনালে। তেওঁলোকক সুধি-পুচি এই ঘটনা প্ৰৱাহৰ মূল কাৰণটোও তেতিয়া জানিব পাৰিলে। ২০০

তাৰ পিছত ৰজা নিজে শ্মশানলৈ গ'ল আৰু নাক কটা মানুহ তিনিটা দেখিবলৈ পালে আৰু দেৱী মন্দিৰলৈ গৈ মুণ্ডহীন অধম সন্ন্যাসীৰ শ'টোও পৰি থকা দেখিলে। এইবিলাক দেখি শুনি ৰজাৰ বিশ্বাস জন্মিল। সন্তুষ্ট হৈ ৰজাই নিজৰ কন্যাৰ প্ৰাণৰক্ষা কৰোঁতা গুণী বিদূষকলৈ কন্যাক বিয়া দিলে। উদাৰ প্ৰকৃতিৰ লোকে উপকাৰীজনক নিদিয়া কি বস্তু আছে ? ২০১-৩

নিশ্চয় ৰাজকুমাৰীৰ পাণিত লক্ষ্মীয়ে বাস কৰিছিল, সেই কাৰণে ৰাজকুমাৰীৰ পাণিগ্ৰহণৰ পিছতে বিদূষকে লক্ষ্মী লাভ কৰিলে। ২০৪

বিদূষকে ৰাজকন্যাৰ সৈতে আদিত্যসেনৰ ৰাজকাৰেঙত মান-যশেৰে সন্মানিত হৈ ৰাজোচিত আড়ম্বৰেৰে থাকিবলৈ ধৰিলে। ২০৫

এদিনাখন ৰাতি ৰাজকুমাৰীয়ে যেন দৈৱৰ প্ৰভাৱতহে বিদূষকক ক'লে,— "নাথ! সেইদিনা ৰাতি দেৱী মন্দিৰত হোৱা আকাশী বাণীৰ কথা আপোনাৰ মনত নাইনে? আকাশী বাণীয়ে এমাহৰ পাচত আপোনাক তালৈ যাবলৈ কোৱাৰ কথা পাহৰিলে নেকি? আজি এমাহ পূৰ হৈছে।" ভাৰ্যাহি এই কথা সোঁৱৰাই দিয়াত বিদূষকে বৰ আনন্দ পালে। ২০৬-৮

: "তুমি মোক ভাল সোঁৱৰাই দিলা, মই পাহৰিয়েই গৈছিলোঁ" ইয়াকে কৈ বিদূষকে সোঁৱৰাই দিয়াৰ পুৰস্কাৰ ৰূপে তেওঁক গভীৰ আলিংগন কৰিলে। ২০৯

ৰাজকুমাৰীৰ শোৱাৰ পিছত হাতত তৰোৱাল লৈ বিদূষক অন্তঃপুৰৰ পৰা বাহিৰলৈ ওলাল আৰু সুস্থভাৱে দেৱীৰ মন্দিৰলৈ গ'ল। ২১০

মন্দিৰত উপস্থিত হৈ বিদূষকে বাহিৰৰপৰাই ক'লে, "মই বিদূষক আহিছোঁ!" "ভিতৰ সোমাই আহাঁ"—ভিতৰৰপৰাই কোনোবাই কোৱা কথাষাৰ বিদূষকৰ কাণত পৰিল। ভিতৰ সোমাই বিদূষকে এক দিব্যস্থান দেখিবলৈ পালে আৰু তাত এগৰাকী সুন্দৰী কন্যা দিব্য সাজ পিন্ধি থকা দেখিলে।

॥ ২১১-১২ ॥

সেই সুন্দৰী কন্যাই নিজৰ প্ৰভাৱে ৰাতিৰ অন্ধকাৰ যেন দূৰ কৰিছে; তেওঁ যেন হৰৰ কোপানলত ভস্ম হোৱা কামদেৱক পুনৰ জীয়াই তোলা সঞ্জীৱনী ঔষধহে! 'এয়া মই কি দেখিছোঁ' বুলি আচৰিত হৈ চাই থাকোঁতেই সেই সুন্দৰী কন্যাই বিদূষকক প্ৰেমানুৰাগৰ সম্ভাষণেৰে অভিনন্দন জনালে। ২১৩-১৪

বিস্ময়া-বিষ্ট হৈ বিদূষক ৰহিল আৰু সেই কন্যানো কোন জানিবলৈ উৎসুক হৈ পৰিল। তাকে দেখি সুন্দৰীয়ে নিজেই ক'লে, —"মই বিদ্যাধৰী, মোৰ নাম ভদ্ৰা। বিদ্যাধৰবিলাকৰ এটা শ্ৰেষ্ঠ বংশত মোৰ জন্ম। স্ব-ইচ্ছাৰে ঘূৰি ফুৰোঁতে সেইদিনা তোমাক মই ইয়াত দেখিছিলোঁ। ২১৫-১৬

তোমাৰ ৰূপ-গুণত আকৃষ্ট হৈ ময়েই তেতিয়া আকাশী বাণীৰ দ্বাৰা তোমাক ইয়ালৈ আকৌ আহিবলৈ কৈছিলোঁ। আজি মোৰ সম্মোহনী বিদ্যাৰ প্ৰভাৱত ৰাজকুমাৰীয়ে তোমাক ইয়ালৈ আহিবলৈ সোৰ্ৰাই দিলে। তোমাৰ কাৰণেই মই ইয়াত অপেক্ষা কৰি আছোঁ। হে সুন্দৰ! তোমাক মই মোৰ এই শৰীৰ অৰ্পণ কৰিছোঁ, তুমি মোৰ পাণি গ্ৰহণ কৰাঁ।" ২১৭-১৯

বিদ্যাধৰী ভদ্ৰাই এইদৰে কোৱাত বিদূষকে তেওঁৰ কথাত মান্তি হৈ গন্ধৰ্ব বিধানমতে তেওঁক তেতিয়া বিয়া কৰালে। বিদূষকে প্ৰিয়তমাৰ সৈতে ৰাতিটো তাতে কটালে আৰু নিজৰ পুৰুষত্বৰ ফলস্বৰূপ স্বৰ্গীয় সুখ অনুভৱ কৰিলে। ২২০-২১

ইতিমধ্যে ৰাতিপুৱা ৰাজকুমাৰীয়ে নিজৰ শয্যাত স্বামীক নেদেখি বৰ বিষাদগ্ৰস্ত হৈ পৰিল। শয্যাৰপৰা উঠিয়েই অতিশয় বিহ্বলভাৱে ৰাজকুমাৰী খৰক-বৰক খোজেৰে মাকৰ ওচৰলৈ গ'ল। তেওঁৰ চকুৰপৰা দুধাৰি চকুলো ব'বলৈ ধৰিলে। নিজৰ অপৰাধৰ বাবে অনুতপ্তা হৈ ভয়ে ভয়ে তেওঁ মাকক ক'লে,—"ৰাতিয়েই মোৰ স্বামী ক'ৰবালৈ গ'ল।"

মৰমৰ জীয়েকৰ কথা শুনি মাক বৰ ব্যাকুল হৈ পৰিল। সেই খবৰ পাই ৰজাও তালৈ আহিল; তেৰোঁ অতিশয় আকুল হৈ পৰিল। ১২৩-২৫

"মোৰ স্বামী নিশ্চয় শ্মশানৰ বাহিৰ ফালে থকা দেৱী মন্দিৰলৈ গৈছে" —ৰাজকুমাৰীয়ে এইবুলি কোৱাত ৰজা নিজেই তালৈ গ'ল। বিদ্যাধৰীয়ে নিজৰ বিদ্যাৰ প্ৰভাৱেৰে বিদূষকক অদৃশ্য কৰাত ৰজাই হ'লে বিদূষকক তাত নেদেখিলে। নিৰাশ হৈ ৰজা ৰাজ-ভৱনলৈ ঘূৰি আহিল আৰু খবৰ পাই হতাশাত ৰাজকুমাৰীয়ে প্ৰাণত্যাগ কৰিবলৈ ওলাল। ঠিক সেই সময়তে এজন জ্ঞানী পুৰুষ অকস্মাতে তাত ওলালহি। তেওঁ ক'লে—"তুমি তোমাৰ স্বামীৰ অকণো অমংগল আশংকা নকৰিবা। তেওঁ সুস্থ শৰীৰে দিব্য সুখ উপভোগ কৰি আছে। সোনকালেই তোমাৰ ওচৰলৈ আহিব।" ২২৭-২৯

জ্ঞানী পুৰুষজনৰ কথা শুনি ৰাজকুমাৰীয়ে জীৱন ধাৰণ কৰিলে যেন স্বামীৰ আগমন-বাৰ্তা তেওঁৰ অন্তৰত সোমাই তেওঁৰ অন্তৰপৰা প্ৰাণ ওলাই যোৱাত বাধা দিলে। ২৩০

ইফালে বিদূষক প্ৰিয়তমা ভদ্ৰাৰে সৈতে সেই মন্দিৰত থাকোঁতেই যোগেশ্বৰী নামে ভদ্ৰাৰ সখীয়েক এজনী আহি ভদ্ৰাক অকলশৰীয়াকৈ মাতি

নি এইদৰে ক'লে,—"সখী! তুমি মানুহৰ সংগত লিপ্ত হৈছা, সেই দেখি বিদ্যাধৰসকলৰ তোমাৰ ওপৰত বৰ খং। ২৩১-৩২

তেওঁলোকে তোমাৰ অনিষ্ট কৰিব খুজিছে। গতিকে তুমি ইয়াৰপৰা বেগতে আঁতৰি যোৱাঁ। পূব সাগৰৰ পাৰত কৰ্কোটক নামেৰে এখন নগৰ আছে আৰু নগৰখনৰ সিমূৰে শীতোদা নামেৰে এখন পৱিত্ৰ নৈ আছে। সেই নৈখন পাৰ হ'লেই উদয় নামেৰে এটা ডাঙৰ পৰ্বত পাবা। সেই পৰ্বত সিদ্ধবিলাকৰ বাসস্থান। কোনো বিদ্যাধৰ তালৈ যাব নোৱাৰে। সেই দেখি তুমি তালৈকে যোৱাঁ। তোমাৰ মনুষ্য স্বামীৰ কাৰণে অকণো চিন্তা নকৰিবা। এই সকলোবোৰ কথা তোমাৰ মানুহজনক কৈ যাবা। তেওঁ বীৰপুৰুষ, পিছত তেওঁ নিজেই তালৈ যাব।" ২৩৩-৩৬

সখীয়েকে এইদৰে ভয় খুওৱাত বিদূষকৰ প্ৰতি একান্ত অনুৰক্তা হৈয়ো ভদ্ৰা সেই দৰে কাম কৰিবলৈ মান্তি হ'ল। ২৩৭

ভদ্ৰাই তেতিয়া সখীয়েকৰ পৰামৰ্শমতে সকলো কথা বিদূষকক বুজাই ক'লে আৰু নিজৰ আঙঠিটো বিদূষকক দি ৰাতিপুৱাবৰ সময়ত তাৰপৰা অন্তৰ্ধান হ'ল। বিদূষকে খন্তেক পিছতে সাৰ পাই, নিজকে শূন্য দেৱগৃহত থকা দেখিলে। কিন্তু ভদ্ৰা আৰু দেৱী-মন্দিৰ একো নেদেখিলে। ২৩৮-৩৯

এই সকলোবোৰ বিদ্যাধৰী ভদ্ৰাৰ বিদ্যাৰ প্ৰভাব বুলি বিদূষকে মনতে ভাবিলে। হাতত থকা আঙঠিটো দেখি বিদূষক বেজাৰ আৰু বিস্ময়ত অভিভূত হৈ পৰিল। ২৪০

বিদূষকৰ মনত ভদ্ৰাৰ কথা সপোন যেনহে লাগিল। তেওঁ ভাবিলে যে ভদ্ৰাই তেওঁক উদয় পৰ্বতলৈ যোৱাৰ কথা কৈ তালৈ গৈছে; গতিকে তেওঁক বিচাৰি তেৰোঁ সোনকালে তালৈকে যোৱা উচিত। 'মই যদি তালৈ নেযাওঁ তেনেহ'লে মানুহে মোক এই অৱস্থাত দেখিব আৰু ৰজায়ো এই পৰিস্থিতিত মোক কেনেবাকৈ দেখিলে নিশ্চয় মোক পৰিত্যাগ কৰিব। গতিকে মই এনেকুৱা উপায় উলিয়াব লাগে যাতে মোৰ কাৰ্য্যসিদ্ধি হয়।' —ইয়াকে ভাবি বুধিয়ক বিদূষকে ফটা কাপোৰ পিন্ধি আৰু গাত ধূলি-মাকতি সানি ভেশছন কৰিলে। তাৰ পিছত 'ভদ্ৰা ভদ্ৰা' বুলি চিঞৰি দেৱী গৃহৰপৰা ওলাই গ'ল। ২৪১-৪৪

সেই ঠাইৰ মানুহে তেওঁক দেখি তৎক্ষণাতে বিদূষক বুলি চিনি পাই 'বিদূষক আহিছে' বুলি চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে। ২৪৫

খবৰ পাই বজাও তালৈ আহি বিদূষকক পগলা অৱস্থাত দেখি ধৰি-বান্ধি নিজৰ ঘৰলৈ লৈ গ'ল। ২৪৬

বন্ধু-বান্ধৱসকলে তেতিয়া যিমানেই মৰমেৰে সুধিবলৈ ধৰিলে, সকলো কথাৰ উত্তৰত বিদূষকে কেৱল 'ভদ্ৰা ভদ্ৰা' বুলিহে ক'বলৈ ধৰিলে। বেজৰ পৰামৰ্শমতে তেওঁৰ গাত তেল ঘঁহা হ'ল ; কিন্তু খন্তেকতে আকৌ ধূলি-মাকতি লৈ বিদূষকে নিজৰ গা বুৰাই পেলালে। ২৪৭-৪৮

ৰাজকুমাৰীয়ে মৰমতে পাম নিজ হাতেৰে আনি মুখৰ আগত দিয়া খোৱা বস্তুও বিদূষকে ভাবিৰে গুৰিয়াই দূৰলৈ পেলালে। ২৪৯

এইদৰে নিজৰ কাপোৰ-কানি ফালি পগলাৰ ভাও ধৰি বিদূষক কিছু দিন তাত থাকিল। ২৫০

'এই বেমাৰ আৰু ভাল নহয় ; গতিকে মিছাতে এওঁক শাস্তি দি কি লাভ ? এইদৰে থাকোঁতে যদি হঠাৎ মৰে, তেনেহ'লে, আমাৰ গাত ব্ৰহ্মবধ পাপ লাগিব। আপোন মনেৰে ঘূৰি ফুৰিলে কেতিয়াবা ভাল হ'বও পাৰে এইদৰে ভাবি ৰজাই বিদূষকক মুকলি কৰি দিলে। ২৫২-৫৩

তেতিয়া বীৰ বিদূষকে আঙুলিত ভদ্ৰাৰ আঙঠিটো পিন্ধি নিজ ইচ্ছামতে ভদ্ৰাক বিচাৰি উদয় পৰ্বতৰ ফালে যাত্ৰা কৰিলে। পূৱ ফালে দিনে-নিশাই একেৰাহে গৈ থাকোঁতে বিদূষকে বাটত পৌণ্ড্ৰবৰ্ধন নামেৰে এখন নগৰ পালেগৈ। সেই নগৰত বিদূষকে এগৰাকী বুঢ়ী ব্ৰাহ্মণীৰ ঘৰত উপস্থিত হৈ—"আই ! আজি ৰাতিটো মই আপোনাৰ ইয়াতে কটাম" বুলি ঘৰৰ ভিতৰ সোমাল। ২৫৫

ব্ৰাহ্মণীয়েও তেওঁক ৰাতিটো থাকিবলৈ দিবলৈ মান্তি হ'ল আৰু তেওঁ যথোচিত অতিথি সৎকাৰ কৰিলে। তাৰ পিছত বৰ দুখেৰে বিদূষকক ক'লে, —"বোপা ! এই ঘৰ-দুৱাৰ সকলো মই তোমাকে গতালোঁ, কিয়নো মোৰ মৃত্যুৰ সময় ওচৰ চাপিছে।" ২৫৬-৫৭

তাকে শুনি আচৰিত হৈ বিদূষকে সুধিলে,—"আই ! আপুনি কিয়

এনেকৈ কৈছে ?" বৃদ্ধাই তেতিয়া ক'লে,—"বাৰু শুনা, মই আদ্যোপান্ত তোমাক সকলোখিনি কওঁ। ২৫৮

এই নগৰত দেৱসেন নামেৰে এজন ৰজা আছে। কালক্ৰমত তেওঁৰ এজনী ছোৱালী জন্ম হ'ল। ছোৱালীজনী পৃথিৱীৰ অলংকাৰ স্বৰূপা। 'মই বৰ দুখৰ মূৰতহে এই কন্যা লাভ কৰিছোঁ।' ইয়াকে ভাবি ৰজাই জীয়েকৰ নাম থ'লে দুঃখলব্ধিকা ( দুখেৰে পোৱা )। কালক্ৰমত কন্যা গাভৰু হ'ল। ৰজাই তেতিয়া কচ্ছপ দেশৰ ৰজাক নিজৰ ঘৰলৈ মাতি আনি কন্যাদান কৰিলে। ২৫৯-৬১

নিশা ভাৰ্য্যাৰ শোৱনী ঘৰত কচ্ছপ দেশৰ ৰজা সোমোৱা মাত্ৰে তেওঁ মৃত্যুৰ মুখত পৰিল। তেতিয়া ৰজাই মনত বেজাৰ পালে আৰু জীয়েকক আকৌ অন্য এজন ৰজালৈ বিয়া দিলে। সেইজন ৰজাও আগৰ জনৰ দৰেই প্ৰথম ৰাতিয়েই মৃত্যুৰ মুখত পৰিল। ২৬২-৬৩

মৃত্যুৰ ভয়ত তেতিয়া কোনো ৰজা আৰু সেই ৰাজকন্যাক বিয়া কৰাবলৈ আগ নবঢ়া হ'ল। তাকে দেখি ৰজাই নিজৰ সেনাপতিক এইবুলি আদেশ দিলে "এই দেশৰ ব্ৰাহ্মণেই হওক বা ক্ষত্ৰিয়েই হওক এজন যুৱকক তুমি নিতৌ ৰাতি আনি মোৰ কন্যাৰ কোঠাত একেলগে থাকিবলৈ দিবা। চাওচোন বাৰু, কিমান দিন কিমান পুৰুষ মৰে। যিজন ডেকা নমৰাকৈ থাকে, তেৱেঁই ৰাজকুমাৰীৰ স্বামী হ'ব। বিধিৰ আচাৰিত বিধান কোনেও বুজিব নোৱাৰে !"

॥ ২৬৫-৬৭ ॥

ৰজাৰ আদেশমতে সেনাপতিয়ে নিতৌ প্ৰত্যেক ঘৰৰপৰা একো একোজন যুৱকক পালপাতি তালৈ নিয়ে। এইদৰে তালৈ অনা এশ ডেকাৰ এতিয়ালৈকে মৃত্যু হৈছে। দুৰ্ভাগিনী মোৰো এটা ডেকা ল'ৰা আছে। আজি তালৈ গৈ মৃত্যুৰ-মুখত পৰিবলৈ তাৰ পাল পৰিছে। পুত্ৰৰ অবিহনে মই কাইলৈ ৰাতিপুৱা জ্বলা জুইত জাঁপ দি প্ৰাণত্যাগ কৰিম। ২৬৮-৭০

সেই কাৰণে জীয়াই থাকোঁতেই মই নিজ হাতেৰে তোমাৰ নিচিনা গুণী-জ্ঞানীক ঘৰ-দুৱাৰ সকলো দান কৰিব খুজিছোঁ, যাতে মই আৰু দুখ কৰিব-লগা নহয়।" বুঢ়ীৰ কথা শুনি ধীৰমতিৰ বিদূষকে ক'লে,—"আই ! যদি এয়ে আপোনাৰ দুখৰ কথা, তেন্তে আপুনি অকণো ভয় নকৰিব। ২৭১-৭২

ময়েই আজি ৰাজ-কাবেঙলৈ যাম। আপোনাৰ একমাত্ৰ ল'ৰা জীয়াই থাকক। 'এওঁক মোৰ ল'ৰাৰ হৈ কিয় মৰিবলৈ পঠাইছোঁ' এইবুলি আপুনি মোৰ প্ৰতি অকণো কৰুণা নেদেখুৱাব; কিয়নো মই যোগসিদ্ধ। গতিকে মোৰ ৰাজকন্যাৰ অন্তঃপুৰলৈ যাবলৈ অকণো ভয় নাই।" বিদূষকে এইদৰে কোৱা শুনি বুঢ়ীয়ে দুনাই তেওঁক ক'লে। ২৭২-৭৪

—"তেনেহ'লে মোৰ ভাগ্যক্ৰমে আপুনি কোনোবা দেৱতাহে আহি উপস্থিত হৈছেহি। আপুনি মোৰ পুত্ৰৰ প্ৰাণদান দিয়ক; আপোনাৰ মংগল হওক।" ২৭৫

এইদৰে অনুমতি লাভ কৰি বিদূষক গধূলি সময়ত সেনাপতিয়ে পঠোৱা ভৃত্যৰ লগত ৰাজকন্যাৰ কোঠালৈ গ'ল। বিদূষকে যৌৱন-উপচি পৰা ৰাজকুমাৰীক বহি থকা দেখিবলৈ পালে, যেন ফুলেৰে ভৰি থকা লতা এডালহে ফুলৰ ভৰত অলপ দোঁ-খাই আছে। ২৭৬-৭৭

ৰাতি ৰাজকুমাৰী নিজ শয্যাত শুলে; বিদূষকে শয্যাত বহি 'আজি মই চাম, কোনেনো আহি যুৱকসকলক ইয়াত মাৰেহি' এইবুলি চিন্তা-কৰা-মাত্ৰকে আগত ওলোৱা তৰোৱালখন হাতত লৈ সাৰে থাকিল। সকলো মানুহ শুই নিঃপালি দিলত বিদূষকে দেখিলে হঠাতে দুৱাৰ মেলি বেগেৰে এটা ভয়ংকৰ ৰাক্ষস শোৱাকোঠাৰ ভিতৰলৈ সোমাব খুজিছে। দুৱাৰমুখৰ পৰাই ৰাক্ষসটোৱে এশ পুৰুষক মৰা যমদণ্ডৰ নিচিনা তাৰ হাতখন ঘৰৰ ভিতৰলৈ আগবঢ়াই দিলে। ২৮০-৮১

তাকে দেখি বিদূষকে খঙত তৰোৱালখন লৈ চোঁচা মাৰি গৈ একে ঘাপেই ৰাক্ষসটোৰ আগ বঢ়াই দিয়া হাতটো কাটি পেলালে। হাত কটাত ৰাক্ষসটোৱে তৎক্ষণাত তাৰপৰা লৰ মাৰিলে আৰু বিদূষকৰ পৰাক্ৰমলৈ ভয় কৰি দুনাই নাহিবলৈকে যেন সি দূৰলৈ পলাল। ২৮২-৮৩

খন্তেক পিছতে সাৰ পাই ৰাজকুমাৰীয়ে মাটিত পৰি থকা হাতখন দেখি বৰ আচৰিত হ'ল আৰু ভয় খালে। লগে লগে তেওঁ বৰ আনন্দও লাভ কৰিলে।
॥ ২৮৪ ॥

পিচদিনা ৰাতিপুৱা ৰজা দেৱসেনে কন্যাৰ শয়নকক্ষৰ বাহিৰত পৰি থকা ৰাক্ষসৰ কটা হাতখন দেখিবলৈ পালে। 'এতিয়াৰপৰা আৰু অন্য পুৰুষৰ এই অন্তঃপুৰত প্ৰৱেশ নিষেধ' এই কথাকে প্ৰতিপাদন কৰিবলৈকে যেন বিদূষকে ৰাক্ষসৰ দীঘল হাতটো কাটি দুৱাৰত পথালি ডাং দিলে। ২৮৬

দিব্যশক্তি সম্পন্ন বিদূষকৰ প্ৰতি ৰজা অত্যন্ত প্ৰসন্ন হ'ল। ৰজাই বহুত বহুমূলীয়া ধনসম্পদ লগত দি জীয়েকক তেওঁলৈ বিয়া দিলে। নৱ পৰিণীতা পত্নীৰে সৈতে বিদূষকে কিছুদিন তাত সুখভোগ কৰিলে, যেন দিব্য ঐশ্বৰ্য্য-সম্পদৰ লগতহে তেওঁ বাস কৰিছে।

এদিনাখন ৰাতি শুই থকা ৰাজকুমাৰীক টোপনিতে এৰি থৈ বিদূষক ভদ্ৰাক বিচাৰি ল'ৰালৰিকৈ ঘৰৰপৰা ওলাই গ'ল। পিচদিনা পুৱা ৰাজকুমাৰীয়ে বিদূষকক নেদেখি বৰ দুখ পালে; কিন্তু ৰজাই তেওঁ আকৌ ঘূৰি আহিব বুলি কৈ জীয়েকক আশ্বাস দিলে। ২৮৯-৯০

ইফালে বিদূষক দিনে-ৰাতিয়ে গৈ পূব সমুদ্ৰৰ পাৰত থকা তাম্ৰলিপ্ত নামেৰে এখন নগৰীত উপস্থিত হ'ল। সাত সমুদ্ৰ পাৰ হৈ বেপাৰ কৰা স্কন্দ দাস নামে সেই নগৰৰ এজন সদাগৰৰ সৈতে বিদূষকে বন্ধুত্ব কৰিলে। বিদূষকে সদাগৰজনৰ সৈতে বহুমূলীয়া পণ্য সামগ্ৰীৰে ঠাহ খাই থকা এখন ডাঙৰ নাৱত উঠি সমুদ্ৰ পথেদি যাত্ৰা কৰিলে। ক্ৰমে নাও আহি সাগৰৰ মাজ পালেহি, এনেতে অকস্মাত কিহবাত লাগি বৈ যোৱাৰ দৰে নাওখন হঠাতে ৰৈ গ'ল। ২৯১-৯৪

সদাগৰে বহুত ধন-ৰত্ন দি সাগৰক পূজা কৰিলে, কিন্তু নাও লৰচৰ নহ'ল। তেতিয়া ভয়ত আতুৰ হৈ স্কন্দ দাসে এইবুলি ঘোষণা কৰিলে, "অৱৰুদ্ধ হৈ পৰা মোৰ এই নৌযানখন যি মুক্ত কৰিব পাৰিব, তেওঁক মই মোৰ অৰ্ধেক ধন-সম্পত্তি দিম আৰু মোৰ কন্যাকো মই তেওঁলৈকে বিয়া দিম।" ২৯৫-৯৬

সদাগৰৰ ঘোষণা শুনি অতিশয় বুদ্ধিমান বিদূষকে ক'লে, —"মই এতিয়াই পানীত নামি তলত কি আছে চাওঁ, তাৰ পিছত ক্ষন্তেকতে অৱৰুদ্ধ নাওখন নিশ্চয় মুক্ত কৰিম। আপোনালোকে মোক ৰচিৰে বান্ধি পানীলৈ নমাই দিব আৰু ওপৰৰপৰা সেই ৰচি ধৰি থাকিব। মই নাওখন মুক্ত কৰা মাত্ৰকে সেই ৰচিৰে টানি মোক পানীৰ তলৰপৰা ওপৰলৈ তুলি আনিব।"

॥ ২৯৭-৯৯ ॥

"বাৰু তুমি কোৱামতেই কৰিম" বুলি সদাগৰে শলাগিলত নাৱৰীয়াবোৰে বিদূষকক ভালকৈ দুয়োটা বাউসীত ৰচিৰে বান্ধিলে। ৩০০

তেনেকৈ বন্ধাৰ পাচত বিদূষক সাগৰত নামিল। সুযোগ পালে বীৰপুৰুষ কেতিয়াও পিছ হুঁহকি নাহে। ৩০১

চিন্তা কৰা মাত্ৰকে আহি উপস্থিত হোৱা অগ্নিপ্ৰদত্ত তৰোৱালখন হাতত লৈ বীৰ বিদূষক পানীলৈ নামি নাৱৰ তললৈ সোমাল। বিদূষকে পানীৰ তলত শুই থকা এক বিশালকায় পুৰুষ দেখিলে; সেই পুৰুষৰ জঘনত (কৰঙন) লাগি নাওখন বৈ আছে। ৩০২-৩

বিদূষকে হাতত লৈ থকা তৰোবালখনেৰে শুই থকা পুৰুষৰ ভৰিটো গুবিতে কাটি পেলালে। নাওখন অবৰোধৰপৰা মুক্ত হ'ল আৰু তৎক্ষণাত চলিবলৈ ধৰিলে। নাওখন চলিবলৈ আৰম্ভ কৰা দেখি প্ৰতিশ্ৰুত ধন-সম্পদৰ লোভত অৰ্থাৎ ধন-সম্পত্তিখিনি নিদিয়াকৈ নিজৰ হাততে ৰাখিবৰ বাবে সেই পাপিষ্ঠ সদাগৰে বিদূষকক বান্ধি ওলোমাই থোৱা ৰচি কাটি পেলালে। বন্ধন-মুক্ত নাওখনেৰে দুষ্ট সদাগৰে তেতিয়া নিজৰ অসৎ চৰিত্ৰৰ তীব্ৰ গতিৰ দৰেই দ্ৰুত গতিৰে সাগৰৰ পাৰ পালেগৈ। ১০৪-৬

ৰচি কাটি পোলোৱাত বিদূষক পানীৰ তল পালেগৈ পিছে তেওঁ খন্তেকতে আকৌ পানীৰ ওপৰলৈ ওলাই আহিল। আলম্বহীন বিদূষকে সাগৰৰ মাজত (পানীত ওপঙি) সদাগৰে কেনেকুৱা জঘন্য কাম কৰিলে বুলি মনে মনে চিন্তা কৰিবলৈ ধৰিলে। ইয়াত আচৰিত হ'ব লগা কি কথা আছে। ধনৰ লোভত অন্ধ হৈ পৰা অকৃতজ্ঞই উপকাৰীজনে কৰা উপকাৰ নেদেখে। ১০৭-৮

এই বিপদ কালত ধৈৰ্য্য ধৰিব লাগিব; কিয়নো ধৈৰ্য্য হেৰুৱালে সামান্য বিপদ-বিঘিনিও দূৰ কৰা টান হৈ পৰে, আৰু ই হৈছে ঘোৰ বিপদ। ইয়াকে ভাবি বিদূষকে পানীৰ তলত শুই থকা পুৰুষৰ যিটো ভৰি তেওঁ অলপ আগতে কাটিছিল, পানীত ওপঙি থকা সেই ভৰিটোত উঠিল। ১০৯-১০

বিদূষকে সেই ভৰিটোত উঠি দুয়োখন হাতেৰে পানীত বঠা বাই নাৱেৰে যোৱাৰ দৰে যাবলৈ ধৰিলে আৰু সাগৰৰ পাৰ পালেহি। বীৰ পুৰুষসকলক দৈৱই সদায় সহায় কৰে। ১১১

ৰামৰ কাৰ্য্য সাধনৰ বাবে সাগৰ পাৰ হৈ অহা হনুমানৰ দৰে স্ত্ৰী লাভৰ বাবে সমুদ্ৰৰ পাৰত উপস্থিত হোৱা বিদূষকৰ প্ৰতি আকাশী বাণী হ'ল। ৩১২

ঃ "বিদূষক তুমি ধন্য। তোমাতকৈ আৰু মহাপ্ৰাণ বীৰ কোন আছে?

তোমাৰ ধৈৰ্য্য দেখি মই সন্তোষ পাইছোঁ। শুনা তুমি এতিয়া নগ্ন দেশত ( নাঙঠ মানুহৰ দেশ ) উপস্থিত হৈছা। ইয়াৰপৰা সাত দিনৰ বাট গলে কৰ্কোটিক নামে এখন নগৰ পাবা। ধৈৰ্য্য ধৰি গৈ তুমি তাত উপস্থিত হ'ব পাৰিলে, তুমি তোমাৰ বাঞ্ছিত বস্তু লাভ কৰিব পাৰিবা। হব্য ( ঘিঁউ আদি ) কব্য ( মাংস আদি ) ভোজনকাৰী মোক ( অগ্নিক ) তুমি পূৰ্বে আৰাধনা কৰিছিলা। মোৰ বৰত তোমাৰ ভোক-পিয়াহ একো নাথাকে গতিকে তুমি নিজৰ উদ্দেশ্য সিদ্ধিৰ বাবে যাত্ৰা কৰা।" ইয়াকে কৈ সেই আকাশী বাণী বিৰত হ'ল। ৩১৩-৩১৬

আকাশী বাণী শুনি আনন্দিত হৈ বিদূষকে অগ্নিক প্ৰণাম জনাই যাত্ৰা কৰিলে আৰু সাত দিনৰ মূৰত কৰ্কোটিক নগৰ পালেগৈ। নগৰত উপস্থিত হৈ বিদূষক এটা মঠলৈ গ'ল। সেই মঠত নানা দেশৰপৰা অহা অতিথি-প্ৰিয় বহুত ব্ৰাহ্মণ বাস কৰিছিল। ৩১৭-৩১৮

সেই দেশৰ ৰজা আৰ্য্য বৰ্মাই সেই মঠটো নিৰ্মাণ কৰাইছিল। মঠটো আছিল ঐশ্বৰ্য্য-সম্পদৰে পৰিপূৰ্ণ আৰু তাত সোণৰ দেৱ মূৰ্ত্তি আছিল। ৩১৯

মঠৰ অধিবাসীবিলাকে বিদূষকক স্বাগত সম্ভাষণ জনালে আৰু তেওঁক সকলোৱে বেঢ়ি ধৰিলে। তাৰ পিছত ঘৰলৈ নি গা-পা ধুৱাই নতুন সাজ-পাৰ পিন্ধালে আৰু খাবলৈ দি নানা প্ৰকাৰে সেৱা-শুশ্ৰূষা কৰিলে। সন্ধিয়া পৰত নগৰত ঢোল বজাই কৰা এটা ঘোষণা মঠৰ ভিতৰৰ পৰাই বিদূষকে শুনিবলৈ পালে। ৩২০-৩২১

"ব্ৰাহ্মণ নাইবা ক্ষত্ৰিয় যিয়েই কাইলৈ ৰাতিপুৱা ৰাজকন্যাক বিয়া কৰাব খোজে আজি ৰাতি আহি তেওঁ ৰাজকন্যাৰ শয়ন-কক্ষত বাস কৰককহি।" ৩২২

এই ঘোষণা শুনি সাহসী বিদূষকে ঘোষণাৰ অন্তৰালত কি আছে সেই বিষয়ে কোনো আশংকা নকৰাকৈ ৰাজকুমাৰীৰ অন্তঃপুৰলৈ যাবলৈ ইচ্ছা কৰিলে। ৩২৩

বিদূষক যাবলৈ ওলোৱা দেখি মঠ-নিবাসী ব্ৰাহ্মণসকলে তেওঁক ক'লে,—"হে ব্ৰাহ্মণ! তুমি এনেকুৱা দুঃসাহস নকৰিবা। সেয়া ৰাজকুমাৰীৰ অন্তঃপুৰ নহয়, মেলি থোৱা মৃত্যুৰ মুখহে। তাত যিয়েই ৰাতি সোমায়, সি আৰু প্ৰাণ

লৈ ওলাই আহিব নোৱাৰে। বহুত সাহসী বীৰ এইদৰে তালৈ গৈ মৃত্যুৰ মুখত পৰিছে।" ৩২৪-৩২৫

তেওঁলোকে এইদৰে কোৱা সত্ত্বেও বিদূষকে তেওঁলোকৰ কথা নামানিলে। তেওঁ ৰাজ-ভৃত্যসকলৰ লগত ৰাজকুমাৰীৰ অন্তঃপুৰলৈ যাত্ৰা কৰিলে। বিদূষক অহা দেখি ৰজা আৰ্য্যবৰ্মাই আগবাঢ়ি আহি নিজেই তেওঁক অভিনন্দন জনালে। বিদূষকে ৰাতি ৰাজকুমাৰীৰ শয়নকক্ষত এনেকৈ প্ৰৱেশ কৰিলে যেনেকৈ ৰাতি সূৰ্য্য অগ্নিত প্ৰৱেশ কৰে[১]। ৩২৬-৩২৭

শয়ন কক্ষত প্ৰৱেশ কৰি বিদূষকে সুন্দৰী ৰাজকন্যাক দেখিলে। ৰাজকন্যাৰ চকুৱে-মুখে নৈৰাশ্য আৰু দুখ যেন জিলিকি উঠিছে। অশ্ৰুপূৰ্ণ নয়নৰে ৰাজকুমাৰীয়ে বিদূষকলৈ দুখেৰে চালে। ৩২৮

স্মৰণ কৰা মাত্ৰকে আগত আহি উপস্থিত হোৱা অগ্নিদত্ত তৰোৱালখন হাতত লৈ বিদূষক গোটেই ৰাতি সাৰে থাকিল। এইদৰে থাকোঁতে বিদূষকে দুৱাৰ মুখত এটা ভয়ঙ্কৰ ৰাক্ষস উপস্থিত হোৱা দেখিলে; তাৰ সোঁ হাতখন কটা, সেই কাৰণে সি বাওঁ হাতখন শয়নকক্ষৰ ভিতৰলৈ আগবঢ়াই দিছে।

॥ ৩২৯-৩০ ॥

হাত কটা ৰাক্ষসটোক দেখি বিদূষকে মনতে ভাবিলে—'অ' এইটোৱেই সেই ৰাক্ষস, ইয়াৰ সোঁ হাতখন পৌণ্ড্ৰবৰ্ধন নগৰত মই কাটিছিলোঁ। বাৰু, এইবাৰ আৰু ইয়াৰ হাত নাকাটো, হাত কাটিলে সি আকৌ পলায় সাৰিব। এইবাৰ ইয়াক মই বধ কৰিম।' ৩৩১-৩২

ইয়াকে স্থিৰ কৰি বিদূষকে চোঁচা মাৰি গৈ ৰাক্ষসটোৰ চুলিত ধৰিলে আৰু তাক হত্যা কৰাৰ উপক্ৰম কৰিলে। ৩৩৩

তেতিয়া ভয়ত কাতৰ হৈ ৰাক্ষসটোৱে বিদূষকক কাবৌ-কাকূতি কৰিবলৈ ধৰিলে —"বিদূষক! তুমি বীৰ পুৰুষ! মোক প্ৰাণে নামাৰিবা। মোৰ প্ৰতি অলপ দয়া কৰা।" ৩৩৪

তাকে শুনি বিদূষকে চুলিৰ খামোচ এৰি দি তাক সুধিলে,—"তই কোন? তোৰ নাম কি? কিয় তই এনে অপকৰ্ম কৰি ফুৰিছ?" তেতিয়া ৰাক্ষসটোৱে উত্তৰ দিলে,—"মোৰ নাম যমদংষ্ট্ৰ। এই দুজনী মোৰ ছোৱালী, এজনী পৌণ্ড্ৰবৰ্দ্ধন নগৰত আৰু এইজনী ইয়াত আছে।" ৩৩৫-৩৬

১. বৈদিক বৰ্ণনা মতে সূৰ্য্যৰ তেজ ৰাতি অগ্নিত মিলি যায়

'এই দুই ৰাজকন্যাক কাপুৰুষৰ হাতৰ পৰা ৰক্ষা কৰিব লাগে। কোনো কাপুৰুষে যাতে এই দুই কন্যাক বিয়া কৰাব নোৱাৰে', পূৰ্বে শংকৰে এই বুলি মোক আদেশ দিছিল। সেই কাৰণে আজি মোৰ এই অৱস্থা হৈছে। পূৰ্বে এক বীৰ পুৰুষে পৌণ্ড্ৰবৰ্দ্ধনত মোৰ বাহু কাটিছে আৰু আজি তুমি মোক পৰাভূত কৰিলা, গতিকে এতিয়া মোৰ কাৰ্য্য শেষ হ'ল।" ৩৩৭-৩৮

তাকে শুনি বিদূষকে হাঁহি মাৰি ক'লে—"ময়েই পৌণ্ড্ৰবৰ্দ্ধনত তোমাৰ বাহু কাটিছিলোঁ।" ৰাক্ষসটোৱে তেতিয়া ক'লে,—"তেনেহ'লে—তুমি মানুহ নোহোৱা, সাক্ষাৎ দেৱতা। তোমাক উদ্দেশ্য কৰিয়েই শংকৰৰ অনুগ্ৰহ আজ্ঞা মোৰ ওপৰত হৈছিল কিজানি। সেই দেখি তুমি এতিয়া মোৰ মিত্ৰ হ'লা। মোক স্মৰণ কৰা মাত্ৰকে তোমাৰ সংকট কালত কাৰ্য্য সিদ্ধিৰ বাবে মই আহি তোমাৰ সন্মুখত উপস্থিত হ'ম।" ৩৩৯-৪১

যমদংষ্ট্ৰ ৰাক্ষসে এইদৰে মধুৰ কথাৰে বিদূষকৰ সৈতে মিত্ৰতা কৰাত বিদূষকেও ৰাক্ষসক অভিনন্দন জনালে। ৰাক্ষস তাতে অন্তৰ্দ্ধান হ'ল। ৩৪২

ৰাজকুমাৰীয়ে বিদূষকৰ সাহস আৰু বীৰত্বৰ প্ৰসংসা কৰিলে। প্ৰসন্ন মনেৰে বিদূষকে ৰাজকুমাৰীৰ সৈতে আনন্দময় মধুযামিনী যাপন কৰিলে। ৩৪৩

পিছদিনা পুৱা ৰজাই সকলো বৃত্তান্ত জানিব পাৰি সন্তোষ লাভ কৰিলে আৰু বিদূষকৰ শৌৰ্য্য-বীৰ্য্যৰ বিজয় পতাকা ৰূপিণী ৰাজকন্যাক অতুল ধন-সম্পত্তিৰে সৈতে বিদূষকৰ হাতত অৰ্পণ কৰিলে। ৩৪৪

বিদূষকৰ গুণে (শৌৰ্য্য-বীৰ্য্য; ৰচি) যেন ৰাজকুমাৰীক বান্ধিহে পেলালে। প্ৰেমাসক্তা ৰাজকুমাৰী গুণানুৰক্তা লক্ষ্মীৰ দৰে এখোজো আঁতৰ নোহোৱাকৈ ছাঁটোৰ দৰে বিদূষকৰ লগে লগে থাকিবলৈ ধৰিলে আৰু বিদূষকেও ৰাজকুমাৰীৰে সৈতে কিছুকাল সুখত কটালে। ৩৪৪-৪৫

প্ৰিয়তমা ভদ্ৰাৰ বাবে উৎসুক হৈ বিদূষক এদিন ৰাতি মনে মনে তাৰ পৰা গুচি গ'ল। দিব্য ৰসৰ আস্বাদন কৰোঁতাজনে জানো ক'ৰবাত অন্য ৰসাস্বাদনত তৃপ্তি লাভ কৰিব পাৰে? ৩৪৬

নগৰৰপৰা বাহিৰ ওলাই বিদূষকে সেই ৰাক্ষসটোক স্মৰণ কৰিলে। স্মৰণ কৰা মাত্ৰকে সন্মুখত উপস্থিত হৈ ৰাক্ষসে বিদূষকক প্ৰণাম জনালে। ৩৪৭

"বন্ধু! বিদ্যাধৰী ভদ্ৰাক বিচাৰি মই সিদ্ধক্ষেত্ৰ উদয়গিৰিলৈ যাব লাগে, গতিকে তুমি মোক সেই ঠাইলৈ লৈ ব'লা।" ৩৪৮

ৰাক্ষসে "বাৰু, মই নিম" বুলি স্বীকাৰ কৰিলত বিদূষক তাৰ কান্ধত উঠি বহিল। ৰাতিৰ ভিতৰতে বিদূষকে দুৰ্গম ষাঠি যোজন পথ অতিক্ৰম কৰিলে। পিছদিনা পুৱা বিদূষক মানুহৰ দুৰ্লংঘ্য শীতোদা নামে নৈ পাৰ হৈ অপ্ৰয়াসে উদয়াদ্ৰিৰ সমীপত উপস্থিত হ'ল। ৩৪৯-৫০

—"মহোদয়! এয়া আপোনাৰ সন্মুখত সেই উদয় পৰ্বত। পৰ্বতৰ ওপৰত আছে সিদ্ধধাম; কিন্তু মই হ'লে তালৈ যাব নোৱাৰোঁ।" ৰাক্ষসে এইদৰে কৈ বিদূষকৰ অনুমতি ললে আৰু খন্তেকতে সি অন্তৰ্ধান হ'ল। ইফালে বিদূষকে (অলপ দূৰ গৈ) এটা ধুনীয়া সৰোবৰ দেখিবলৈ পালে।

॥ ৩৫১-৫২ ॥

সৰোবৰৰ পাৰত ফুলে ফুলে উৰি ফুৰা ভোমোৰাৰ গুঞ্জনে যেন বিদূষকক স্বাগত সম্ভাষণ জনালে, সৰোবৰত ফুলি থকা পদুমবোৰে সৰোবৰৰ মুখৰ সৌন্দৰ্য্য যেন হৈ পৰিছিল। বিদূষক ক্ষন্তেক সৰোবৰৰ পাৰত বহিল। এনেতে ৰমণীৰ ভৰিৰ খোজৰ শাৰী যেন এশাৰী দীঘলীয়া পদ-চিহ্ন তেওঁৰ চকুত পৰিল। সেই পদ পদ্ধতিয়ে যেন তেওঁক মৌনভাৱে কৈছিল—তোমাৰ প্ৰিয়তমাৰ অন্বেষণৰ বাবে এয়েই পথ, আগবাঢ়া।" ৩৫৩-৫৬

এইদৰে চিন্তা কৰি থাকোঁতে কান্ধত সোণৰ কলহ লৈ কেইজনীমান গাভৰু পানী নিবলৈ বুলি সেই সৰোবৰলৈ আহিল। ৩৫৬

গাভৰুহঁতে কলহত পানী ভৰাই উলটি যাব খোজোঁতে বিদূষকে তেওঁলোকক প্ৰণয়-মধুৰ মাতেৰে সুধিলে,—"তোমালোকেনো কালৈ পানী নিছা?"

—"ভদ্ৰ! এই পৰ্বতত ভদ্ৰা নামেৰে এগৰাকী বিদ্যাধৰী আছে। তেওঁৰ স্নানৰ বাবেই আমি এয়া পানী আনিছোঁ", গাভৰুহঁতে কলে। ৩৫৮

আচৰিত কথা এয়ে যে বীৰপুৰুষ সকলে সম্পাদন কৰিব খোজা সাহসিক কাৰ্য্যৰ বাবে বিধাতাই নিজেই সকলো উপযোগী আৱশ্যকীয় সামগ্ৰীৰ যোগান ধৰে। ৩৫৯

এনেতে সেই গাভৰুহঁতৰ ভিতৰত এজনীয়ে "সৌম্য! অনুগ্ৰহ কৰি পানীৰে ভৰি থকা কলহটো মোৰ কান্ধত তুলি দিয়ক" বুলি বিদূষকক ক'লে। 'বাৰু' বুলি শলাগি বুদ্ধিমান বিদূষকে সেই গাভৰুৰ কান্ধত পানীৰে ভৰা কলহটো

তুলি দিওঁতেই কলহটোৰ ভিতৰত পূৰ্বে ভদ্ৰাই তেওঁক দিয়া আঙঠিটো বুন্ধিৰে পেলাই দিলে। ৩৬০-৬১

তিৰোতা কেইজনী পানী লৈ ভদ্ৰাৰ ঘৰলৈ বুলি গ'ল আৰু বিদূষক সেই সৰোবৰৰ পাৰত আগৰ ঠাইত দুনাই বহিল। ৩৬২

ইফালে গাভৰুহঁতে ভদ্ৰাৰ গাত গা-ধোৱা পানী ঢালি দিওঁতে কলহৰপৰা ওলাই ভদ্ৰাৰ কোলাত সেই আঙঠিটো পৰিল। আঙঠিটো দেখা মাত্ৰকে চিনি পাই ভদ্ৰাই সখীয়েকহঁতক সুধিলে,—"তোমালোকে ইয়াত ক'ৰবাত কোনোবা সুন্দৰ সুপুৰুষ দেখিছানে?" ৩৬৩-৬৪

তেওঁলোকে উত্তৰ দিলে,—"হয়, সখী! পুখুৰীৰ পাৰত আমি এজন মনুষ্য-যুবক দেখিছোঁ, তেৱেঁই এই কলহটো এওঁৰ কান্ধত তুলি দিছিল।" ৩৬৫

তেতিয়া ভদ্ৰাই কলে,—"তোমালোকে বেগতে গৈ সেই যুবকক গা-পা ধুৱাই ভালকৈ প্ৰসাধনেৰে মণ্ডিত কৰি ইয়ালৈ আনা। তেওঁ মোৰ স্বামী, মোক বিচাৰি আহি এইখিনি পাইছেহি।" ৩৬৬

ভদ্ৰাৰ কথামতে সখীয়েকহঁতে গৈ প্ৰকৃত কথা বিদূষকক জনালে আৰু গা-পা ধুৱাই তেওঁক ভদ্ৰাৰ ওচৰলৈ আনিলে। ৩৬৭

ৰাতিপুৱা বিদূষকে তেওঁলৈ বাটচাই থকা সৌন্দৰ্য্যৰে উপচিপৰা ভদ্ৰাক দেখিলে। ভদ্ৰাৰ ৰূপৰাশিলৈ চাই তেওঁৰ এনেহে লাগিছিল যেন তেওঁৰ বল-বীৰ্য্যৰূপে গছজোপাত এটা গুটি লাগি পকি আছে। বিদূষকক দেখি ভদ্ৰা বহাৰপৰা উঠিল; আনন্দত তেওঁৰ দুচকুৰেদি অশ্ৰু বৰলৈ ধৰিলে। ভদ্ৰাই যেন আনন্দাশ্ৰুৰে বিদূষকক ভক্তি-অৰ্ঘ্যহে প্ৰদান কৰিলে আৰু বাহুলতাৰে বিদূষকক সাৱটি ধৰি তেওঁৰ ডিঙিত মালাহে পিন্ধালে। ৩৬৮-৬৯

বিদূষকে ভদ্ৰাক সাৱটি ধৰিলে। পৰস্পৰ আলিঙ্গনাবদ্ধ তেওঁলোক দুয়োৰে অন্তৰত ইমানদিন সঞ্চিত হৈ থকা স্নেহ যেন আলিঙ্গনত নিষ্পেষিত হৈ ঘামৰ টোপালত পৰিণত হ'ল আৰু টপ্‌টপ্‌কৈ বৰলৈ ধৰিলে। তাৰ পিছত দুয়ো নিজ নিজ আসনত বহি পৰস্পৰৰ মুখলৈ চাবলৈ ধৰিলে; চাই চাই তেওঁলোকৰ হেঁপাহ নপলোৱা হ'ল—যেন দৃষ্টিয়েই মনৰ উৎকণ্ঠা শতগুণে বঢ়াইহে তুলিলে। ৩৭০-৭১

—"তুমি ইয়ালৈ কেনেকৈ আহিলা?" —এইবুলি ভদ্ৰাই সোধাত বিদূষকে কালোচিত উত্তৰ দিলে। ৩৭২

—"সুন্দৰী! তোমাৰ অন্তৰৰ প্ৰেমানুৰাগকে একমাত্ৰ অবলম্বন কৰি প্ৰাণৰ সংশয়জনক শত-শত বাধা-বিঘিনি অতিক্ৰম কৰি মই এইখিনি পাইছোঁহি। ইয়াকৈ বেছি আৰু এতিয়া কি ক'ম?" ৩৭৩

বিদূষকৰ কথা শুনি আৰু বিদূষকে প্ৰাণৰ সংশয়লৈ ভ্ৰূক্ষেপ নকৰি তেওঁৰ (ভদ্ৰাৰ) ওচৰলৈ অহা দেখি বিদূষকৰ প্ৰতি তেওঁৰ অনুৰাগ-আকৰ্ষণ আগতকৈ দুগুণে বৃদ্ধি হ'ল। ভদ্ৰাই ক'লে—"আৰ্য্যপুত্ৰ! এই সখীহঁতৰ সান্নিধ্য নাইবা মোৰ অলৌকিক শক্তিৰ (সিদ্ধি) কোনো প্ৰয়োজন নাই, তুমিয়েই মোৰ জীৱন, মই তোমাৰ গুণক্ৰীতা দাসী।" ৩৭৫

—"প্ৰিয়ে! যদি সেয়ে হয়, তেনেহ'লে তুমি এই দিব্য সুখভোগ পৰিত্যাগ কৰি মোৰ লগত উজ্জয়িনীলৈ আহাঁ।" এইবুলি বিদূষকে ভদ্ৰাৰ কথাৰ প্ৰত্যুত্তৰ দিলে। বিদূষকৰ কথাত ভদ্ৰাই তৎক্ষণাত সন্মতি জনালে। (উজ্জয়িনীলৈ যোৱাৰ) সংকল্প প্ৰকাশৰ লগে লগে ভদ্ৰাৰ সকলো বিদ্যা (অলৌকিক শক্তি) তৎক্ষণাত লোপ পালে, ভদ্ৰাই সেইখিনি খেৰ-কুটা যেন জ্ঞান কৰি পৰিত্যাগ কৰিলে। ৩৭৬-৭৭

ভদ্ৰাৰ সখীয়েক যোগেশ্বৰীয়ে বিদূষকৰ ৰাত্ৰিযাপনৰ সকলো ব্যৱস্থা কৰিলে আৰু বিদূষকে ভদ্ৰাৰে সৈতে সেই ৰাতিটো সুখেৰে তাতে অতিবাহিত কৰিলে। পিছদিনা পুৱা কৃতকৃত্য বিদূষক ভদ্ৰাক লগত লৈ উদয়গিৰিৰপৰা নামিল আৰু ৰাক্ষস সংগ্ৰামটোক স্মৰণ কৰিলে। স্মৰণ কৰা মাত্ৰকে ৰাক্ষস তেওঁৰ আগত উপস্থিত হ'ল। বিদূষকে নিজৰ গন্তব্য পথৰ কথা ৰাক্ষসৰ আগত ক'লে। তেওঁ প্ৰথমে ভদ্ৰাক ৰাক্ষসৰ কান্ধত তুলি দিলে আৰু পিছত নিজেও তাৰ কান্ধত উঠি বহিল। ৩৭৮-৮০

ৰাক্ষসৰ কান্ধত উঠি যাওঁতে ভদ্ৰাই অশেষ কষ্ট পাইছিল যদিও কোনোমতে সকলো কষ্ট সহ্য কৰিলে। প্ৰেমাসক্তা নাৰীয়ে সহ্য কৰিব নোৱাৰা এনে কিবা কষ্ট আছে জানো? ৩৮১

প্ৰিয়তমা ভাৰ্য্যাৰে সৈতে ৰাক্ষসৰ কান্ধত উঠি বিদূষকে তাৰপৰা প্ৰস্থান কৰিলে। তেওঁ ক্ষন্তেকতে কৰ্কোটক নগৰত আকৌ উপস্থিত হ'লহি। নগৰীৰ লোক ৰাক্ষস দেখি ভয়ত বিহ্বল হৈ পৰিল। (নগৰ পায়েই) বিদূষক ৰজা আৰ্য্যবৰ্মাৰ ওচৰ পালেগৈ আৰু তেওঁ নিজৰ ভাৰ্য্যাক বিচাৰিলে। ৩৮২-৮৩

ৰজা আৰ্য্যবৰ্মাই বিদূষকৰ হাতত নিজৰ কন্যা সমৰ্পণ কৰিলে। বিদূষকে

তেঁতিয়া নিজ-পৰাক্ৰমেৰে লাভ কৰা ভাৰ্য্যাক লৈ আকৌ আগৰদৰে ৰাক্ষসৰ কান্ধত উঠি কৰ্কোটক নগৰৰপৰা প্ৰস্থান কৰিলে। তাৰ পিছত বিদূষকে গৈ পূৰ্বে তেওঁক মাজ সাগৰত বচি কাটি নাৱৰপৰা পেলাই দিয়া সেই দুষ্ট সদাগৰক সাগৰৰ পাৰত লগ পালে।" ৩৮৪-৮৫

পূৰ্বে মাজ সাগৰত সদাগৰৰ নাওঁ বন্ধনমুক্ত কৰাৰ পণ জয় কৰি লাভ কৰা সদাগৰৰ কন্যা আৰু ধন-বস্ত্ৰ সকলোখিনি এতিয়া বিদূষকে সদাগৰৰপৰা কাঢ়ি ললে। ধন-বস্ত্ৰ অপহৰণেই পাপিষ্ঠ বণিকৰ মৃত্যুদণ্ড স্বৰূপ হ'ব বুলি বিদূষকে সিদ্ধান্ত কৰিলে ; কিয়নো অৰ্থই কৃপণৰ প্ৰাণ ( অৰ্থ সঞ্চয়তে প্ৰাণ সোমাই থাকে )। ৩৮৬-৮৭

তাৰ পিছত বণিক কন্যাকো লগত লৈ বিদূষকে ৰাজকুমাৰী আৰু ভদ্ৰাৰে সৈতে ৰাক্ষসৰূপী ৰথত উঠি আকাশলৈ উৰা মাৰিলে। ৩৮৮

আকাশী পেথেদি যাওঁতে বিদূষকে তিনি গৰাকী ভাৰ্য্যাক পূৰ্বে তেওঁ সমুদ্ৰত প্ৰকাশ কৰা বল-বিক্ৰমৰ বিষয়ে কৈ কৈ আঙুলিয়াই দেখুৱালে। ক্ষন্তেকতে বিদূষক নিজৰ বিক্ৰম-স্বৰূপে সমুদ্ৰৰ পাৰ পালেহি আৰু তাৰ পিছত পৌণ্ড্ৰবৰ্দ্ধন নগৰত উপস্থিত হ'ল। ৰাক্ষস বাহনত উঠি বিদূষক সভাৰ্য্যে অহাত নগৰৰ লোকসকলে আচৰিত হৈ চাবলৈ ধৰিলে। ৩৮৯-৯০

ৰাক্ষসক পৰাভূত কৰি পূৰ্বে বিদূষকে ৰজা দেৱসেনৰ কন্যা লাভ কৰিছিল, ৰাজকুমাৰী ইমানদিন বিদূষকৰ আগমনৰ বাবে উদগ্ৰীৱ হৈ আছিল। ইমানদিনৰ পিছত বিদূষকে ৰাজকুমাৰীক সম্ভাষণ জনাই তেওঁৰ উৎকণ্ঠা দূৰ কৰিলে। ৰাজকুমাৰীৰ পিতৃয়ে বাধা দিয়া সত্বেও বিদূষক স্বদেশলৈ যাবলৈ ওলাল। বিদূষকে এতিয়া দেৱসেনৰ কন্যাকো লগত লৈ উজ্জয়িনীলৈ যাত্ৰা কৰিলে। ৩৯১-৯২

ৰাক্ষস-ৰূপী বাহনত উঠি সভাৰ্য্যে বিদূষক অতি সোনকালে আহি উজ্জয়িনীত উপস্থিত হ'ল। বহুতো দিন প্ৰবাসত থাকি ঘৰলৈ উভতি আহিলে প্ৰবাসীজনক দেখি আত্মীয়-স্বজনে যেনেকৈ সন্তোষ পায়, ঠিক তেনেকৈয়ে উজ্জয়িনীয়েও বিদূষকক ঘূৰাই পাই পৰম আনন্দ লাভ কৰিলে। ৩৯৩

অতিকায় ৰাক্ষসৰ কান্ধত বহি অহা বিদূষকৰ আটাই কেউগৰাকী ভাৰ্য্যা নিজৰ শৰীৰ কান্তিৰে জিলিকি উঠিছিল ; তেওঁলোকৰ মাজত ৰাক্ষসৰ কান্ধত বিৰাজমান বিদূষক এনেকৈ জিলিকি আছিল যে বিদূষকক নগৰৰ লোকসকলে

বিবিধ উজ্বল ওষধিৰে পৰিপূৰ্ণ উদয়াচলৰ শিখৰত উদীয়মান চন্দ্ৰ² বুলিহে ভাবিছিল। ৩৯৪-৯৫

নগৰৰ প্ৰজা সকল বিস্ময়ত অভিভূত হৈ বিদূষকলৈ থৰ্ লাগি চাই থাকোঁতেই বিদূষক অহাৰ খবৰ পাই শহুৰেক ৰজা আদিত্যসেন অন্তঃপুৰৰপৰা বাহিৰ ওলাই আহিল। শহুৰেক অহা দেখি ৰাক্ষসৰ কান্ধৰ পৰা লৰালৰিকৈ নামি বিদূষকে শহুৰেকক প্ৰণাম কৰিলে আৰু ৰজায়ো তেওঁক আদৰ-সম্ভাষণ জনালে। ৩৯৬-৯৭

তেতিয়া বিদূষকে ৰাক্ষসটোৰ কান্ধৰপৰা চাৰিওজনী ভাৰ্য্যাক এজনী এজনীকৈ নমালে আৰু তাৰ পিছত নিজ ইচ্ছামতে যাবলৈ ৰাক্ষসটোক বিদায় দিলে। ৩৯৮

মুক্ত হৈ ৰাক্ষসে স্বস্থানে প্ৰস্থান কৰিলে। বিদূষকেও আটাই কেউজনী ভাৰ্য্যাক লগত লৈ শহুৰেকৰ সৈতে অন্তঃপুৰত প্ৰবেশ কৰিলে। অন্তঃপুৰত সোমাই বিদূষক তেওঁৰ বাবে একান্ত উৎকণ্ঠিত হৈ থকা তেওঁৰ প্ৰথমা পত্নী ৰাজকুমাৰীৰ ওচৰ পালেগৈ। বিদূষকে ভাৰ্য্যাক আশ্বস্ত কৰিলে আৰু আনন্দ দিলে। ॥ ৩৯৯-৪০০ ॥

ৰজা আদিত্যসেনে তেতিয়া বিদূষকক সুধিলে,—"তুমি এই কেইজনী ভাৰ্য্যা কেনেকৈ পালা? এই ৰাক্ষসটোনো তুমি ক'ত পালা?" উত্তৰত বিদূষকে যিখিনি ক'লে তাৰপৰা তেওঁৰ শৌৰ্য্য-বীৰ্য্য আৰু প্ৰভাৱৰ বিষয়ে জানিব পাৰি ৰজা অতিশয় সন্তুষ্ট হ'ল। ৰজাই আনন্দেৰে অৰ্দ্ধৰাজ্য জোঁৱায়েকক দান কৰিলে। ব্ৰাহ্মণ বিদূষক তৎক্ষণাত ৰাজ্যৰ ৰজা হ'ল। বিদূষকৰ মূৰৰ ওপৰত শ্বেতছত্ৰই শোভা কৰিলে আৰু ৰায়োকালে ঠিয় হৈ সেবিকাই চোঁৱৰেৰে বিচনিৰে ধৰিলে। নানাবিধ বাদ্যৰ শব্দত উজ্জয়িনী নগৰ মুখৰিত হৈ উঠিল, এনেহে অনুভৱ হৈছিল যেন উজ্জয়িনীৰ সকলো ঠাইত মূৰ্ত্তিমান আনন্দহে বিৰাজ কৰিছে। ৪০১-৪

এইদৰে ৰজা হৈ বিদূষকে ক্ৰমে সমগ্ৰ পৃথিৱী জয় কৰিলে। পৰম্পৰ

---

২. চন্দ্ৰ ওষধি অৰ্থাৎ এবাৰ গুটি লাগি মৰা গছ-গছনিৰ অধিপতি। ৰাক্ষসক উদয়াচল, বিদূষকৰ ভাৰ্য্যা কিগৰাকীক ওষধি আৰু বিদূষকক চন্দ্ৰৰ সৈতে তুলনা কৰা হৈছে।

স্নেহপাশত আবন্ধ পাঁচগৰাকী ভাৰ্য্যাৰ সঙ্গসুখত বিদূষকে বহুকাল আনন্দেৰে কটালে। ৪০৫

দৈৱ অনুকূল হ'লে পুৰুষৰ নিজৰ সাহ আৰু বল-বীৰ্য্য লক্ষ্মীক বলেৰে আকৰ্ষণ কৰা মহামন্ত্ৰত পৰিণত হয়। ৪০৬

(মুঃ) বৎসৰাজ উদয়নৰ মুখৰপৰা এই আচৰিত আখ্যান শুনি যৌগন্ধৰায়ণ প্ৰমুখ্যে মন্ত্ৰীবৰ্গ আৰু বাসৱদত্তা আৰু পদ্মাৱতী দুয়োগৰাকী ৰাণী অতিশয় প্ৰসন্ন হ'ল।

ইতি মহা কবি শ্ৰীসোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ-সাগৰৰ
লাৱাণক নামৰ তৃতীয় লম্বকৰ চতুৰ্থ তৰঙ্গ
শ্লোক ৪০৭

## তৃতীয় লম্বক

## পঞ্চম তৰঙ্গ

### উদয়নৰ শিৱ আৰাধনা

(মুঃ) যৌগন্ধৰায়ণে তেতিয়া উদয়নক ক'লে—"মহাৰাজ! বৰ্ত্তমান আপোনাৰ ভাগ্য অনুকূল, শক্তি-সামৰ্থ্যও আপোনাৰ আয়ত্ত, আমি মন্ত্ৰীবিলাকো ৰাজনীতিত অলপ পাৰ্গত; গতিকে মহাৰাজে যেনেকৈ চিন্তা কৰিছে সেইদৰেই দিগ্বিজয়ৰ বাবে যাত্ৰা কৰিব লাগে। ১-২

মুখ্যমন্ত্ৰী যৌগন্ধৰায়ণে এইদৰে কোৱাত উদয়নে উত্তৰ দিলে—"আপোনাৰ উক্তি যথাৰ্থ; কিন্তু কল্যাণজনক কাৰ্য্য সম্পাদনত বহুত বিপদ-বিঘিনি আছে। সেইকাৰণে বিঘিনি দূৰ হ'বৰ বাবে আৰু অভীষ্ট সিদ্ধিৰ উদ্দেশ্যে মই শিৱৰ আৰাধনা কৰিব খুজিছোঁ। শিৱৰ কৃপা বিহনে অভীষ্ট সিদ্ধি কেনেকৈ হ'ব?" ৩-৪

সমুদ্ৰত সেতু বান্ধিবলৈ মনস্থ কৰি ৰামচন্দ্ৰই শিৱৰ আৰাধনা কৰিব খোজাত বান্দৰ সৈন্যই যি দৰে সেই কাৰ্য্যত সন্মতি জনাইছিল, এতিয়া মন্ত্ৰীবৰ্গয়ো উদয়নৰ প্ৰস্তাৱ শুনি তাত সেইদৰে সন্মতি জনালে। ৫

ৰজা উদয়ন দুগৰাকী ৰাণীৰে সৈতে মন্ত্ৰীবৰ্গ পৰিবেষ্টিত হৈ উপবাসে থাকি শিৱৰ আৰাধনাত নিমগ্ন হ'ল। তৃতীয় দিনা ৰাতি শিৱই স্বপ্নত দেখা দি উদয়নক স্বপ্নাদেশ কৰিলে। ৬

—"উদয়ন! উঠা, মই তোমাৰ আৰাধনাত সন্তুষ্ট হৈছোঁ। তুমি নিৰ্বিঘ্নে জয় লাভ কৰিবা আৰু সকলো বিদ্যাধৰৰ ওপৰত চক্ৰবৰ্ত্তী ৰজা হোৱা এটি পুত্ৰও অচিৰে লাভ কৰিবা।" ৭

শিৱৰ অনুগ্ৰহত ৰজাৰ তপস্যাৰ ক্লান্তি দূৰ হ'ল। সূৰ্য্যৰ কিৰণ সম্পাতৰ দ্বাৰা প্ৰতিপদ আদি তিথিত ক্ৰমে বৃদ্ধি হৈ চন্দ্ৰ দীপ্তিমান হোৱাৰ দৰে ৰজা উদয়নো ক্ৰমে দীপ্তিমান হৈ পৰিল। ৮

পিছদিনা পুনৰ ৰজা উদয়নে ৰাণী দুগৰাকী আৰু মন্ত্ৰীবৰ্গৰ আগত

স্বপ্ন-বৃত্তান্ত প্ৰকাশ কৰিলে। শ্ৰোত্ৰ-পেয় এই বাৰ্তাৰ শুনি তেওঁলোক সকলো আনন্দিত হ'ল। ব্ৰত-উপবাসত ক্লান্ত হৈ পৰা পুষ্প-কোমল ৰাণী দুগৰাকীৰ বাবে এই বাৰ্তাৰ সুস্বাদু ঔষধ যেন হ'ল আৰু দুয়োৰে অন্তৰ বিজয়াকাংক্ষাৰে সঞ্জীৱিত হৈ উঠিল। ৯-১০

তপস্যাৰ প্ৰভাৱত উদয়নে নিজৰ পূৰ্বজসকলৰ সমতুল্য প্ৰভাৱ-প্ৰতিপত্তি লাভ কৰিলে আৰু ৰাণী দুগৰাকীও পতিব্ৰতা কীৰ্ত্তিৰে বিভূষিতা হ'ল। ১১

ব্ৰত-উপবাস উদ্‌যাপিত হোৱাত সমগ্ৰ নগৰবাসী আনন্দ-উৎসৱত নিমগ্ন হৈ পৰিল। এই ছেগতে মন্ত্ৰী যৌগন্ধৰায়ণে ৰজা উদয়নক নিৱেদন কৰিলে। ১২

—"মহাৰাজ! যাৰ প্ৰতি পৰমেশ্বৰ শিৱ সুপ্ৰসন্ন হৈছে, সেই পুৰুষ ধন্য! গতিকে মহাৰাজে এতিয়া শত্ৰু জয় কৰি নিজৰ ভুজবলেৰে উপাৰ্জন কৰা লক্ষ্মী ভোগ কৰক। নিজ পৰাক্ৰমেৰে লাভ কৰা ঐশ্বৰ্য্য-সম্পদ ৰজাৰ বংশত পুৰুষানুক্ৰমে স্থায়ী হৈ ৰয়; কিয়নো স্বধৰ্মমতে অৰ্জ্জিত সম্পদ কেতিয়াও বিনষ্ট নহয়। ১৩-১৪

আপোনাৰ পূৰ্ব পুৰুষ সকলে অৰ্জন কৰা সম্পদ ইমানদিন মাটিত পোত খাই লুকাই আছিল, আপুনি এতিয়া সেই সকলোখিনি লাভ কৰিছে। এই প্ৰসঙ্গত এটা আখ্যান কওঁ, শুনক। ১৫

## ২৩. দেৱ দাসৰ আখ্যান

বহুকাল পূৰ্বে পাটলীপুত্ৰ নগৰত এটা বৰ আঢ্যৱন্ত বৈশ্য পৰিয়ালত দেৱদাস নামৰ এজন বণিক আছিল। তেওঁৰ ভাৰ্য্যা আছিল পৌণ্ড্ৰবৰ্দ্ধন নগৰৰ কোনো ধনী পৰিয়ালৰ কন্যা। ১৬-১৭

পিতাকৰ মৃত্যুৰ পিছত দেৱদাস মদ-জুৱা আদিত আসক্ত হৈ পৰিল। দেৱদাসে জুৱাখেলত লাহে লাহে সকলো পৈতৃক ধন-সম্পত্তি হেৰুৱালে। দেৱদাসে ভাৰ্য্যাৰে সৈতে দুখ-দাৰিদ্ৰ্যত দিন কটাবলৈ ধৰিলে। এসময়ত তেওঁৰ ভাৰ্য্যাক পিতাকে আহি পৌণ্ড্ৰবৰ্দ্ধনলৈ লৈ গ'ল। ১৮-১৯

কিছুদিনৰ পিছত দুনাই বেপাৰ-বাণিজ্য কৰাৰ আশাৰে দাৰিদ্ৰ্য পীড়িত দেৱদাসো শহুৰেকৰ ওচৰলৈ ধন বিচাৰি আহিল। ২০

সন্ধ্যা সময়ত দেৱদাস পৌণ্ড্ৰবৰ্দ্ধন নগৰত উপস্থিত হ'ল। দেৱদাসে

নিজৰ ধূলি-ধূসৰিত শৰীৰ আৰু মলিয়ন ফটা-চিটা কাপোৰলৈ চাই ভাবিবলৈ ধৰিলে—'মই এতিয়া এই মলিন বেশেৰে কেনেকৈ শহুৰৰ ঘৰলৈ যাম? মিতিৰ-কুটুমৰ আগত নিজৰ দৈন্য প্ৰকাশ কৰাতকৈ আত্মসন্মানী লোকৰ পক্ষে মৃত্যুৱেই শ্ৰেষ্ঠ।' ২১-২২

ইয়াকে ভাবি দেৱদাস এখন দোকানলৈ গ'ল আৰু (দোকান বন্ধ দেখি) দোকানৰ বাহিৰতে স-শংকিত চিত্তে অকলশৰে ফুলি থকা পদুমপাহৰ দৰে ৰাতিটো কটালে। ২৩

ৰাতি কিছু গহীন হোৱাত এজন ডেকা বণিক দুৱাৰ মেলি দোকানৰ ভিতৰলৈ সোমোৱা দেৱদাসে দেখিলে। খন্তেক পিছতে নিঃশব্দ পদসঞ্চাৰে এজনী গাভৰুও দোকান ঘৰটোৰ ভিতৰলৈ সোমোৱা তেওঁৰ চকুত পৰিল। ২৪-২৫

ভিতৰত জ্বলি থকা চাকিৰ পোহৰত তেওঁ দেখি চিনি পালে যে সেই যুৱতী আন নহয়, তেওঁৰেই ভাৰ্য্যা। ২৬

তাৰ পিছত দুৱাৰত দাং মাৰি যুৱতী বণিক যুৱকৰ সৈতে ৰতিক্ৰীড়াত ৰত হ'ল। নিজৰ ভাৰ্য্যাক পৰপুৰুষৰ সৈতে সঙ্গমত আসক্ত হোৱা দেখি দেৱদাসৰ মূৰত বজ্ৰপাত পৰাদি পৰিল। বজ্ৰপাতত দগ্ধ হোৱাৰ দৰে তেওঁ চিন্তা কৰিবলৈ ধৰিলে। ২৭

'ধন হীন জনে আন নালাগে নিজৰ দেহাও হেৰুৱাব লগাত পৰে। এনে [illegible] স্বভাৱতে বিজুলীৰ দৰে চঞ্চলা ৰমণীৰ কথা আৰু কি ক'ব লাগিছে? বিপদৰ আঠাই সাগৰত পৰা পুৰুষৰ বাবে এনে ঘটনা একো আচৰিত নহয়। পিতৃৰ ঘৰত স্বতন্ত্ৰী হৈ থকা স্ত্ৰীৰ পক্ষে এনে চৰিত্ৰ স্খলন স্বাভাৱিক পৰিণতি।' ২৮-২৯

দেৱদাসে দোকান ঘৰৰ বাহিৰত এইদৰে ভাবি-চিন্তি থাকোঁতেই ভিতৰৰ পৰা এই ভাৰ্য্যাৰ মাত যেন শুনিবলৈ পালে—ৰতি-অৱসানত তাই উপ-পতিৰে সৈতে মধুৰ প্ৰেমালাপ কৰিছে। ৩০

ব্যভিচাৰিণী ভাৰ্য্যাইনো উপ-পতিক কি কৈছে শুনিবলৈ বুলি দেৱদাস তৎক্ষণাত লৰা-লৰিকৈ আহি দুৱাৰত কাণপাতি ব'ল। দেৱদাসৰ ভাৰ্য্যাই জাৰক (উপপতি) ক'বলৈ ধৰিলে। ৩১

'মই তোমাৰ প্ৰেমত একান্ত আসক্ত, তোমাৰ অনুৰাগিনী। সেইদেখি

তোমাক এটা অতি গোপন কথা ক'ব খুজিছোঁ, শুনা। মোৰ স্বামীৰ প্ৰপিতামহৰ (আজুককাক) নাম আছিল বীৰবৰ্মা। বীৰবৰ্মাই ভিঙিলৈকে সোণৰ মোহৰ ভৰোৱা চাৰিটা কলহ নিজৰ ঘৰৰ চোতালৰ চাৰি চুকত কেনেও নজনাকৈ মনে মনে পুতি থৈছিল। ৩২-৩৩

তাৰে এটা কলহৰ কথা তেওঁ ঘৈণীয়েকৰ আগত কৈছিল। তেওঁৰ ভাৰ্য্যায়ো আকৌ মৃত্যুৰ আগতে সেই কলহটোৰ কথা বোৱাৰীয়েকক কৈ গৈছিল। তেৰোঁ আকৌ নিজৰ বোৱাৰীয়েক অৰ্থাৎ মোৰ শাহুক মৃত্যুৰ পূৰ্ব্বে সেই সোণৰ মোহৰৰ কলহৰ কথা কৈছিল। মোৰ শাহুৱেও একে ৰীতিৰেই মোক কৈ গৈছে। এইদৰে সোণৰ মোহৰ থকা সেই কলহটোৰ বিষয়ে গোপন বাৰ্ত্তা মোৰ স্বামীৰ বংশত শাহু-বোৱাৰী পৰম্পৰাক্ৰমে মুখে মুখে চলি আহিছে। ৩৪-৩৫

তেনেই ডাল-দৰিদ্ৰ হোৱাতো মই মোৰ স্বামীক সোণৰ মোহৰৰ কলহটোৰ সম্ভেদ দিয়া নাই। মোৰ স্বামী জুৱাৰী. মই তেওঁক ঘিণ কৰোঁ। তুমি মোৰ প্ৰিয়তম (সেই দেখিহে কৈছোঁ)। ৩৬

তুমি এতিয়া পাটলীপুত্ৰলৈ যোৱা আৰু যথোচিত মূল্য দি মোৰ স্বামীৰপৰা তেওঁৰ ঘৰ-বাৰী কিনি লোৱা। তাৰ পিছত কলহত থকা সোণৰ মোহৰখিনি লৈ ইয়ালৈ উলটি আহি মোৰে সৈতে সুখেৰে বাস কৰা। ৩৭

দেৱদাসৰ দুশ্চৰিত্ৰা ভাৰ্য্যাই এইদৰে কোৱাত বিনা পৰিশ্ৰমে বহুতো ধন-সোণ পালোঁ বুলি ভাবি বণিক সেই প্ৰেমিকা স্ত্ৰীৰ প্ৰতি অতিশয় সন্তুষ্ট হ'ল। ইফালে দেৱদাসেও বাহিৰত থিয় দি দুষ্টা ভাৰ্য্যাৰ কথা শাহুৰণীয়া হৈ শুনিলে। ঘৈণীয়েকৰ কথাই তেওঁৰ মনত সোণৰ মোহৰবোৰ পোৱাৰ আশা যেন খুটি পুতিহে বহুৱালে। ৩৮-৩৯

দেৱদাস তেতিয়াই পাটলীপুত্ৰলৈ উভতি আহিল আৰু বেগাবেগিকৈ নিজৰ ঘৰ পালেগৈ। ততালিকে তেওঁ কলহৰপৰা সোণৰ মোহৰখিনি উলিয়াই ল'লে। ৪০

তাৰ পিছত সেই ৰমণীৰ জাৰ যুৱক বণিকো সোণৰ মোহৰ লাভৰ আশাত বেপাৰ-বাণিজ্যৰ চেলু লৈ পাটলীপুত্ৰ পালেহি আৰু দেৱদাসৰ পৰা তেওঁৰ ঘৰ-দুৱাৰ কিনি লব খুজিলে। দেৱদাসেও বহুতে দামত তেওঁৰ ঘৰ-বাৰী বণিকক বিক্ৰি কৰিলে। ৪১-৪২

দেৱদাসে তেতিয়া থাকিবলৈ অন্য ঘৰৰ ব্যৱস্থা কৰিলে আৰু পৌণ্ড্ৰবৰ্দ্ধনৰ শহুৰেকৰ ঘৰৰ পৰা ঘৈণীয়েককো অতি শীঘ্ৰে আনিলে। ৪৩

ইফালে পাৰদাৰিক লম্পট বণিকে (দেৱদাসৰ পৰা কিনি লোৱা ঘৰৰ চোতালত) সোণৰ মোহৰৰ কলহ নেপাই দেৱদাসৰ ওচৰলৈ গৈ এইবুলি অভিযোগ কৰিলে—"তোমাৰ ঘৰ-দুৱাৰ তেনেই জীৰ্ণ-শীৰ্ণ, মোৰ অকণো পছন্দ হোৱা নাই। গতিকে তুমি তোমাৰ ঘৰ-বাৰী ওলোটাই লোৱা আৰু মই দিয়া ঘৰৰ মূল্য মোক ঘূৰাই দিয়া।" ৪৪-৪৫

বণিকে এইদৰে বেপৰবলৈ ধৰিলে। দেৱদাস কিন্তু টকা ঘূৰাই দি ঘৰ ওলোটাই লবলৈ মান্তি নহ'ল। দুয়ো কাজিয়া কৰি ৰজাৰ আগত গোচৰ দিবলৈ গ'ল। ৪৬

অন্তৰৰ অসহ্য বিষৰ নিচিনা নিজৰ ব্যভিচাৰিণী ভাৰ্য্যাৰ কাৰ্য্য-কলাপ আদ্যোপান্ত হৃদয় উজাৰি দেৱদাসে ৰজাৰ আগত বৰ্ণনা কৰিলে। ৪৭

ৰজাই তেতিয়া দেৱদাসৰ ব্যভিচাৰিণী স্ত্ৰীক ৰাজ সভালৈ অনাই ঘটনাৰ সত্যাসত্য নিৰূপণ কৰিলে আৰু (ব্যভিচাৰৰ প্ৰমাণ পাই) পাৰদাৰিক বণিকৰ সকলো ধন-সম্পত্তি বাজেয়াপ্ত কৰিলে। দেৱদাসেও নাক কাটি দুষ্টা ভাৰ্য্যাক খেদি দিলে আৰু অন্য এজনী বিয়া কৰাই সোণৰ মোহৰৰ অধিকাৰী হৈ সুখেৰে বাস কৰিবলৈ ধৰিলে। ৪৮-৪৯

**উদয়নৰ দিগ্বিজয় যাত্ৰা :**

(মূল) এইদৰে ধৰ্মমতে উপাৰ্জন কৰা লক্ষ্মী (অৰ্থ-সম্পদ) পো-নাতিৰ দিনলৈকে স্থায়ী হৈ থাকে। অন্যায়-অনীতিৰে লাভ কৰা অৰ্থ-সম্পদ গছৰ পাতৰ আগত ওলমি থকা পানীৰ টোপালৰ দৰে ক্ষণস্থায়ী, অস্থিৰ। ৫০

সেই কাৰণে পুৰুষে বিশেষকৈ ৰাজাসকলে ন্যায়সঙ্গত উপায়েৰে অৰ্থ-সম্পদ উপাৰ্জন কৰিব লাগে। কিয়নো ৰাজ্যস্থিতিৰ মূলতে হৈছে নীতিৰে অৰ্জন কৰা ধন-সম্পদ। গতিকে মহাৰাজ! মন্ত্ৰীবৰ্গক যথাযোগ্য সন্মানেৰে সমাদৃত কৰি স্ব-ধৰ্ম অনুসাৰে ন্যায়সঙ্গত উপায়েৰে লক্ষ্মী লাভৰ বাবে এতিয়া আপুনি দিগ্বিজয় অভিযান আৰম্ভ কৰক। ৫১-৫২

বস্তু স্হিতি এয়ে যে মহাৰাজ দুজন পৰাক্রমী ৰজাৰ সৈতে বিবাহ সূত্রত মিত্র, তেওঁলোকৰ জোৱাঁই। গতিকে ক'ববাত কোনোবা একোজন ৰজাইহে আপোনাৰ বিৰোধিতা কৰিব, সৰহ ভাগেই আপোনাৰ পক্ষত যোগ দিব। বাৰাণসীৰ ৰজা ব্রহ্মদত্ত আপোনাৰ চিৰশত্রু, গতিকে প্রথমে সেই ৰজাকে পৰাস্ত কৰক। ৫৩-৫৪

তেওঁক জয় কৰাৰ পিছত ক্রমে পূৰ দিশৰ সকলো ৰাজ্য জয় কৰক আৰু ৰজা পাণ্ডুৰ কুমুদোজ্জ্বল যশস্যা বিস্তৃত কৰক। মুখ্যমন্ত্রীয়ে এইদৰে কোৱাত 'বাৰু' বুলি শলাগি বৎসৰাজ উদয়ন বিজয় অভিযানৰ বাবে প্রস্তুত হ'ল। সমগ্র প্রজাৰ মাজতে ৰজাৰ দিগ্‌বিজয় যাত্রাৰ আদেশ প্রচাৰ হ'ল। ॥ ৫৫-৫৬ ॥

উদয়নে নিজৰ অনুগামী আৰু সম্বন্ধীয় গোপালকৰ প্রতি সম্মান দেখুৱাই বিদেহ দেশত এখন ৰাজ্য তেওঁক দান কৰিলে। উদয়নৰ সৈন্য-সামন্তৰ লগত সহায়ক হিচাবে অহা পদ্মাৱতীৰ ককায়েক সিংহ বৰ্মাকো সম্মানৰ চিন স্বৰূপে চেদি ৰাজ্য দান কৰিলে। ৫৭-৫৮

বাৰিষা কালত মেঘে আকাশ ঢাকি পেলোৱাৰ দৰে নিজৰ সৈনা-সামন্তৰে চাৰিওফালে উদয়নক আৱৰি থকা ভিল বিলাকৰ ৰজা পুলিন্দকো উদয়নে তেতিয়া মতাই অনালে। ৫৯

আচৰিত কথা এয়ে যে এই মহান ৰজা উদয়নৰ ৰাজ্যত বিজয় যাত্রাৰ বাবে প্রস্তুত হোৱাৰ লগে লগে, শত্রুৰ হৃদয়ো ভয়ত ব্যাকুল হৈ পৰিল। ইতিপূৰ্বে মন্ত্রী যৌগন্ধৰায়ণে বাৰাণসীৰ ৰজা ব্রহ্মদত্তৰ মতি-গতি বুজিবলৈ বুলি বাৰাণসীলৈ গুপ্তচৰ পঠাইছিল। ৬০-৬১

বিজয়-সূচক লক্ষণ দেখি আনন্দিত হৈ উদয়নে শুভক্ষণত প্রথমে পূৰ দিশত থকা ব্রহ্মদত্তৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিলে। উদয়নে এটা ওখ ডাঙৰ হাতীত উঠি যাত্রা কৰিলে। তেওঁৰ মূৰৰ ওপৰত শ্বেত ৰাজছত্রই শোভা কৰিলে। এইদৰে উদয়নে হাতীত উঠি যাওঁতে এনেকুৱা লাগিছিল যেন, পৰ্ব্বতৰ শিখৰৰ ওপৰত ফুলি থকা গছৰ তলত এটা সিংহহে বহি আছে। ৬২-৬৩

উদয়নৰ বিজয় অভিযানত শৰৎ ঋতু ভৱিষ্যতে সৌভাগ্যৰ শুভ সূচনা কৰিবলৈ যেন উপস্থিত হ'ল। শৰৎকালে উদয়নক স্বাগত জনালে। শৰৎকালত

নৈ আৰু সৰোবৰৰ পানী কমি গৈছিল। নৈৰ কাষেদি যোৱা পথে সেই পথেদি অনায়াসে আগবাঢ়িবলৈকে তেওঁক যেন নিজেই বাট দেখুৱাই দিছিল। ৬৪

সেনাবিলাকৰ বিবিধ শব্দৰে আকাশ-পাতাল মুখৰিত হৈ উঠিল আৰু অসময়ত গাজি-গুমৰি উঠা মেঘেৰে বৰ্ষা কাল যেন হৈ পৰিল। সৈন্যৰ শব্দৰ ধ্বনি সকলো দিশত প্ৰতিধ্বনিত হ'ল; দিশ বিলাকে যেন ভয়তে পৰস্পৰে পৰস্পৰক উদয়নৰ বিজয় অভিযানৰ এইদৰে সূচনাহে দিলে। যাত্ৰাপথত উদয়নৰ অশ্ববাহিনীৰ ঘোঁৰাবোৰৰ ডিঙিৰ সোণৰ গলপতা সূৰ্য্যৰ কিৰণত এনেকৈ জিলিকি উঠিছিল যেন নীৰাজন[১] উৎসৱৰ মাজেদি স্বয়ং অগ্নিদেৱেহে যেন সৈন্যবাহিনীৰ অনুগমন কৰিছে। ৬৭

গজবাহিনীৰ হাতীবোৰৰ গলধনৰ পৰা কাণৰ দুয়ো কাষে শুকুলা চন্দোৱাৰ ওলমি পৰিছিল আৰু কুমৰ পৰা ওলোৱা মদস্ৰাৱে[২] কপালত লগোৱা সিন্দুৰৰ সৈতে মিহলি হৈ ৰঙা বৰণ ধৰি বৈ আছিল; এনেকুৱা হাতীবোৰ গৈ থাকোঁতে এনেহে অনুমান হৈছিল যেন শুকুলা ডাৱৰে ঢাকি থোৱা, নিজৰ গাৰ ধাতুৰ ৰঙেৰে মিহলি হৈ বৈ থকা ৰঙচুৱা নিজৰাৰে সুশোভিত কিছুমান সৰু সৰু পৰ্বতহে (পৰ্বত পুত্ৰ) গৈ আছে। পৰ্বতে কিজানি (উদয়নৰ পৰাক্ৰমৰ) ভয়তে পুতেকহঁতক উদয়নৰ সৈন্যবাহিনীত যোগ দিবলৈ পঠাইছিল। ৬৮-৬৯

'এই ৰজাই অন্য কাৰো পৰাক্ৰম আৰু শ্ৰী সহ্য কৰিব নোৱাৰে' এইবুলি ভাবিয়েই কিজানি সৈন্যবাহিনীৰ ভৰিৰ খোজত উঠা ধূলিয়ে সূৰ্য্যৰ কিৰণ ঢাকি পেলালে। ৭০

দুয়ো গৰাকী ৰাণীয়ে খোজে খোজে ৰজাৰ পিছে পিছে যোৱাত এনেহে লাগিছিল যেন কীৰ্ত্তি আৰু বিজয় লক্ষ্মীয়েহে ৰজাৰ গুণত আকৃষ্ট হৈ তেওঁৰ অনুগমন কৰিছে। ৭১

ৰতাহত উৰা সৈন্যবাহিনীৰ ধ্বজৰ পতাকাই শত্ৰুক যেন এইবুলি সাৱধান কৰি দিছিল—হয় (ৰজা উদয়নৰ) বশ্যতা স্বীকাৰ কৰা, নহয় পলায় যোৱা। ৭১-৭২

১। নীৰাজন—সৈন্যবাহিনীৰ অস্ত্ৰ-শস্ত্ৰ প্ৰদৰ্শন উৎসৱ।

২। মদস্ৰাৱ—মতা হাতী ডেকা হ'লে কুমেদি এবিধ তেলৰ নিচিনা বস্তু নিগৰি ওলায়, ইয়াকে মদস্ৰাৱ বা ভাটি খোলা বোলে।

প্ৰফুল্ল পদ্মৰাজিৰে সুশোভিত দিশ সমূহেৰে সৈন্যবাহিনীৰ খোজত টল্-মল্ কৰা পৃথিৱীখনক অনন্তনাগে ফণা মেলি ধৰি থকা যেন উদয়নৰ অনুভৱ হ'ল। তেওঁ পদ্মসুশোভিত পথেদি যাত্ৰা কৰিলে। ৭৩

ইতিমধ্যে যৌগন্ধৰায়ণে পঠোৱা গুপ্তচৰবোৰ কাপালিকৰ বেশ ধৰি আহি বাৰাণসীত উপস্থিত হ'ল। সিহঁতৰ ভিতৰত এটাই ভূত-ভৱিষ্যৎ ক'ব পৰা সৰ্বজ্ঞৰ ভাও ধৰি গুৰু হ'ল আৰু বাকীবোৰ হ'ল সেই নকল গুৰুৰ নকল শিষ্য। ৭৪

নগৰত ভিক্ষা কৰিবলৈ যাওঁতে শিষ্যবিলাকে নকল গুৰুৰ মহিমা এইদৰে প্ৰচাৰ কৰিবলৈ ধৰিলে—"আমাৰ গুৰু ত্ৰিকালজ্ঞ। তেখেতে ভিক্ষালব্ধ অন্নেৰেহে প্ৰাণ ধাৰণ কৰে।" গুৰুৰ দৰ্শনাৰ্থীসকলে তেওঁলোকৰ ভৱিষ্যতৰ বিষয়ে সোধোঁতে গুৰুৱে অগ্নিদাহ আদিৰ ভৱিষ্যৎ বাণী কৰিছিল আৰু শিষ্য-বিলাকে ৰাতি মনে মনে গৈ ঘৰত জুই লগাই তেনে ভৱিষ্যৎ বাণী সত্য প্ৰতিপন্ন কৰিছিল। ক্ৰমে গুৰুৰ যশস্যা-খ্যাতি বাঢ়িবলৈ ধৰিলে। ৭৫-৭৭

এইদৰে নকল সাধু বাৰাণসী নগৰত প্ৰসিদ্ধ হ'ল। কিছুদিনৰ মূৰত সেই ৰাজ্যৰ ৰজাৰ প্ৰিয়পাত্ৰ এজন ৰাজকুমাৰক গুৰুৱে নিজৰ সামান্য সিদ্ধিৰ মহিমাৰে তেওঁৰ প্ৰতি আকৃষ্ট কৰিলে। গুৰুৱে ৰাজকুমাৰক শিষ্য ৰূপে গ্ৰহণ কৰিলে। ৭৮

বৎসৰাজৰ সৈতে যুদ্ধ উপস্থিত হোৱাত ব্ৰহ্মদত্তই ৰাজপুত্ৰৰ সৈতে সকলো গোপন বিষয় আলোচনা কৰাত সেই ৰাজপুত্ৰৰ মুখৰপৰাই নকল গুৰুৱে সকলো গোপন তথ্যৰ সম্ভেদ পালে। ৭৯

যোগকৰণ্ডক নামে ব্ৰহ্মদত্তৰ মন্ত্ৰীয়ে বৎসৰাজৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ শত্ৰুৰ সৈন্য বাহিনীৰ নানা কূটাঘাতমূলক ঘটনা ঘটোৱাৰ ব্যৱস্থা কৰিছিল। ৮০

প্ৰত্যেকটো পথৰ (কাষত থকা) গছ-গছনি, ফুল, লতা, ঘাঁহ-বন আৰু কুঁৱা আদি জলাশয় বিহ দি দূষিত কৰাৰ দিহা কৰা হৈছিল। পণ্য নাৰীৰ (বেশ্যা) বেশত কিছু বিষকন্যা[৩] উদয়নৰ সৈন্যৰ মাজলৈ পঠোৱা হৈছিল আৰু ৰাতি গোপনে হত্যা কৰিবলৈ গুপ্তঘাতকো নিযুক্ত কৰিছিল। ৮১-৮২

---

৩। বিষকন্যা—শত্ৰুনাশৰ উদ্দেশ্যেৰে কিছুমান ছোৱালীক জন্মৰ পিছৰ পৰা সামান্য পৰিমাণৰ বিহ দৈনিক খুওৱা হয়। যুৱতী হ'লে এনে কন্যাৰে সৈতে সঙ্গম কৰোঁতা জনৰ থিতাতে মৃত্যু হয়।

ত্ৰিকালজ্ঞৰ বেশধাৰী গুপ্তচৰ গুৰুৱে এইবোৰ গোপন ব্যৱস্থাৰ সম্ভেদ পাই এজন সহকৰ্মীৰ যোগেদি যৌগন্ধৰায়ণক সকলো কথা জনালে। ৮৩

যৌগন্ধৰায়ণে চোৰাং-চোৱাৰ মুখেদি এইবিলাক কথাৰ সম্ভেদ পাই আটাইবোৰ বাটৰ কাষৰ দূষিত গছ-লতা, নাদ-পুখুৰী আদি ঔষধ আদি দি ওলোটা প্ৰক্ৰিয়াৰে শোধন কৰিলে। সৈন্যৰ ছাউনীলৈ অচিনাকি (অপূৰ্ব) স্ত্ৰীৰ প্ৰৱেশ নিষেধ কৰি দিলে আৰু ৰুমাণ্বানৰ দ্বাৰা গুপ্তঘাতক বিলাকক বিচাৰি উলিয়াই এটা এটাকৈ বধ কৰালে। ৮৪-৮৫

কূটনীতি এইদৰে বিফল হোৱাত ব্ৰহ্মদত্তই সেনাবাহিনীৰ ৰণহুঙ্কাৰেৰে দশোদিশ মুখৰিত কৰি অহা উদয়নক দুৰ্জয় বুলি ভাবিলে। ৮৬

ইয়াকে ভাবি ব্ৰহ্মদত্তই মন্ত্ৰীবৰ্গৰ সৈতে পৰামৰ্শ কৰি সন্ধিৰ প্ৰস্তাৱেৰে উদয়নৰ ওচৰলৈ দূত পঠালে আৰু উদয়ন (ৰাজধানীৰ) ওচৰ পোৱাত নিজেই মূৰত অঞ্জলি ধৰি তেওঁৰ ওচৰলৈ আগবাঢ়িল। উপঢৌকন লৈ নিজেই আহি উপস্থিত হোৱা ব্ৰহ্মদত্তক উদয়নে প্ৰীতিপূৰ্বক যথোচিত আদৰ-সম্ভাষণ জনালে; কিয়নো বীৰ পুৰুষসকল সদায় প্ৰণতিত প্ৰসন্ন হয়। ৮৭-৮৮

উদয়নৰ শত্ৰু বিজয়

কাশীৰাজ ব্ৰহ্মদত্ত বিজিত হোৱাৰ পিছত উদয়নে নম্ৰ আৰু প্ৰণত ৰজা-সকলক শান্তনা দিলে আৰু কঠিন প্ৰতিপক্ষক বতাহে গছ উঘলাদি উঘালি পূৱ দিশত শান্তি স্থাপন কৰিলে। ৮৯

প্ৰবল প্ৰতাপী উদয়নে তাৰ পিছত বঙ্গ-বগধ[৪] জয় কৰি ওপৰলৈ ওখহৈ উঠি বহুত দূৰলৈ যোৱা ঢৌৰ পৰিপূৰ্ণ পূৱ সমুদ্ৰৰ পাৰত উপস্থিত হ'ল। উদয়নৰ গঙ্গা বিজয়ত সন্ত্ৰস্ত হৈ সাগৰ যেন ভয়ত কঁপি আছিল আৰু কঁপনিতে যেন ঢৌ উঠিছিল। ৯০

উদয়নে পূৰ্ব সমুদ্ৰৰ তীৰত বিজয় স্তম্ভ স্থাপন কৰিলে। স্তম্ভটো পাতাল পুৰীৰ বাবে অভয় ভিক্ষা কৰিবলৈ পাতালৰ পৰা ওপৰলৈ উঠি অহা সাক্ষাৎ অনন্ত নাগ যেন দেখা হৈছিল। ৯১

৪. 'বঙ্গাবজয় বিত্ৰাস'·······পাঠ দেখা যায়। কোনো ঠাইত আকৌ 'গঙ্গাৱজয়' পাঠো আছে। পৰাজয় অৰ্থত অৱজয়ৰ ব্যৱহাৰ দেখা নাযায়। বঙ্গ আৰু বগধৰ একেলগে উল্লেখ বৈদিক সাহিত্যত আছে। বগধ মগধৰ নিচিনা এখন দেশ।

কলিঙ্গ দেশৰ নৃপতিবৃন্দই কৰ-ভাৰ দি বশ্যতা স্বীকাৰ কৰি উদয়নৰ আগে আগে গৈছিল আৰু লগে লগে গৈ উদয়নৰ যশস্যা মহেন্দ্ৰ পৰ্বতৰ শিখৰ পাইছিল। ৯২

মহেন্দ্ৰ পৰ্বত জয় কৰাত ভয়তে যেন বিন্ধ্য পৰ্বতৰ শিখৰ সদৃশ হাতীৰ জাকেৰে আহি অটবী-ৰাজ[৫] উপস্থিত হ'ল। উদয়নে তেওঁক জয় কৰি তেতিয়া দক্ষিণফালে আগবাঢ়িল। ৯৩

উদয়নৰ বিজয় যাত্ৰাত দক্ষিণ দিশৰ শত্ৰুবিলাকৰ মুখ ভয়তে শেঁতা পৰি গ'ল, তেওঁলোকে শৰৎকালৰ মেঘৰ দৰে বৃষ্টিহীন গৰ্জন কৰি নিঃসাৰ হৈ পৰ্বতৰ ওপৰত আশ্ৰয় ললে গৈ। ৯৪

বিৰাট বাহিনীৰে উদয়ন কাবেৰী পাৰ হ'ল, তেওঁৰ সৈন্যৰ খোজত কাবেৰীত বোকা উঠাৰ লগে লগেই চোলাধিপতিৰ কীৰ্ত্তিও পঙ্কিল হৈ পৰিল, অৰ্থাৎ চোলৰাজ পৰাভূত হ'ল। ৯৫

উদয়নে মুৰল দেশীয় ৰজা সকল মূৰ দাঙি থকাটো সহ্য নকৰিলে; তেওঁলোকেও কৰ[৬]-কাটল দিব লগা হ'ল। কিয়নো বীৰ পুৰুষে অন্যই মূৰ দাঙি থকাটো সহ্য কৰিব নোৱাৰা বাবেই প্ৰিয়তমাৰ উত্তুঙ্গ কুচযুগল সদায় কৰ-মৰ্দিত হয়। ৯৬

উদয়নৰ হাতী বিলাকে যে সাতধাৰাত বিভক্ত গোদাবৰীৰ পানী খাইছিল সেয়ে যেন সাতধাৰা হৈ মদস্ৰাৱেৰে ওলাই আহিছিল। ৯৭

তাৰ পিছত উদয়নে নৰ্মদা পাৰ হৈ উজ্জয়িনী নগৰত প্ৰৱেশ কৰিলে আৰু চণ্ড মহাসেনে তেওঁক অভ্যৰ্থনা জনাই আগবঢ়াই নিলে।

উজ্জয়িনীত উদয়ন ঢিলা খোপাৰ ওপৰত মেৰাই মালা পিন্ধি দুগুণে সৌন্দৰ্য্য শালিনী হৈ উঠা মালৱ-ললনাৰ প্ৰেম কটাক্ষৰ লক্ষ্য হৈ পৰিছিল। ৯৯

শহুৰেক চণ্ড মহাসেনৰ আদৰ-সাদৰৰ মাজত উদয়নে উজ্জয়িনীত কিছুকাল এনেকুৱা সুখ আৰু আৰামত কটালে যে তেওঁৰ নিজ নগৰৰ সুখ-ভোগৰ কথাও মনত নপৰা হ'ল। ১০০

---

৫. 'গজৈৰ্জিত্বাটৱীং ৰাজ্ঞাং'=ৰজা বিলাকৰ হাবিখন হাতীৰে জয় কৰি এনে অৰ্থও হয়।

৬. কৰৈৰাহন্যমানেষু=কৰ বশ্যতা স্বীকাৰ কৰি ৰজাক দিয়া কৰ; কৰ=হাত।

পিতাকৰ গাতে লাগি থকা মহাৰাণী বাসৱদত্তাৰ বাল্য কালৰ কথা মনত পৰিল, আৰু সুখৰ মাজতো তেওঁ অন্যমনস্কা হৈ পৰিল। ৰজা চণ্ড মহাসেন কন্যা বাসৱদত্তাক দেখি যেনেকৈ আনন্দিত হৈছিল, পদ্মাৱতীক দেখিও তেওঁ সিমানে আনন্দ পাইছিল। ১০১-২

সুখৰ যামিনী যাপন কৰি কিছুদিন তাত থকাৰ পিছত বৎসৰাজ উদয়নে শহুৰেকৰ সৈন্য-সামন্ত পৰিবেষ্টিত হৈ পশ্চিম দিশলৈ যাত্ৰা কৰিলে। ১০৩

উদয়নৰ হাতৰ তৰোৱাল নিশ্চয় তেওঁৰ প্ৰতাপস্বৰূপ অনলৰ ধোৱাঁত পৰিণত হৈছিল, কিয়নো সেই তৰোৱালে লাট-ললনা কুলৰ চকুলো ধাৰাসাৰে বোৱাইছিল (লাট[৭] দেশৰ পুৰুষ যুদ্ধত নিহত হোৱাত তিৰোতাবিলাকে চকুলো টুকিছিল)। ১০৪

উদয়নৰ হাতীবোৰে মন্দৰ পৰ্বতৰ ওপৰৰ বৃক্ষৰাজি কঁপাই তোলাত এনেকুৱা অনুমান হৈছিল যেন "এই পৰাক্ৰমী ৰজাই কিজানি দুনাই সমুদ্ৰ মন্থন কৰিবলৈ মোক দাঙি নিয়ে" বুলি ভয়তে 'নিনিবা নিনিবা' বুলি মন্দৰ পৰ্বতে যেন (হাত জোকাৰি) বাধা দিছিল। ১০৫

সচাঁকৈয়ে দিগ্বীজয়ী উদয়ন সূৰ্য্যতকৈও তেজস্বী পশ্চিম দিশত উদয় হোৱা বিলক্ষণ এক সূৰ্য্যহে। ১০৬

পশ্চিম দিশ জয় কৰাৰ পিছত উদয়ন কুবেৰৰ তিলক স্বৰূপ অলকা নগৰী বিৰাজিত আৰু কৈলাসৰ হাঁহিৰে উদ্ভাসিত উত্তৰ দিশ জয় কৰিবলৈ যাত্ৰা কৰিলে। ১০৭

ৰামচন্দ্ৰই বান্দৰ সৈন্যেৰে পৰিবৃত হৈ ৰাক্ষস সংহাৰ কৰাৰ দৰে উদয়নে অশ্বাৰোহী সেনাৰে সুসজ্জিত হৈ ম্লেচ্ছ বিলাকক কাটি-মাৰি বন্দামাৰ কৰিলে। ১০৮

গৰ্জি থকা সমুদ্ৰৰ ঢৌ কোবেৰে আহি বেলাভূমিৰ বৃক্ষৰাজিত খুন্দা মৰাৰ দৰে তুৰস্ক[৮] বিলাকৰ অশ্ব বাহিনীয়েও উদয়নৰ সাগৰ সংকাশ গজ-বাহিনীত আঘাত কৰিছিল। ১০৯

৭. লাট দেশ বৰ্ত্তমানৰ সৌৰাষ্ট্ৰ অঞ্চলত আছিল।

৮. তুৰস্ক=চিথিয়ান বা শক; পিছলৈ যৱন বা মুছলমানক বুজোৱা হৈছিল।

পুৰুষোত্তম বিষ্ণুৱে সুদৰ্শন চক্ৰ ধৰি ৰাহুৰ শিৰশ্ছেদ কৰাৰ দৰেই উদয়নে শত্ৰুৰ পৰা কৰ সংগ্ৰহ কৰি পাপিষ্ঠ পাৰসীকাধিপতিৰ[9] মূৰ কাটি পেলালে। উদয়নৰ হূণ বিনাশৰ যশস্যা কাহিনীয়ে দশো দিশ মুখৰিত কৰিলে আৰু দ্বিতীয় গঙ্গা যেন হৈ হিমাচলত বিচৰণ কৰিবলৈ ধৰিলে। ১১০-১১

উদয়নৰ সৈন্যবাহিনীয়ে বিজয় উল্লাসত আনন্দ-কোলাহল কৰাত শত্ৰু বিলাক ভয়ত পেপুৰা লাগিল। পৰ্বতৰ গুহাত কেৱল আনন্দ-কোলাহলৰ প্ৰতিধ্বনিহে শুনা গ'ল। ১১২

তেতিয়া কামৰূপেশ্বৰৰ মূৰৰ ওপৰৰ পৰা ৰাজছত্ৰ আঁতৰিল; বিষাদ-মলিন মুখেৰে কামৰূপাধি[10]পতিয়ে আহি তেতিয়া উদয়নক প্ৰণিপাত জনালে তাত আশ্চৰ্য্য একো নাই। ১১৩

কামৰূপাধিপতিয়ে কৰ ৰূপে দিয়া হাতীৰে বেষ্টিত হৈ উদয়ন সম্ৰাট হ'ল; পৰ্বতেও যেন হাতীৰ ৰূপত নিজৰ কৰ-ভাৰ তেওঁলৈ আগবঢ়ালে। ১১৪

উদয়নে এইদৰে সসৈন্যে পৃথিৱী জয় কৰি আহি পদ্মাৱতীৰ পিতৃ মগধৰাজৰ ৰাজ্যত উপস্থিত হ'ল। জোনাকী নিশা চন্দ্ৰৰ উদয়ত কামদেৱ উল্লাসিত হোৱাৰ দৰে দুগৰাকী ৰাণীৰে সৈতে উদয়ন আহি উপস্থিত হোৱাত মগধৰাজ অতিশয় প্ৰসন্ন হ'ল। ১১৫-১৬

প্ৰথমে ছদ্মবেশত অজ্ঞাত হৈ আৰু পিছত প্ৰকাশ ভাৱে থকা বাসৱদত্তা মগধৰাজৰ মনত অধিক শ্ৰদ্ধাৰ পাত্ৰীৰূপে পৰিগণিত হ'ল। ১১৭

সকলো নগৰবাসীৰে সৈতে মগধৰাজে উদয়নক আদৰ-অভ্যৰ্থনা জনালে, গুণানুৰক্ত সমগ্ৰ জনতাই জনালে অভিনন্দন। এইদৰে নিজ সৈন্যৰ পয়োভৰেৰে সমগ্ৰ পৃথিৱী জয় কৰি উদয়ন নিজ নগৰ লাৱাণকলৈ উভতি আহিল। ১১৮

ইতি মহাকবি শ্ৰীসোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ সাগৰৰ
লাৱাণক নামৰ তৃতীয় লম্বকৰ চতুৰ্থ তৰঙ্গ
শ্লোক ১১৮

৯. পাৰসীক পাৰস্য দেশীয়।

১০. কামৰূপ = অসম।

## ষষ্ঠ তৰঙ্গ

## বৎসৰাজৰ কথা ( পূৰ্বানুবৃত্ত )

( মূঃ ) সৈন্য-সামন্তই যাতে বিশ্ৰাম লব পাৰে সেই উদ্দেশ্যে উদয়নে কিছুদিন লাৱাণকত জিৰণি ললে। এদিনাখন উদয়নে যৌগন্ধৰায়ণক গোপনে এইদৰে কলে। ১

—"মহোদয় ! আপোনাৰ বুদ্ধিৰ বলতে পৃথিৱীৰ সকলো ৰজাক মই জয় কৰিলোঁ। বুদ্ধি-কৌশলেৰে আয়ত্ত কৰা ৰজা সকলে কেতিয়াও মোৰ বিৰোধিতা নকৰে : কিন্তু বাৰাণসীৰ ৰজা দুৰ্জ্জন ব্ৰহ্মদত্তই হে বিৰুদ্ধাচৰণ কৰিব বুলি মোৰ সন্দেহ হৈছে। কুটিল লোকক কোনো কালে বিশ্বাস কৰিব নোৱাৰি। ২-৩

বৎসৰাজ উদয়নে এইবুলি কোৱাত যৌগন্ধৰায়ণে উত্তৰ দিলে :

—"মহাৰাজ ! ব্ৰহ্মদত্তই আৰু দুনাই কেতিয়াও আপোনাৰ বিৰোধিতা নকৰে। আপোনাৰ দ্বাৰা আক্ৰান্ত হৈ তেওঁ যেতিয়া আপোনাৰ শৰণাগত হৈছিল, তেতিয়া আপুনি তেওঁৰ প্ৰতি অশেষ আদৰ-সন্মান দেখুৱালে। বুদ্ধিমান লোকে হিতৈষী জনৰ প্ৰতি কেতিয়াও অন্যায় আচৰণ নকৰে। যদি কেনেবাকৈ তেওঁ তেনেকুৱা দ্ৰোহ আচৰণ কৰে, তেনেহ'লে তেওঁৰ নিজৰহে অপকাৰ হ'ব। এই প্ৰসঙ্গত মই এটা আখ্যান কওঁ শুনক।" ৪-৬

### ২৪. ফলভূতিৰ কথা :

পূৰ্বেণি কালত পদ্ম প্ৰদেশত অগ্নিদত্ত নামেৰে এজন প্ৰখ্যাত ব্ৰাহ্মণ আছিল। তেওঁ ৰজাই দান কৰা অগ্ৰহাৰ ভূমি[১] ভোগ দখল কৰি জীৱন নিৰ্ব্বাহ কৰিছিল। তেওঁৰ দুটা ল'ৰা আছিল—ডাঙৰটোৰ নাম সোমদত্ত আৰু সৰুটোৰ নাম বৈশ্বানৰ দত্ত। ৭-৮

ডাঙৰ ল'ৰা সোমদত্ত দেখাই-শুনাই ধুনীয়া যদিও মূৰ্খ আৰু উদ্দণ্ড, সৰুটো ল'ৰা বিদ্বান, অধ্যয়ন-প্ৰিয় আৰু বিনয়ী আছিল। দুয়ো বিয়া-বাৰু

---

১. **অগ্ৰহাৰ ভূমি :** ৰজাই পণ্ডিত ব্ৰাহ্মণক জীৱিকা নিৰ্বাহৰ বাবে দান কৰা ভূমি, দান কৰা গাঁও। এনে ভূমি নিষ্কৰ।

কৰোৱাৰ পিছত। পিতাকৰ মৃত্যু হ'ল। পিতৃৰ মৃত্যুত তেওঁলোক দুয়ো অগ্ৰহাৰ ভূমি সমানে দুভাগ কৰি ভোগ কৰিবলৈ ধৰিলে। ৯-১০

দুয়োজনৰ ভিতৰত কনিষ্ঠ বৈশ্বানৰক ৰজাই মান-সন্মান দি প্ৰতিষ্ঠা কৰিলে; কিন্তু ডাঙৰজন সোমদত্তই উদণ্ড হৈ ক্ষত্ৰিয় কামত (যুদ্ধ-বিগ্ৰহ) লিপ্ত হ'ল।

এসময়ত পিতৃ বন্ধু এজন ব্ৰাহ্মণে সোমদত্তক কিছুমান দুষ্ট শূদ্ৰৰ সতে একে গোষ্ঠীভুক্ত হৈ থকা দেখি এইদৰে ক'লে। ১১-১২

—"হেৰা মূৰ্খ সোমদত্ত! অগ্নিদত্তৰ পুত্ৰ হৈ তুমি শূদ্ৰৰ নিচিনা আচৰণ কৰিছা? তোমাৰ ভ্ৰাতৃ ৰজাৰ পূজ্য হোৱা দেখিও তুমি লাজ পোৱা নাইনে?" ১৩

এইকথা শুনা মাত্ৰকে সোমদত্তই গুৰু-গৌৰৱলৈ পিঠি দি লৰি গৈ তেওঁক পদাঘাত কৰিলে। পদাঘাতত ক্ৰুদ্ধ হৈ বিপ্ৰই তাত বহি থকা ব্ৰাহ্মণ আৰু অন্যান্য সকলক সাক্ষী কৰি ৰজাৰ ওচৰত গোচৰ দিবলৈ গ'ল। তেওঁ ৰজাৰ আগত সকলো কথা নিবেদন কৰিলে। ১৪-১৫

ৰজাই তেতিয়া সোমদত্তক ধৰি বান্ধি আনিবলৈ চিপাহী-চন্তৰী পঠালে; সোমদত্তৰ দুষ্ট বন্ধু বিলাকে তেতিয়া অস্ত্ৰ-শস্ত্ৰ লৈ সোমদত্তক ধৰিব খোজা চিপাহী বোৰক হত্যা কৰিলে। এই বাতৰি শুনি ৰজাই খড়ত জ্বলি-পকি সোমদত্তক ধৰি আনিবলৈ দুনাই সৈন্য-সামন্ত পঠালে। সৈন্যবোৰে সোমদত্তক ধৰি অনাত ৰজাই তাক শূলত দিয়াৰ আদেশ দিলে। ১৬-১৭

ঘাতকে সোমদত্তক শূলত দিব ধৰোঁতেই অকস্মাতে সেই ব্ৰাহ্মণজন তাত উপস্থিত হ'ল, কোনোবাই তেওঁক যেন ওপৰৰপৰা মাটিলৈ পেলাই হে দিলে। ভৱিষ্যতে যাৰ মঙ্গল হ'ব লাগে ভাগ্যই তেওঁক ৰক্ষা কৰে। সেই কাৰণেই হবলা সোমদত্তক আকৌ শূলত তুলিব খোজোঁতে ঘাতক বিলাক অন্ধ হৈ পৰিল। ইতিমধ্যে সকলো কথাৰ খবৰ পাই সোমদত্তৰ ভায়েকে অনুনয়-বিনয় কৰি ৰজাক প্ৰসন্ন কৰিলে আৰু ৰজায়ো তেওঁক মৃত্যুদণ্ডৰপৰা ৰেহাই দিলে। ১৯-২০

সোমদত্তই মৃত্যুৰ মুখৰপৰা ৰক্ষা পালে যদিও অপমান বোধ কৰিলে। গতিকে তেওঁ নিজৰ পৰিয়ালৰ সৈতে অন্য দেশলৈ যাবলৈ মন মেলিলে। সোমদত্তৰ বন্ধু-বান্ধৱ সকলে সোমদত্তক অন্যদেশলৈ যাবলৈ মানা কৰিলে।

তেতিয়া সোমদত্তই অভিমানত ৰাজদত্ত উক্ত অগ্ৰহাৰ ভূমিৰ আধা, তেওঁৰ ভাগটো পৰিত্যাগ কৰি তাতে থাকিবলৈ ললে। ২১-২২

জীৱিকাৰ কোনো পথ নোহোৱাত সোমদত্তই উপায়ন্তৰ হৈ খেতি কৰিবলৈ মন কৰিলে আৰু ভাল দিন-ক্ষণ চাই এদিন খেতিৰ উপযোগী মাটি বিচাৰি হাবিলৈ গ'ল। হাবিত ভাল ফচল হোৱা খেতিৰ উপযোগী মাটি এডৰা তেওঁ পালে। সেই মাটি ডৰাৰ মাজত শাখা-প্ৰশাখাৰে বহু ঠাই জুৰি থকা এজোপা আঁহত গছ আছে। ডাল-পাতেৰে সূৰ্য্যৰ তাপ নপৰাকৈ ঠাইখন শীতল কৰি থোৱা গছজোপা খেতি কৰিব খোজা সোমদত্তই আকাশ ঢাকি থোৱা বৰ্ষাকালৰ মেঘ যেনহে ভাবি তেওঁ অতিশয় সন্তুষ্ট হ'ল। ২৩-২৫

'এই আঁহত গছত যি অধিষ্ঠাতৃ দেৱতাই বিৰাজ কৰিছে, মই তেওঁৰেই ভক্ত' এইবুলি কৈ সোমদত্তই সেই আঁহত গছ জোপা প্ৰদক্ষিণ কৰি প্ৰণাম জনালে। তাৰ পিছত মাঙ্গলিক কাৰ্য্য সম্পাদন কৰি আঁহত গছৰ উদ্দেশ্যে প্ৰসাদ উছৰ্গা কৰি যঁৰলিত এহাল গৰু জুৰি হাল বাই খেতিৰ কাম আৰম্ভ কৰিলে। সোমদত্ত দিনে-নিশাই সেই গছজোপাৰ তলতে থাকিবলৈ ললে। তেওঁৰ গৃহিণীয়ে খোৱা বস্তু আনি তাতে যোগান দিবলৈ ধৰিলে। ২৬-২৮

কিছুদিনৰ পিছত শস্য পকিল আৰু সোমদত্তও নিশঙ্ক চিত্তে আছিল; কিন্তু হঠাৎ অন্য এখন ৰাজ্যৰ ৰজাই আক্ৰমণ কৰি তেওঁৰ খেতিৰ শস্য তেনেই লুটি নিলে। শত্ৰু সেনা আঁতৰি গ'ল, কিন্তু শস্য নষ্ট হোৱাত কান্দি-কাটি তেওঁৰ ভাৰ্য্যা বাউলী হৈ পৰিল। খেতিৰ যি অৱশিষ্ট আছিল তাকে সোমদত্তই ভাৰ্য্যাক দি কোনোমতে শান্তনা দিলে। ৩০

ইয়াৰ পিছত সোমদত্তই আগৰ দৰেই বৃক্ষৰ দেৱতাৰ উদ্দেশ্যে প্ৰসাদ আগবঢ়াই সেই গছ জোপাৰ তলতে থাকিবলৈ ধৰিলে; কিয়নো ধৈৰ্য্যশীল লোক বিপদৰ কালত অধিক দৃঢ় হৈ পৰে। এদিনাখন গছৰ তলত অকলে থাকোতে চিন্তা-ভাৱনাত সোমদত্তৰ চকুলৈ টোপনি অহা নাছিল। এনেতে সেই গছজোপাৰপৰা আকাশ-বাণী হ'ল। ৩১-৩২

—"সোমদত্ত! শুনা, মই তোমাৰ প্ৰতি সন্তুষ্ট হৈছোঁ, তুমি শ্ৰীকণ্ঠ দেশৰ আদিত্যপ্ৰভ নামৰ ৰজাৰ ৰাজ্যলৈ যোৱা। তালৈ গৈ ৰাজভৱনৰ দুৱাৰ মুখত তুমি নিতৌ সন্ধ্যা কালৰ অগ্নিহোত্ৰ মন্ত্ৰ উচ্চাৰণ কৰি এই কথাষাৰ কৈ থাকিবা—মই এজন ব্ৰাহ্মণ, মোৰ নাম ফলভূতি। মই যি কৈছোঁ শুনক—

'সৎকাম কৰোঁতা সকলে সুফল লাভ কৰে আৰু বেয়া কাম কৰাসকলে কুফল ভোগ কৰে।'—এই কথাষাৰ তুমি নিতৌ কৈ থাকিলে অশেষ ধন-সম্পত্তি লাভ কৰিব পাৰিবা। এতিয়া সন্ধ্যা সময়ৰ অগ্নিত আহুতি দিয়া মন্ত্ৰ মোৰপৰা শিকি লোৱা। মই এই গছত থকা যক্ষ।"

ইয়াকে কৈ সেই যক্ষই নিজৰ অলৌকিক শক্তিৰে অগ্নিৰ সান্ধ্য আহুতি-মন্ত্ৰ তেওঁক শিকালে। মন্ত্ৰ শিকোৱাৰ পিছত আকাশ-বাণী নীৰৱ হ'ল। ৩৩-৩৭

পিছদিনা পুৱা যক্ষই দিয়া ফলভূতি নাম লৈ সোমদত্তই ভাৰ্য্যাৰে সৈতে শ্ৰীকণ্ঠ দেশলৈ যাত্ৰা কৰিলে। বাটত বহুত অটব্য অৰণ্য পাৰ হৈ অশেষ দুখ-কষ্টৰ মাজেদি সোমদত্ত শ্ৰীকণ্ঠ দেশ পালেগৈ। ৩৮-৩৯

সোমদত্তই শ্ৰীকণ্ঠ দেশৰ ৰাজভৱনৰ দুৱাৰ মুখত উপস্থিত হৈ সান্ধ্য-অগ্নিহোত্ৰ মন্ত্ৰ আদি পাঠ কৰি নিজৰ নাম সোমদত্ত বুলি সকলোৰে শুনাকৈ ক'লে আৰু লগতে ডাঙৰ কৈ কবলৈ ধৰিলে—'সৎ কাম কৰোঁতাই ভাল ফল পায়, আৰু বেয়া কাম কৰোঁতাই কুফল ভোগ কৰে।' সোমদত্তৰ কথাত তাত থকা সকলোৰে কৌতূহল জন্মিল। ৪০-৪১

ফলভূতিয়ে (সোমদত্তই) ঘনে ঘনে এইদৰে কৈ থকা গম পাই ৰজা আদিত্য-প্ৰভই কৌতূহলী হৈ তেওঁক ৰাজভৱনৰ ভিতৰলৈ মতাই নিলে। ফলভূতিয়ে ৰাজ কাৰেঙৰ ভিতৰ সোমাই ৰজাৰ আগতো আগৰ দৰে সেই একেষাৰ কথাকে বাৰে-বাৰে ক'বলৈ ধৰিলে। তাকে শুনি ৰজাই হাঁহিলে আৰু ৰজাৰ ওচৰত বহি থকা সকলেও সেই হাঁহিত যোগ দিলে। ৪২-৪৩

সন্তুষ্ট হৈ ৰজাই আৰু তেওঁৰ সামন্ত সকলেও ফলভূতি ওৰফে সোমদত্তক বহুত বস্ত্ৰ-আভৰণ আৰু গাঁও দান কৰিলে। মহৎ লোকৰ প্ৰসন্নতা কেতিয়াও অথলে নাযায়। দুখ-দৈন্য পীড়িত ফলভূতিয়ে যক্ষৰ অনুগ্ৰহত অপ্ৰয়াসে এইদৰে ৰজাই দিয়া ধন-সম্পত্তি লাভ কৰিলে। ৪৪-৪৫

সদায় সেই আগৰ কথাষাৰকে বাৰে-বাৰে উচ্চাৰণ কৰি থকা বাবে ফলভূতি ৰজাৰ বৰ প্ৰিয়পাত্ৰ হৈ পৰিল। কিয়নো ৰজাসকল ৰসিক পুৰুষ। ৰজাৰ প্ৰিয়পাত্ৰ হোৱা বাবে ফলভূতিয়ে ( সোমদত্ত ) ক্ৰমে ৰাজভৱনত, ৰাজমহিষী-সকলৰ অন্তঃপুৰত আৰু ক্ৰমে সমগ্ৰ ৰাষ্ট্ৰতে মান-সন্মান লাভ কৰিলে।

॥ ৪৬-৪৭ ॥

এদিনাখন ৰজা আদিত্যপ্ৰভ অৰণ্যত মৃগয়া কৰি হঠাতে ৰাজ অন্তঃপুৰলৈ ঘূৰি আহিল। ৰজা অকস্মাৎ অন্তঃপুৰৰ ভিতৰ সোমাব খোজা দেখি দুৱৰী কিং-কৰ্ত্তব্য বিমূঢ় হৈ পৰিল। ৪৮

দুৱৰীৰ আচৰণে ৰজাক স-শংকিত কৰি তুলিলে। ভিতৰ সোমাই ৰজাই কুৱলয়াৱলী নামৰ ৰাণীক দেৱতাৰ আৰাধনাত নিমগ্ন হৈ থকা দেখিলে। কুৱলয়াৱলীয়ে কেবা বিধ ৰঙেৰে অঁকা এটা বিচিত্ৰ মণ্ডলৰ সোঁ মাজত সম্পূৰ্ণ উলঙ্গ হৈ বহি নিমীলিত-নেত্ৰে একান্তমনে মন্ত্ৰ জপ কৰি আছে, মন্ত্ৰ জপোঁতে তেওঁৰ ওঠ দুটা অলপ কঁপি আছে। তেওঁৰ মূৰৰ চুলি ওপৰলৈ থিয় হৈ আছে, কঁপালত সেন্দুৰৰ চৰাচৰ ফোঁট; এই অৱস্থাৰে ৰাণীয়ে তেজ, সুৰা আৰু মানুহৰ মঙহৰ উগ্ৰ বলি ( পূজাৰ প্ৰসাদ ) দেৱতালৈ আগবঢ়াইছে।

॥ ৪৯-৫১ ॥

ৰজা অহা দেখি কুৱলয়াৱলীয়ে থপ্-জপকৈ মাটিৰ পৰা কাপোৰ-কানি তুলি গাত মেৰিয়ালে। ৰজাই 'এইবোৰ কি হৈছে' বুলি সোধাত ৰাণীয়ে ৰজাৰপৰা অভয় প্ৰাৰ্থনা কৰি উত্তৰ দিলে—"মহাৰাজ! আপোনাৰ অভ্যুদয়ৰ বাবেই মই এই পূজা-আৰাধনা কৰিছোঁ। মই কেনেকৈ ক'ৰপৰা এই সেৱা-পূজা শিকিলোঁ আপোনাক কওঁ শুনক।" ৫২-৫৩

২৪ক. কুৱলয়াৱলী আৰু কালৰাত্ৰি :

বহুদিন পূৰ্বে মই পিতৃৰ ঘৰত কন্যা অৱস্থাত থাকোঁতে এদিন উদ্যানত বসন্ত উৎসৱ চাবলৈ গৈছিলোঁ, ( উৎসৱৰ ভিতৰতে ) মোৰ কেইজনীমান সখীয়ে মোৰ কাষলৈ আহি মোক ক'লে। ৫৪

"এই প্ৰমোদ উদ্যানৰ একালে গছ-গছনিৰ তলত দেৱতাৰো দেৱতা সিদ্ধিদাতা জাগ্ৰত গণেশ ( মূৰ্ত্তি ) আছে, গণেশে ভক্তৰ মনস্কামনা পূৰ্ণ হোৱা বৰ দিয়ে। ভক্ত কল্পতৰু ( মনোৰথ পূৰ্ণ কৰোঁতা ) গণেশক তুমি এতিয়া পূজা কৰা হি। ( গণেশ সন্তুষ্ট হ'লে ) তুমি নিশ্চয় নিৰ্বিঘ্নে মনোমত পতি লাভ কৰিবা।" ৫৫-৫৬

এইকথা শুনি মই তেতিয়া নিচেই অজলা বাবে তেওঁলোকক সুধিলোঁ,— "গণেশক পূজা কৰি কুমাৰীয়ে জানো মনোমত স্বামী লাভ কৰিব পাৰে?" ৫৭

মোৰ কথা শুনি তেওঁলোকে মোক ক'লে—"তুমি এইবোৰ কি কথা

কৈছা ? গণেশক পূজা নকৰিলে কাৰো কেতিয়াও সিদ্ধি লাভ নহয়। আমি এতিয়া গণেশৰ প্ৰভাৱৰ বিষয়ে এটা আখ্যান কওঁ, শুনা।” ইয়াকে কৈ তেওঁলোকে মোক এই আখ্যানটো শুনালে। ৫৮-৫৯

২৪ক-খ. **কাৰ্ত্তিকেয়ৰ জন্ম** ঃ

পুৰণি কালত তাৰকাসুৰৰ দ্বাৰা উপদ্ৰুত হৈ দেৱতাবৃন্দই (তাৰকাসুৰ-বধৰ বাবে) মহাদেৱৰ পুত্ৰ দেৱতাসকলৰ সেনাপতি হ'ব লাগে বুলি কামনা কৰিছিল। ইফালে (সেই উদ্দেশ্যে মহাদেৱক কামাসক্ত কৰিবলৈ গৈ) মদন হৰ-কোপানলত ভস্ম হ'ল। মহাদেৱে কঠোৰ ব্ৰহ্মচৰ্য্য পালন কৰি বহুকাল তপস্যাত মগ্ন হৈ অতিবাহিত কৰিলে। গৌৰীয়ে নিজৰ তপস্যাৰ প্ৰভাৱত মহাদেৱক পতি লাভ কৰিলে। গৌৰীয়ে তেতিয়া পুত্ৰ লাভ আৰু কামদেৱৰ পুনৰ্জন্ম কামনা কৰিলে ; কিন্তু উদ্দেশ্য সিদ্ধিৰ বাবে বিঘ্নেশ্বৰ গণেশৰ পূজা কৰিবলৈ পাহৰিলে। পাৰ্বতীয়ে নিজৰ অভীষ্ট লাভৰ বাবে মহাদেৱৰ ওচৰত প্ৰাৰ্থনা জনোৱাত মহাদেৱে ক'লে,—“প্ৰিয়ে! শুনা, পূৰ্বে প্ৰজাপতিৰ মনৰপৰা কামদেৱৰ জন্ম হৈছিল। প্ৰজাপতিৰ সেই মানস পুত্ৰই উপজিয়েই ‘মই এতিয়া কাৰ দৰ্প চূৰ্ণ কৰো’ বুলি অহঙ্কাৰত মত্ত হৈ ব্ৰহ্মাক সুধিছিল। এইদৰে সোধা বাবে ব্ৰহ্মাই তেওঁৰ নাম থলে কন্দৰ্প (কংদৰ্প)। ৬৩-৬৪

ব্ৰহ্মাই ক'লে,—“পুত্ৰ! তোমাৰ বৰ অহঙ্কাৰ হৈছে ; চাবা যাতে অহঙ্কাৰত মত্ত হৈ ত্ৰিনয়নৰ (শিৱ) কোপানলত ভস্মীভূত নোহোৱা। গা বচাই চলিবা।” ব্ৰহ্মাই এইদৰে কোৱা সত্ত্বেও দুষ্ট মদন মোক ক্ষুব্ধ কৰিবলৈ আহি মোৰ ক্ৰোধাগ্নিত ভস্ম হ'ল। গতিকে এতিয়া সশৰীৰে মদন আকৌ সঞ্জীৱিত হ'ব নোৱাৰে। মই নিজৰ শক্তিৰেই তোমাৰ পুত্ৰৰ জন্ম দিম। সাধাৰণ সংসাৰী লোকৰ দৰে সন্তান জন্ম দিবলৈ মোৰ বাবে মদনৰ প্ৰেৰণাৰ কোনো প্ৰয়োজন নাই।” ৬৬-৬৭

মহাদেৱে পাৰ্ব্বতীক এইদৰে কৈ থাকোঁতেই ইন্দ্ৰৰ সৈতে ব্ৰহ্মা আহি তাত উপস্থিত হ'ল। তেওঁলোকে মহাদেৱক স্তুতি কৰি তাৰকাসুৰৰ উপদ্ৰৱৰপৰা দেৱতাবৃন্দক ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা জনালে। শিৱয়ো (তাৰক নিধনৰ বাবে) পাৰ্ব্বতীৰ গৰ্ভত সন্তান জন্ম দিবলৈ স্বীকাৰ কৰিলে। ব্ৰহ্মাৰ প্ৰাৰ্থনা মতে সকলো প্ৰাণীৰে অন্তৰত অশৰীৰী কামৰ আৱিৰ্ভাৱ হ'ব বুলিও শিৱই ক'লে, যাতে সৃষ্টিত বাধা নপৰে আৰু সৃষ্টি ৰক্ষা হয়। ইয়াৰ পিছত শিৱই নিজৰ

অন্তৰত্তো মনোভৱক ( মদন ) ঠাই দিলে। সন্তুষ্ট হৈ ইন্দ্ৰৰ সৈতে ব্ৰহ্মা উলটি গ'ল আৰু পাৰ্ব্বতীয়েও পৰম আনন্দ লাভ কৰিলে। ৬৮-৭১

তেওঁলোক যোৱাৰ কিছুদিনৰ পিছত এদিনাখন শিৱ-পাৰ্ব্বতীৰ সৈতে গোপন ঠাইত ৰতি ক্ৰীড়াত নিমগ্ন হ'ল। ৭২

**কুমাৰৰ জন্ম ঃ**

এশ বছৰ পাৰ হৈ গ'ল, কিন্তু শিৱৰ ৰতি-ক্ৰীড়া শেষ নহ'ল। শিৱৰ মৰ্দনত তিনিও ভুৱন কঁপিবলৈ ধৰিলে। ৭৩

তেতিয়া পৃথিৱী নাশ হোৱাৰ ভয়ত ব্ৰহ্মাৰ নিৰ্দেশমতে শিৱৰ ৰতি-ক্ৰীড়াত বাধাৰ সৃষ্টি কৰিবলৈ দেৱতাবৃন্দই অগ্নিক স্মৰণ কৰিলে। স্মৰণ কৰা মাত্ৰকে অগ্নি আহি তেওঁলোকৰ সন্মুখত উপস্থিত হ'ল। কিন্তু মদন ভস্ম-কাৰী শিৱৰ ভীষণ ক্ৰোধৰ কথা সুঁৱৰি ( শিৱৰ ওচৰ চাপিবলৈ ভয় কৰি ) অগ্নি দেৱতাসকলৰ মাজৰপৰা পলাই গৈ পানীৰ মাজত লুকাই থাকিল। দেৱতাবিলাকে অগ্নিক বিচাৰি ফুৰিবলৈ ধৰিলে। পানীৰ তলত থকা অগ্নিৰ তাপত দগ্ধ হোৱা ভেকুলীবোৰে অগ্নিক বিচাৰি ফুৰা দেৱতাবিলাকৰ আগত অগ্নি লুকাই থকাৰ বাতৰি দিলে। ৭৪-৭৬

'ভেকুলীৰ মাত অস্পষ্ট হ'ব আৰু নিজৰ কথা কেতিয়াও মুখেৰে প্ৰকাশ কৰিব নোৱাৰিব' বুলি অগ্নিয়ে ভেকুলীক অভিশাপ দিলে। অগ্নি তাতে অন্তৰ্দ্ধান হৈ তৎক্ষণাত স্বৰ্গৰ মন্দাৰ বৃক্ষ পালেগৈ। দেৱতাবিলাকে অগ্নিক বিচাৰি গৈ গছৰ খোৰোঙত শামুকৰ ৰূপ ধৰি থকা অগ্নিক দেখিবলৈ পালে কিয়নো ভাটৌ আৰু হাতীয়ে অগ্নি লুকাই থকা কথা দেৱতাবৃন্দক কৈ দিলে। তেতিয়া অগ্নিয়ে গজশুক[১] নাম লৈ দেৱতাৰ আগত দৰ্শন দিলে। ৭৮

( বিশ্বাসঘাতকতাৰ বাবে ) অগ্নিয়ে ভাটৌ আৰু হাতীৰ জিভা ওলোটা হ'বলৈ অভিশাপ দিলে। দেৱতাসকলে স্তুতি-প্ৰাৰ্থনা কৰাত দেৱকাৰ্য্য সাধন কৰিবলৈ অগ্নি কোনোমতে সন্মত হ'ল। ৭৯

অগ্নিয়ে তেতিয়া গৈ নিজৰ উত্তাপেৰে শিৱক ৰতি-ক্ৰিয়াৰ পৰা বিৰত কৰিলে আৰু অভিশাপৰ ভয়ত ভীত হৈ শিৱক প্ৰণাম জনাই দেৱকাৰ্য্যৰ কথা

(১) গজ=হাতী, শুক=ভাটৌ ; অগ্নিৰ এটা নাম গজশুক।

নিৱেদন কৰিলে। শিৱৰ যৌন উত্তেজনা সেই সময়ত চৰম বিন্দু পাইছিল গৈ, গতিকে শিৱই অগ্নিত নিজৰ বীৰ্য্য নিক্ষেপ কৰিলে। কিয়নো অগ্নি বা পাৰ্ব্বতী কোনো শিৱ বীৰ্য্য ধাৰণ কৰিবলৈ সক্ষম নহ'ল। ৮০-৮১

"মই তোমাৰ ঔৰস পুত্ৰৰ জন্ম দিব নোৱাৰিলোঁ" বুলি কৈ খণ্ডত পাৰ্ব্বতী অস্থিৰ হৈ পৰিল। তেতিয়া মহাদেৱে পাৰ্ব্বতীক সান্ত্বনা দি ক'লে, "বিঘ্নেশ্বৰ গণেশক পূজা নকৰা বাবে তোমাৰ পুত্ৰ জন্মত বাধা হৈছে; গতিকে শীঘ্ৰে গণেশৰ পূজা কৰাঁ, যাতে অগ্নিত তোমাৰ পুত্ৰ উৎপন্ন হয়।" ৮২-৮৩

শিৱই এইদৰে কোৱাত দেৱী পাৰ্ব্বতীয়ে গণেশৰ পূজা-অৰ্চনা কৰিলে। শিৱ বীৰ্য্যৰ দ্বাৰা অগ্নিৰ গৰ্ভ উৎপাদন হ'ল। সূৰ্য্যৰ তেজ অগ্নিত প্ৰৱেশ কৰিলে যি দৰে অগ্নি দীপ্তিমান হৈ পৰে সেইদৰে শিৱৰ তেজোময় বীৰ্য্য ধাৰণ কৰি অগ্নিও উজ্জ্বল হৈ পৰিল। তাৰ পিছত অগ্নিয়ে সেই শিৱ বীৰ্য্য বমি কৰি গঙ্গাত নিক্ষেপ কৰিলে। গঙ্গায়ো শিৱৰ আদেশমতে মেৰু পৰ্বতৰ ওপৰৰ বহ্নি কুণ্ডত সেই বীৰ্য্য নিক্ষেপ কৰিলে। ৮৪-৮৬

শিৱৰ অনুচৰবিলাকে বহ্নিকুণ্ডত নিক্ষিপ্ত শিৱ-বীৰ্য বক্ষা কৰিবলৈ ধৰিলে। এহেজাৰ বছৰৰ মূৰত অগ্নিকুণ্ডৰপৰা ছয়ন মুখৰ কাৰ্ত্তিকেয়ৰ জন্ম হ'ল। ৮৭

কুমাৰে তেতিয়া ছয়ন মুখেৰে গৌৰীয়ে নিযুক্ত কৰা ছগৰাকী কৃত্তিকাৰ স্তন্য পান কৰিলে আৰু অলপ দিনৰ ভিতৰতে কুমাৰ ডাঙৰ হ'ল। ৮৮

ইতিমধ্যে তাৰকাসুৰে স্বৰ্গ আক্ৰমণ কৰি দেৱতাবিলাকক যুদ্ধত পৰাস্ত কৰে। পৰাভূত দেৱতাবৃন্দ স্বৰ্গৰপৰা পলায় গৈ মেৰু পৰ্বতৰ দুৰ্গম গিৰি-শৃঙ্গত লুকাই আছিল। দেৱতা আৰু ঋষিসকলে তেতিয়া কাৰ্ত্তিকেয়ৰ ওচৰত আত্মৰক্ষাৰ বাবে আশ্ৰয় ললে আৰু ষড়াননেও (কাৰ্ত্তিকেয়) তেওঁলোকক আশ্ৰয় দিলে। দেৱতাসকলে কাৰ্ত্তিকেয়ক পৰিবেষ্টন কৰি তাত থাকিবলৈ ধৰিলে। ৮৯-৯০

এই কথাৰ সম্ভেদ পাই ইন্দ্ৰই নিজৰ স্বৰ্গ ৰাজ্য হেৰুৱালোঁ বুলি ভাবি ঈৰ্ষালু হৈ কাৰ্ত্তিকেয়ৰ সৈতে যুদ্ধ আৰম্ভ কৰিলে। (দেৱতাবিলাকে কাৰ্ত্তিকেয়ক বেঢ়ি থকাত তেওঁ ইন্দ্ৰৰ স্থান অধিকাৰ কৰাৰ দৰে হৈছিল)। ৯১

ইন্দ্ৰৰ বজ্ৰৰ আঘাতত ষড়াননৰ শৰীৰৰ পৰা শাখ আৰু বিশাখ নামে দুটা অমিত পৰাক্ৰমী পুত্ৰৰ উদ্ভৱ হ'ল। ৯২

কুমাৰ আৰু তেওঁৰ দুই পুত্ৰই ইন্দ্ৰৰ সৈতে যুদ্ধ কৰি থকা দেখি তেতিয়া স্বয়ং শিব কুমাৰৰ ওচৰলৈ আহিল আৰু কুমাৰক যুদ্ধৰপৰা বিৰত কৰিলে। "তাৰকাসুৰক বধ কৰিবলৈ আৰু ইন্দ্ৰৰ ৰাজ্য ৰক্ষাৰ কাৰণে তোমাৰ জন্ম; তুমি তোমাৰ নিজৰ কাম কৰা।" এইবুলি শিৱই কুমাৰক আদেশ দিলে।

॥ ৯৩-৯৪ ॥

এই সময়তে বৃত্ৰ-শত্ৰু ইন্দ্ৰ তাত উপস্থিত হ'ল আৰু প্ৰসন্ন মনেৰে প্ৰণাম জনাই কুমাৰক সেনাপতিৰূপে অভিষিক্ত কৰিবলৈ আগবাঢ়িল। অভিষেক কৰিবলৈ কলহ দাঙিব খোজোঁতেই ইন্দ্ৰৰ ওপৰলৈ দাঙিব খোজা হাতখন জঠৰ হৈ পৰিল, ইন্দ্ৰ শোকত ম্ৰিয়মান হ'ল। তেতিয়া শিৱই ইন্দ্ৰক ক'লে—"ইন্দ্ৰ! তুমি সেনাপতি নিৰ্ব্বাচন কৰাৰ সময়ত গণেশক পূজা কৰা নাই, সেই কাৰণে এই বিঘিনি ঘটিছে। গতিকে, এতিয়া তুমি গণেশক পূজা কৰা।" শিৱৰ উপদেশমতে ইন্দ্ৰই তেতিয়া গণেশৰ পূজা কৰাত ইন্দ্ৰৰ জঠৰ হৈ থকা বাহু লৰচৰ কৰিব পৰা হ'ল আৰু ইন্দ্ৰই কুমাৰক সেনাপতিৰূপে অভিষিক্ত কৰিলে। ৯৫-৯৮

সেনাপতি হৈ কাৰ্ত্তিকেয়ই তাৰকাসুৰক বধ কৰিলে। দেৱতাসকল আনন্দিত হ'ল আৰু পাৰ্ব্বতীয়েও নিজকে পুত্ৰৱতী বুলি ভাবিলে। ৯৯

দেৱি! গণেশক পূজা নকৰিলে দেৱতাৰো কাৰ্য্য সিদ্ধি নহয়, গতিকে তুমি অভীষ্ট বৰ লাভৰ বাবে গণেশৰ পূজা কৰা। ১০০

## ২৪. (ক) কুৱলয়াৱলী আৰু কালৰাত্ৰিৰ কথা :

আৰ্য্যপুত্ৰ! (স্বামী) সখীহঁতে এইদৰে কোৱাত মই গৈ উদ্যানৰ নিৰ্জ্জন ঠাইত থকা গণেশৰ পূজা কৰিলোঁ। পূজাৰ শেষত মই দেখি আচৰিত হলোঁ যে মোৰ সখীহঁতে নিজৰ সিদ্ধিৰ প্ৰভাৱত আকাশত চৰাইৰ দৰে উৰি ফুৰিছে। তাকে দেখি মই আচৰিত হৈ তেওঁলোকক আকাশৰ পৰা তললৈ নমাই আনি তেওঁলোকে কেনেকৈ সিদ্ধিলাভ কৰিলে বুলি সুধিলোঁ। তেওঁলোকে ক'লে।

॥ ১০১-১০৩ ॥

'নৰমাংস ভক্ষণৰ দ্বাৰা এই ডাকিনীমন্ত্ৰ সিদ্ধি হয়। কালৰাত্ৰি নামেৰে এজনী ব্ৰাহ্মণী আমাৰ গুৰু। তেওঁ আমাক এই মন্ত্ৰ দিছে।' ১০৪

সখীহঁতে এইদৰে কোৱাত মোৰ খেচৰী-বিদ্যা-সিদ্ধি (আকাশত উৰি

ফ্ৰৰব পৰা শক্তি ) লাভৰ বাবে হেঁপাহ জন্মিল ; কিন্তু নৰমাংস খাবলৈ বব ভয় লগাত ঘোৰ সন্দেহত পৰিলোঁ। ১০৫

ক্ষন্তেক সময়তে সন্দেহ কাটি কৰি থৈ খেচৰী-বিদ্যাত সিদ্ধি লাভৰ লোভত সকলো সংশয় দূৰ কৰি সখীহঁতক কলোঁ,—'মোকো সিদ্ধিলাভৰ শিক্ষা দিওৱা।' ১০৬

তেতিয়া মোৰ অনুৰোধক্ৰমে তেওঁলোকে গৈ তৎক্ষণাত কুৎসিত আকাৰৰ কালৰাত্ৰিক মাতি আনিলে। কালৰাত্ৰিৰ ৰূপ অতি ভীষণ। চকু গাঁতত সোমোৱা, চেলাউবিবোৰ লগ লগা, নাকটো চেপেটা, ওপৰৰ ফালে গাল দুখন উঠঙা, ওঁঠটো ওলোমা, আগদাঁত উজলা, ডিঙিটো দীঘল, স্তনযুগল তললৈ ওলমি পৰা, ডাঙৰ পেটটো ওলোমা, ভৰি দুটা ফেট মেলা আৰু ডাঙৰ ; বিধতাই কিমাননো কুৰূপা নাৰী স্ৰজন কৰিব পাৰে, ঠিক যেন সেই দক্ষতা দেখুৱাবৰ কাৰণেই এনে ভীষণ নাৰী কালৰাত্ৰিক স্ৰজন কৰিছে। ১০৭-৯

মই গা-পা ধুই গণেশক পূজা কৰি আহিছিলোঁ। কালৰাত্ৰিক দেখি তেওঁৰ চৰণত প্ৰণাম কৰাত তেওঁ মোক নাঙঠ কৰি এটা মণ্ডলত বহুৱালে আৰু ভৈৰবৰ পূজা কৰিবলৈ নিৰ্দেশ দিলে। ১১০

তাৰ পাছত মোক অভিষিক্ত কৰি অভীষ্ট মন্ত্ৰ দান কৰিলে আৰু দেৱতাৰ প্ৰসাদ ৰূপে উৎসৰ্গা কৰা নৰমাংস ভক্ষণ কৰিবলৈ দিলে। মহা মাংস ( নৰ-মাংস ) ভক্ষণ কৰি মই মন্ত্ৰত সিদ্ধিলাভ কৰিলোঁ। দিগম্বৰ অৱস্থাতেই মই সখীহঁতৰ সৈতে আকাশলৈ উৰা মাৰিলোঁ। ১১২

এইদৰে আকাশত সখীহঁতৰ সৈতে কিছুপৰ খেল-ধেমালি কৰি গুৰুৰ আদেশমতে আকৌ পৃথিৱীলৈ নামি আহিলোঁ। তাৰ পিছত অন্তঃপুৰলৈ যাত্ৰা কৰিলোঁ। ১১৩

মহাৰাজ ! মই বালিকা কালতে ডাকিনী-বিদ্যাত সিদ্ধিলাভ কৰি চক্ৰ-বৰ্ত্তিনী ( মন্ত্ৰ সাধনাৰ চক্ৰৰ নায়িকা ) হৈ পৰিলোঁ। সখীহঁতৰ সৈতে মই বহুত নৰমাংসও ভক্ষণ কৰিলোঁ। ১১৪

২৪. (খ) **সুন্দৰক আৰু কালৰাত্ৰিৰ কথা ঃ**

মহাৰাজ ! এই আখ্যানৰ লগতে অন্য এটা কাহিনী কওঁ, শুনক। কাল-ৰাত্ৰিৰ স্বামীৰ নাম বিষ্ণু স্বামী। তেওঁ এজন বেদজ্ঞ ব্ৰাহ্মণ। বেদ বিদ্যা

পাৰদৰ্শী বিষ্ণু স্বামীয়ে নানা দেশৰপৰা তেওঁৰ ওচৰত অধ্যয়ন কৰিবলৈ অহা শিষ্য সকলৰ অধ্যাপনা কৰিছিল। ১১৫-১৬

বিষ্ণু স্বামীৰ শিষ্যবিলাকৰ ভিতৰত সুন্দৰক নামে এজন শিষ্য আছিল; সুন্দৰক সঁচাকৈয়ে ৰূপে-গুণে বিভূষিত বিনয়ী আৰু সচ্চৰিত্ৰ সম্পন্ন। কোনো এসময়ত স্বামী অন্য ঠাইলৈ যোৱাত উপধ্যায় বিষ্ণুমিত্ৰৰ পত্নী কাল-ৰাত্ৰিয়ে কামোন্মাত্তা হৈ নিৰ্জনত সুন্দৰকৰ প্ৰতি কামভাব প্ৰকাশ কৰি ক'লে। ॥ ১১৭-১৮ ॥

কামদেৱে নিশ্চয় কুৰূপ ব্যক্তিক নিজৰ প্ৰভাৱেৰে অধিক উপহাস্যস্পদ কৰে; নহ'লেনো ভীষণ কুৰূপা কালৰাত্ৰিয়ে ৰূপহ সুন্দৰকৰ প্ৰতি যৌন কামনা প্ৰকাশ কৰে নে? ১১৯

কালৰাত্ৰিৰ প্ৰেম নিৱেদনত সুন্দৰক অকণো বিচলিত নহ'ল আৰু তেওঁৰ প্ৰতি অনুৰাগ প্ৰকাশ নকৰিলে। নাৰীয়ে যিমানেই কলা-কৌশল প্ৰকাশ নকৰক লাগে সৎ পুৰুষ নিৰ্বাত-নিষ্কম্প হৈ থাকে। ১২০

প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি সুন্দৰক আঁতৰি যোৱাত কালৰাত্ৰি অসহ্য ক্ৰোধত জ্বলি-পকি উঠিল। খঙৰ কোবত কালৰাত্ৰিয়ে নিজেই দাঁতেৰে কামুৰি আৰু নখেৰে আচুৰি নিজৰ অঙ্গ-প্ৰত্যঙ্গ ক্ষত-বিক্ষত কৰিলে; গাৰ কাপোৰ-কাণি ফালি-ছিৰি আউলী-বাউলী হৈ পৰিল। কালৰাত্ৰি উপধ্যায় ঘূৰি নহালৈকে কান্দি-কাটি সেইদৰেই থাকিল। ১২১-২২

উপাধ্যায় ঘৰলৈ উভতি অহাত কালৰাত্ৰিয়ে তেওঁক ক'লে—"প্ৰভু! এয়া চাওক, সুন্দৰকে মোক বলাৎকাৰ কৰিব খুজি মোৰ কি অৱস্থা কৰিলে।" ১২৩

এইকথা শুনা মাত্ৰকে উপধ্যায় খঙত জ্বলি উঠিল। তিৰোতাৰ ওপৰত থকা বিশ্বাসে জ্ঞানীলোকৰো বুদ্ধি বিবেচনা নাইকিয়া কৰে। ১২৪

সন্ধিয়া পৰত সুন্দৰক যেতিয়া ঘৰলৈ উভতিল তেতিয়া উপাধ্যায়ে অন্যান্য শিষ্যবিলাকেৰে সৈতে লৰি গৈ সুন্দৰকক কিল-ভুকু দিয়াৰ উপৰিও, ভৰিৰে গচকিয়ালে আৰু লাঠিৰেও কোবালে। মাৰৰ কোবত অচেতন হৈ পৰা সুন্দৰকক উপাধ্যায়ে ৰাতি ঘৰৰ বাহিৰ উলিয়াই আলিবাটত অৰক্ষিতভাৱে পেলাই থবলৈ শিষ্যসকলক আদেশ দিলে আৰু শিষ্যসকলেও গুৰুৰ আদেশ পালন কৰিলে। ১২৫-২৬

ৰাতিৰ শীতল বতাহ লাগি আলিবাটত অচেতন হৈ পৰি থকা সুন্দৰকৰ

চেতনা আহিল। নিজৰ শোচনীয় অৱস্থালৈ লক্ষ্য কৰি সুন্দৰকে চিন্তা কৰিবলৈ ধৰিলে। ১২৭

"ধুমুহা বতাহে সৰোবৰৰ স্বচ্ছ বিমল জলৰাশি মলিয়ন আৰু তৰঙ্গ ক্ষুব্ধ কৰাৰ দৰেই স্ত্ৰীৰ প্ৰেৰণাই ৰাজোগুণী পুৰুষৰ নিৰ্মল অন্তৰো ক্ষুব্ধ কৰে। এই কাৰণেই বৃদ্ধ আৰু জ্ঞানী গুৰুৱে ভাৰ্যাৰ অভিযোগত কোনো বিচাৰ-বিবেচনা নকৰাকৈ প্ৰচণ্ড ক্ৰোধত মোৰ প্ৰতি এনে ভীষণ ব্যৱহাৰ কৰিলে। নাইবা, এই কথাষাৰ যথাৰ্থ যে জন্মৰেপৰা কাম আৰু ক্ৰোধ দুয়োটা ৰিপু বিদ্বান ব্ৰাহ্মণ সকলৰো সদায় মোক্ষমাৰ্গৰ দুৱাৰৰ ডাং হৈ আছিছে।

॥ ১২৮-৩০ ॥

পুৰাণ কালত নিজৰ ভাৰ্যাৰ ব্যভিচাৰৰ আশংকা কৰি দেৱদাৰু বনত বাস কৰা মুনিসকল জানো শংকৰৰ প্ৰতি ক্ৰুদ্ধ হৈ পৰা নাছিল? ১৩১

ঋষি-মুনিৰো যে আত্মসংযমৰ অভাৱ ইয়াকে উমাক দেখুৱাবলৈ মহাদেৱেই যে তেনেকৈ নগ্ন ক্ষপণকৰ বেশ ধৰিছিল, অৰণ্যবাসী মুনিসকলে এইকথা নজনাত ছদ্মবেশী ক্ষপণকক মহাদেৱ বুলি চিনিব পৰা নাছিল। অভিশাপ দিয়াৰ পিছত মুনিবিলাকে জগতৰ সমগ্ৰ ৰমণী কুলৰ মন হৰণ কৰোঁতা সেই পুৰুষজনক স্বয়ং মহাদেৱ বুলি জানিব পাৰি দুনাই তেওঁৰে শৰণাপন্ন হৈছিল। দেখা যায় যে কাম-ক্ৰোধ আদি ছয় ৰিপুৰ প্ৰভাৱৰ হাত সাৰি থকা মুনি-সকলো মোহগ্ৰস্ত হয়, এনে স্থলত শ্ৰোত্ৰিয়ৰ (উপাধ্যায়) মতিভ্ৰমৰ কথা আৰু ক'বলৈ কি আছে? ১৩৪

সুন্দৰকে মনতে এইদৰে ভাবি-গুণি চোৰ-ডকাইতৰ ভয়ত বাটৰ পৰা গৈ ৰাতিটো ওচৰতে থকা গোহালি এটাৰ ভিতৰত সোমাই কটালে। ১৩৫

গোহালিটোৰ এচুকত কোনেও নেদেখাকৈ সুন্দৰকে ক্ষন্তেক পৰ থিতু লওঁতেই কালৰাত্ৰি আহি তাত উপস্থিত হ'ল। কালৰাত্ৰিৰ হাতত বীৰ সাধকৰ হাতত থকা উন্মুক্ত (চুটি) তৰোৱাল, তেওঁৰ চকুৰে-মুখে খঙৰ জুই উল্কাৰ দৰে উফৰি পৰিছে। মুখেৰে ফুঁ ফুঁ শব্দ কৰি ভীষণ কুৰূপা কালৰাত্ৰি ডাকিনী চক্ৰ পৰিবেষ্টিতা হৈ গোহালিটোৰ ফালে আগবাঢ়ি আহিল। ১৩৬-১৩৭

কালৰাত্ৰিক তেনেকুৱা ভীষণ ৰূপত দেখি ভয়ত পেপুৱা লাগি সুন্দৰকে ৰাক্ষস নাশ হোৱা প্ৰতি-মন্ত্ৰ জপ কৰিলে। মন্ত্ৰৰ প্ৰভাৱত এচুকত কোঁচ-মোচ খাই লুকাই থকা সুন্দৰকক কালৰাত্ৰিয়ে নেদেখিলে। ১৩৮-৩৯

ইফালে কালৰাত্ৰিয়ে ডাকিনী সখীয়েকহঁতৰ সৈতে আকাশলৈ উৰিব পৰা মন্ত্ৰ পঢ়ি গৰু গোহালিটোৰ সৈতে আকাশলৈ উৰা মাৰিলে আৰু আকাশেদি ক্ষন্তেকতে উজ্জয়নী নগৰত উপস্থিত হ'লগৈ। আনফালে সুন্দৰকেও কালৰাত্ৰিয়ে পঢ়া মন্ত্ৰখিনি শুনি শিকি ল'লে। ১৪০-৪১

মন্ত্ৰৰ প্ৰভাৱত কালৰাত্ৰিয়ে সেই গোহালিটো উজ্জয়নীৰ এখন শাকনিবাৰীত নামালে আৰু তাৰ পিছত মবিশালিত ডাকিনীবিলাকৰ সৈতে ক্ৰীড়ামগ্ন হ'ল। ১৪২

শাকনিবাৰীত থাকোঁতে বৰকৈ ভোক লগাত গোহালিৰপৰা ওলাই গৈ সুন্দৰকে শাকনিবপৰা মূলা উভালি খাই পেটৰ পোৰণি কমালে। ভোক শাম কাটিলত সুন্দৰক আকৌ আহি আগৰ দৰেই গোহালিটোৰ এচুকত সোমাই থাকিল। এনে সময়তে কালৰাত্ৰি মাজৰাতি মবিশালিৰপৰা উলটি আহিল আৰু গোহালিটোৰ ভিতৰ সোমাই মন্ত্ৰৰ প্ৰভাৱত আগৰ দৰেই সখীয়েকহঁতৰ সৈতে নিশাৰ ভিতৰতে আকাশেদি উৰি নিজৰ ঘৰ পালেহি। ১৪৩-৪৫

বাহন স্বৰূপ গোহালিটো যথাস্থানত থৈ কালৰাত্ৰিয়ে সখীয়েকহঁতক বিদায় দিলে আৰু নিজৰ শোৱা কোঠাত সোমাল। ১৪৬

ইফালে সুন্দৰকেও বিপদ-বিঘিনি আৰু বিস্ময়ত অভিভূত হৈ ৰাতিটো কোনোমতে গোহালিটোৰ ভিতৰত কটালে। পিছদিনা পুৱা গোহালিটোৰ-পৰা ওলাই সুন্দৰক নিজৰ বন্ধু-বান্ধৱৰ ওচৰলৈ গ'ল। তেওঁলোকৰ আগত সকলো বৃত্তান্ত বিৱৰি কৈ সুন্দৰক সেই দেশ এৰি বিদেশলৈ যাবলৈ ওলাল, কিন্তু বন্ধু-বান্ধৱে তেওঁক যাবলৈ মানা কৰিলে। মানা কৰাত সুন্দৰক তেওঁলোকৰ লগতে থাকিবলৈ মান্তি হ'ল। সুন্দৰকে তেতিয়া উপাধ্যায়ৰ ঘৰ পৰিত্যাগ কৰিলে আৰু অন্নসত্ৰত ভোজন কৰি বন্ধুসকলৰ সৈতে থাকিবলৈ ল'লে। ১৪৭-৪৯

এদিন দোকানৰপৰা ঘৰুৱা বস্তু-বাহানি কিনিবলৈ আহোঁতে কালৰাত্ৰিয়ে সুন্দৰকক এখন দোকানত দেখিলে। দেখামাত্ৰেই কামাতুৰা হৈ কালৰাত্ৰিয়ে সুন্দৰকৰ ওচৰ পালেগৈ কালৰাত্ৰিয়ে সুন্দৰকক প্ৰেম নিৱেদন কৰি ক'লে— "সুন্দৰক! মোক তুমি এতিয়াও গ্ৰহণ কৰি মোৰ কামনা পূৰ্ণ কৰা। মোৰ জীৱন তোমাৰ হাতৰ মুঠিত।" ১৫০-৫১

কালৰাত্ৰিয়ে এইদৰে কোৱাত সংচৰিত্ৰৱান সুন্দৰকে উত্তৰ দিলে,

—"আপুনি এনেকুৱা অধৰ্ম্ম কথা ক'ব নাপায়। আপুনি মোৰ গুৰু-পত্নী, মাতৃতুল্যা।" সুন্দৰকৰ কথাত কালৰাত্ৰিয়ে লগে লগে ভেঙুচালি কৰি উত্তৰ দিলে—"তুমি যদি ধৰ্ম্মৰ দোহাই দিছাঁ, তেনেহ'লে প্ৰাণদান কৰাৰ মহা ধৰ্ম পালন নকৰা কিয়? মোৰ প্ৰাণৰক্ষা কৰাঁ। মোৰ প্ৰাণ তোমাৰ বাবে যাওঁ-যাওঁ হৈছে। প্ৰাণদানতকৈ কিবা আৰু ডাঙৰ ধৰ্ম্ম আছে জানো?" ১৫২-৫৩

তাকে শুনি সুন্দৰকে দুনাই উত্তৰ দিলে,—"মাতৃ! আপুনি এনেকুৱা ভাব মনলৈ কেতিয়াও নানিব। গুৰু-পত্নী-গমন ক'ৰবাত ধৰ্ম্ম হ'ব পাৰে জানো?" ১৫৪

সুন্দৰকে এইদৰে প্ৰত্যাখ্যান কৰাত কালৰাত্ৰিয়ে তৰ্জন-গৰ্জন কৰি খঙত নিজেই নিজৰ গাৰ চাদৰখন ফালি-ছিৰি বাটতে মাটিত দলিয়াই পেলাই থৈ নিজৰ ঘৰ পালেগৈ। ঘৰ পাই স্বামীক দেখি কালৰাত্ৰিয়ে মাটিত পৰি থকা নিজৰ চাদৰখনলৈ আঙুলিয়াই ক'লে,—"সুন্দৰকে মোক বলাৎকাৰ কৰিব খুজি মোৰ গাৰপৰা কাপোৰ-কানি আজুৰি নি মোৰ কি দশা কৰিছে চাওক।" ভাৰ্য্যা কালৰাত্ৰিৰ কথা শুনি উপাধ্যায়ে খঙেৰে গৈ 'সুন্দৰক বধৰ যোগ্য' বুলি ঘোষণা কৰিলে, আৰু অন্নসত্ৰত সুন্দৰকৰ খোৱা-বোৱা বন্ধ কৰি দিলে। ১৫৭

সুন্দৰক বিৰক্ত হৈ দুনাই সেই দেশ এৰি যাবলৈ ওলাল। পূৰ্বে তেওঁ গোহালিত কালৰাত্ৰিৰ মুখৰপৰা শুনি যি মন্ত্ৰ শিকিছিল, সেই মন্ত্ৰৰ প্ৰভাৱত তেওঁ আকাশেদি উৰি যোৱাৰ ক্ষমতা লাভ কৰিছিল যদিও, তললৈ নমা মন্ত্ৰফাঁকি হ'লে তেওঁৰ মনত নাছিল, শুনিছিল যদিও পাহৰিলে। গতিকে আকাশৰপৰা তললৈ নমা মন্ত্ৰ শিকাৰ উদ্দেশ্যে সেই নিশা আকৌ সুন্দৰক সেই গোহালিটোলৈ গ'ল।

ঘৰটোৰ এচুকত বৈ থাকোঁতে আগৰ দৰেই কালৰাত্ৰি তালৈ আহিল আৰু গোহালিৰ ভিতৰ সোমাই আকাশেদি পূৰ্বৰ দৰেই গোহালিটোৰে সৈতে উজ্জয়িনী নগৰলৈ উৰি গ'ল। উজ্জয়িনী পাই কালৰাত্ৰিয়ে এখন শাকিনি-বাৰীত মন্ত্ৰৰ বলেৰে গোহালিটো নমালে, আৰু আগৰ দৰেই নৈশ ক্ৰীড়াৰ বাবে মাংশালি পালেগৈ। ১৬০-৬১

গোহালিটো তললৈ নামোৱা মন্ত্ৰটো আকৌ শুনিছিল যদিও সুন্দৰকৰ এইবাৰো মনত নৰল, পাহৰিলে। কিয়নো গুৰুৰ উপদেশ নহ'লে কেতিয়াও মন্ত্ৰ সিদ্ধ নহয়। ১৬২

সেইদেখি সন্দৰকে সেই নিশাও শাকনিবাৰীত সোমাই আগৰ দৰেই পেটৰ ভোকত মূলা খালে আৰু কিছুমান মূলা লগত লৈ যাবলৈ বুলি উভালি আনি গোহালিত থ'লেহি। আগৰ দৰেই সুন্দৰক গোহালিত মনে মনে সোমাই থাকিল। কালৰাত্রি গোহালিলৈ ঘূৰি আহি গোহালি সোমাই আকাশেদি উৰি উজ্জয়িনী পালেহি। গোহালিটো যথাস্থানত থৈ কালৰাত্রি নিজৰ ঘৰলৈ গ'ল। সুন্দৰকো নিজৰ ঘৰলৈ আহিল। ১৬৩-৬৪

লগত অনা মূলাখিনি বেচি যি পইছা পোৱা যায় তাবে খোৱা বস্তু কিনিবলৈ বুলি সুন্দৰক পিছদিনা পুৰা মূলা বেচিবলৈ বজাৰলৈ গ'ল। ১৬৫

সুন্দৰকে বজাৰত মূলা বেচি থাকোঁতে মালৱ দেশৰ ৰাজকৰ্ম্মচাৰী কেইজনমানে সেই মূলাবিলাক তেওঁলোকৰ দেশৰ মূলা বুলি চিনি পাই পইছা-পাতি নিদিয়াকৈ সুন্দৰকৰ পৰা গোটেইখিনি মূলা কাঢ়ি ল'লে। ১৬৬

তেতিয়া মালৱদেশীয় কৰ্মচাৰীবোৰাৰ সৈতে সুন্দৰকৰ কাজিয়া লাগিল। সিহঁতে সুন্দৰকক ধৰি-বান্ধি ৰজাৰ ওচৰলৈ নিলে আৰু সুন্দৰকে তেওঁলোকৰ গালৈ শিল দলিওৱাৰ অভিযোগ আনিলে। সুন্দৰকৰ বন্ধুবিলাকো তেওঁৰ পিছে পিছে ৰাজসভালৈ আহিল। ১৬৭

দুষ্ট ৰাজকৰ্ম্মচাৰীয়ে ৰজাৰ আগত সুন্দৰকৰ বিৰুদ্ধে অভিযোগ কৰি ৰজাক জনালে—"মালৱ দেশত হোৱা মূলা কেনেকৈ সদায় তুমি কান্যকুব্জত বেচা ? এইবুলি আমি এওঁক বাৰে বাৰে সোধাতো এওঁ আমাৰ কথাৰ কোনো উত্তৰ নিদিলে বৰং আমাৰ গালৈ শিল দলিয়াই আমাক মাৰিবহে খুজিছিল।" ৰজাই তেতিয়া সেই অদ্ভুত কাৰ্য্যৰ বিষয়ে সুন্দৰকক সুধিলে। সুন্দৰকৰ হৈ তেওঁৰ বন্ধুবিলাকেই উত্তৰ দিলে—"মহাৰাজ ! যদি আমাক লগত লৈ এওঁক ৰাজপ্ৰাসাদৰ ওপৰত উঠিবলৈ দিয়া হয়, তেনেহ'লে এওঁ তাত সকলো বৃত্তান্ত ভাঙি-পাতি ক'ব, নহ'লে প্ৰকাশ কৰিব নোৱাৰে।" ১৬৮-৭০

'বাৰু' বুলি শলাগি ৰজাই সুন্দৰকক সবান্ধৱে প্ৰাসাদৰ ওপৰলৈ নিয়ালে। ক্ষন্তেকতে ৰজাৰ চকুৰ আগতে মন্ত্ৰৰ প্ৰভাৱত প্ৰাসাদৰ সৈতে সুন্দৰক আকাশলৈ উৰিল। ১৭১

বন্ধুসকলক লগত লৈ উৰি গৈ সুন্দৰক প্ৰয়াগ পালেগৈ। ভাগৰ লগাত তেওঁ তাতে অলপ সময় ৰ'ল। সেই সময়ত প্ৰয়াগৰ সঙ্গমত এজন ৰজাই স্নান কৰি থকা সুন্দৰকৰ চকুত পৰিল। স্নানাৰ্থী ৰজাক দেখি সুন্দৰকে ( উৰি

যোৱা প্ৰাসাদৰ ) গতি বন্ধ কৰি প্ৰাসাদটো গঙ্গালৈ নমালে। তাত থকা সকলোৱে সুন্দৰকৰ আচৰিত কাৰ্য্য বিস্ময়েৰে লক্ষ্য কৰিলে। সুন্দৰক স্নান কৰি থকা ৰজাৰ কাষ চাপিল। ১৭২-৭৩

ৰজাই বিনম্ৰভাৱে সুধিলে,—“আপুনি কোন, আৰু কিয় বা আকাশৰপৰা গঙ্গালৈ নামিল? সকলো কথা আমাক কওক।” ৰজাই এইদৰে সোধাত সুন্দৰকে উত্তৰত মিছা কথা ক'লে—“মই মহাদেৱৰ গণ ( অনুচৰ )। মোৰ নাম মুৰজক। মনুষ্য-সুলভ সুখ-ভোগ কৰিবলৈ মহাদেৱৰ আজ্ঞাত মই আপোনাৰ ওচৰলৈ আহিছো।” ১৭৪-৭৫

সুন্দৰকৰ কথা সঁচা বুলি ৰজাৰ প্ৰত্যয় জন্মিল। ৰজাই তেতিয়া বহুত ৰমণী, ধন-ৰত্ন আৰু ভোগ-বিলাসৰ বিবিধ সামগ্ৰীৰে পৰিপূৰ্ণ এখন নগৰ সুন্দৰকক উপভোগৰ বাবে দান কৰিলে। ১৭৬

সুন্দৰক ৰজাই দান কৰা নগৰখনলৈ গ'ল। সুন্দৰকে বন্ধুসকলক লগত লৈ নগৰখনৰ সৈতে মন্ত্ৰৰ প্ৰভাৱত উৰা মাৰি আকাশচাৰী হ'ল। দুখ-দৈন্যৰ কষ্টভোগ নকৰাকৈ সুন্দৰকে সেই নভোগামী নগৰত নিজৰ আশা পূৰ্ণ হোৱাকৈ সুখ-ভোগত বহুকাল অতিবাহিত কৰিলে। সুন্দৰক সোণৰ পালেংত শোৱে, দীপ-লিপ গাভৰুৱে তেওঁক চোৱঁৰেৰে বিচে, সুন্দৰী ৰমণীয়ে নিতৌ তেওঁৰ মনোবাসনা পূৰ্ণ কৰে। এইদৰে সুন্দৰকে দেৱৰাজৰ দৰে নভো নগৰত স্বৰ্গীয় সুখ উপভোগ কৰিবলৈ ধৰিলে। ১৭৭-৭৮

এইদৰে থাকোঁতে এসময়ত সুন্দৰকৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ আকাশচাৰী এজন সিদ্ধই তেওঁক আকাশৰপৰা পৃথিৱীলৈ অৱতৰণ কৰিব পৰা মন্ত্ৰ প্ৰদান কৰিলে। ১৭৯

অৱতৰণ মন্ত্ৰ লাভ কৰি সুন্দৰকে তেতিয়া নিজ দেশ কান্যকুব্জলৈ আহিল আৰু আকাশৰপৰা মাটিলৈ নামিল। ১৮০

ঐশ্বৰ্য্য-সম্পদেৰে পৰিপূৰ্ণ নগৰ এখন আকাশৰপৰা পৃথিৱীলৈ অৱতৰণ কৰাৰ বাতৰি পাই কৌতুহলবশতঃ ৰজা নিজেই আহি তাত উপস্থিত হ'ল। ৰজাই সুন্দৰকক চিনি পাই ‘কি গুণ বৃত্তান্ত’ বুলি সুধিলে। ৰজাই সোধাত উপস্থিত বুদ্ধি-সম্পন্ন সুন্দৰকে কালৰাত্ৰি সংক্ৰান্ত বৃত্তান্তৰ লগতে নিজৰ সকলো কথা ৰজাৰ আগত ক'লে। ১৮১-৮২

ৰজাই তেতিয়া কালৰাত্ৰিক ৰাজসভালৈ অনাই তেওঁক ঘটনাৰ বিষয়ে

সুধিলে। কালৰাত্ৰিয়ে নিৰ্ভয়ে উদ্ধতভাৱে সকলো কথা সঁচা বুলি স্বীকাৰ কৰিলে। ১৮৩

কালৰাত্ৰিৰ স্বীকাৰোক্তিত ৰজাৰ বৰ খং উঠিল। ৰজাই কালৰাত্ৰিৰ কাণ দুখন কটাৰ হুকুম দিলে। ৰজাৰ আদেশত ৰক্ষীবোৰে ধৰিব খোজোঁতেই সকলোৰে চকুৰ আগতে থিতাতে কালৰাত্ৰি অন্তৰ্ধান হ'ল। ৰজাই নিজ ৰাজ্যত কালৰাত্ৰিৰ বস-বাস নিষিদ্ধ কৰি দিলে আৰু সুন্দৰকক আদৰ-সন্মান জনালে। সুন্দৰক মন্ত্ৰৰ প্ৰভাৱত দুনাই আকাশলৈ উৰি গ'ল। ১৮৪-৮৫

## ২৪ক. কুৱলয়াৱলী আৰু কালৰাত্ৰি :

ৰাণী কুৱলয়াৱলীয়ে নিজৰ স্বামী ৰজা আদিত্যপ্ৰভক এই আখ্যান কৈ দুনাই মন্তব্য কৰিলে—"মহাৰাজ ! ডাকিনী মন্ত্ৰ সিদ্ধিৰ প্ৰভাৱ এনেকুৱা। ইয়াৰ প্ৰভাৱত অদ্ভুত ঘটনা ঘটে। মোৰ পিতৃৰাজ্যত এইকথা সকলোৰে সুবিদিত। ১৮৬-৮৭

মহাৰাজ ! মই কালৰাত্ৰিৰ শিষ্যা বুলি আপোনাক আগতে কৈছোঁৱেই। মই পতিব্ৰতা, সেইদেখি পাতিব্ৰত্যৰ প্ৰভাৱত মোৰ সিদ্ধি তেওঁতকৈয়ো অধিক। আপোনাৰ অভ্যুদয়ৰ বাবে পূজা-অৰ্চনা কৰি থাকোঁতে আজি আপুনি মোক দেখিলে। এই সময়ত মই বলি দিবলৈ বলিৰ যোগ্য এজন পুৰুষক মন্ত্ৰেৰে আকৰ্ষণ কৰি আনিব খুজিছিলোঁ। ১৮৮-৮৯

মহাৰাজ ! আপুনিও এতিয়া আমাৰ সম্প্ৰদায়ভুক্ত হওক আৰু মন্ত্ৰ সিদ্ধিৰে জয় কৰা নৃপতিবৃন্দৰ মূৰত আপোনাৰ চৰণ যুগল স্থাপন কৰক (তেওঁলোকক পদানত সেৱক কৰক)।" ১৯০

ডাকিনী তন্ত্ৰ-মন্ত্ৰত দীক্ষিত হৈ ক'ত মহামংস (নৰ মাংস) ভক্ষণ আৰু ক'ত ৰজাৰ ৰাজত্ব ! ওহোঁ, এইটো একেবাৰে অসম্ভৱ বুলি ৰজাই ৰাণীৰ আগ্ৰহত বাধা দিলে। ৰজাৰ প্ৰত্যাখ্যানত ৰাণী প্ৰাণত্যাগ কৰিবলৈ ওলাল। গতি বিষম দেখি ৰজাই ৰাণীৰ প্ৰস্তাৱত সন্মতি জনালে। সাংসাৰিক বিষয়ত (স্ত্ৰী আদিৰ প্ৰতি) আসক্ত লোক জানো কেতিয়াবা সৎপথত থাকিব পাৰে ? ১৯১-৯২

ৰজাৰ সন্মতিত ৰাণী সন্তুষ্ট হ'ল। ৰাণীয়ে তেতিয়া আগতে পূজা কৰা মণ্ডলত নি ৰজাক বহুৱালে আৰু তেতিয়া প্ৰতিজ্ঞাবদ্ধ ৰজাক ক'লে—

"আপোনাৰ আশ্ৰয়ত ফলভূতি নামৰ যিজন ব্ৰাহ্মণ আছে, বলি দিবলৈ মই তেওঁকে মন্ত্ৰেৰে আকৰ্ষণ কৰিব খুজিছিলোঁ। ১৯৩-৯৪

মন্ত্ৰৰে পুৰুষক আকৰ্ষণ কৰি অনাটো বৰ কষ্টসাধ্য ; গতিকে মহানসৰ ( ৰান্ধনি ঘৰ ) কোনো ৰান্ধনিক আমাৰ মাৰ্গত দীক্ষিত কৰি লওক যাতে সেই ৰান্ধনিয়ে নিজেই ফলভূতিক হত্যা কৰে আৰু নিজেই সেই নৰ মাংস ৰান্ধে। ১৯৫

আপুনি নৰ বলিৰ মাংস খাবলৈ ঘিণ নকৰিব ; সাধন-অৰ্চন শেষ হ'লে নিশ্চয় সিদ্ধিলাভ হ'বই। সিদ্ধিয়েই হৈছে সৰ্বোত্তম বস্তু।" ১৯৬

পাপলৈ ভয় থকা সত্ত্বেও প্ৰিয়তমা পত্নীৰ অনুৰোধত ৰজা সেই কাম কৰিবলৈ মান্তি হ'ল। স্ত্ৰীৰ অনুৰোধ ৰক্ষা কৰা সঁচাকৈয়ে কষ্টদায়ক। ১৯৭

তেতিয়া সাহসিক নামৰ এটা সূপকাৰ ( ৰান্ধনি ) তালৈ মাতি অনা হ'ল আৰু তাৰ মনত ডাকিনী-মন্ত্ৰ সিদ্ধিৰ বিশ্বাস জন্মাই তাক দীক্ষিত কৰা হ'ল। তাৰ পিছত ৰাজদম্পতীয়ে একেলগে সূপকাৰক ক'লে। ১৯৮

"সূপকাৰ! শুনা, 'আজি ৰজাই মহাৰাণীৰে সৈতে একেলগে ভোজন কৰিব ; গতিকে সোনকালে ৰন্ধা-বঢ়া কৰা' ; তোমাক যি এই বাৰ্তাৰ দিবলৈ আহিব, তাকে তুমি হত্যা কৰিবা, সেই পুৰুষৰ মাংসেৰে তুমি আমাৰ দুয়োলৈকে সুস্বাদু প্ৰাতঃভোজন প্ৰস্তুত কৰিবা।" সূপকাৰ ৰজা-ৰাণীৰ দ্বাৰা এইদৰে আদিষ্ট হৈ ঘৰলৈ উলটি গ'ল। ১৯৯-২০০

পিছদিনাখন পুৱা ফলভূতি আহি ৰজাৰ আগত উপস্থিত হোৱাত ৰজাই তেওঁক এইবুলি আদেশ দিলে, "ফলভূতি! মহানসলৈ ( ৰান্ধনি ঘৰ ) গৈ সাহসিক নামৰ ৰান্ধনিটোক মোৰ আদেশমতে কোৱাঁগৈ—"মহাৰাজে আজি ৰাণীৰে সৈতে একেলগে সুস্বাদু আহাৰ খাব, গতিকে তুমি এতিয়া সোনকালে ৰজা-ৰাণীৰ বাবে উত্তম ভাত-আঞ্জা ৰন্ধা-বঢ়া কৰা।" ২০১-২

'যিবা আজ্ঞা মহাৰাজ!' বুলি ফলভূতি ৰাজ-অন্তঃপুৰৰ বাহিৰলৈ ওলাই আহিল। সেই সময়তে দৈৱক্ৰমে চন্দ্ৰপ্ৰভ নামৰ ৰাজকুমাৰ আহি ফলভূতিৰ আগত উপস্থিত হৈ ক'লে,—"ফলভূতি! এই সোণখিনি লোৱা, অতি শীঘ্ৰে সোণাৰিৰ হতুৱাই মোক এজোৰ কাণৰ কুণ্ডল গঢ়াই দিয়া, আগতে পুজনীয় পিতৃদেৱৰ বাবে যেনেকুৱা কৰাইছিলা, ঠিক তেনেকুৱা এযোৰকে কৰাবা।"

॥ ২০৩-৪ ॥

ৰাজপুত্ৰৰ অনুৰোধত তেতিয়াই ফলভূতি সোণখিনি লৈ কুণ্ডল গঢ়াবলৈ সোণাৰিৰ ওচৰলৈ গ'ল। যোৱাৰ আগতে ফলভূতিয়ে ৰজাৰ আদেশৰ বিষয়ে কোৱাত ৰাজকুমাৰে নিজেই ৰান্ধনিক ৰজাৰ আদেশ জনাবলৈ বুলি অকলশৰে-আপোনমনে ৰান্ধনি ঘৰ পালেগৈ। ২০৫-৬

ইফালে ৰজাৰ আদেশ পালন কৰিবলৈ ৰান্ধনি সাহসিক আগৰেপৰা সাজু হৈ আছিল, ৰজাৰ আদেশ জনাবলৈ যোৱা ৰাজপুত্ৰক দেখা মাত্ৰকে সাহসিকে ছুৰিৰে আঘাত কৰি তৎক্ষণাত বধ কৰিলে। ২০৭

ৰাজপুত্ৰৰ মাংসৰে সাহসিকে ব্যঞ্জন ৰান্ধিলে, ৰজা আৰু ৰাণীয়ে সাধন-অৰ্চন কৰাৰ পিছত কিনো খাইছে নজনাকৈ সেই মাংসকে দুয়ো খালে। ২০৮

পিছত ৰজাই নৰ মাংস খোৱাৰ অনুতাপত দগ্ধ হৈ ৰাতিটো খৰ্-মৰাই কটালে। পিছদিনা পুৰা হাতত এজোৰ কুণ্ডল লৈ অহা ফলভূতিক দেখি হতভম্ব হৈ ৰজাই ফলভূতিক একে উশাহে কুণ্ডলৰ বিৱৰণ সুধিলে। ফলভূতিয়েও তেওঁ কুণ্ডল গঢ়োৱাৰ বিষয়ে সকলো কথা ক'লে। কথা শুনি ৰজা শোকত মূছ-কচ্ গৈ মাটিত বাগৰি পৰিল। ২০৯-১০

'হা পুত্ৰ ! ক'লৈ গ'লা' বুলি ৰজাই কান্দি কান্দি নিজৰ ভাৰ্য্যাক নিন্দা কৰি নিজকো ধিক্কাৰ দিলে। মন্ত্ৰীবৰ্গই ঘটনাৰ বিষয়ে সোধাত ৰজাই সকলো কথা অকণো লুক্-ঢাক নকৰাকৈ বৰ্ণনা কৰিলে। লগতে ৰজাই ফলভূতিয়ে নিতৌ কৈ থকা "ভাল কাম কৰোঁতাই ভাল ফল পায় আৰু পাপ কাম কৰাজনে পাপৰ ফল ভোগ কৰে" বোলা কথাষাৰ উল্লেখ কৰিলে। ২১১-১২।

মাটিলৈ দলিওৱা কন্দুক (খেলাৰ বলজাতীয় বস্তু) যেনেকৈ ওপৰলৈ উফৰি আহে ঠিক তেনেকৈ আনৰ অপকাৰ কৰিব খোজোঁতাজনৰ নিজৰ গালৈকে আপদ ঘূৰি আহে অৰ্থাৎ নিজৰে অপকাৰ হয়। আমি মহাপাপী, আমি ব্ৰহ্মহত্যা কৰি ব্ৰাহ্মণৰ মাংস ভক্ষণ কৰিব খোজোঁতে নিজ পুত্ৰক বধ কৰি পুত্ৰৰ মাংস খাবলগা হ'ল,—এইবুলি ৰজাই অনুতাপ কৰিবলৈ ধৰিলে।

॥ ২১৩-১৪ ॥

ৰজাৰ কথা শুনি মন্ত্ৰীবৰ্গই শোকে-বেজাৰে তলমূৰ কৰিলে। ৰজাই কোনোমতে তেওঁলোকক আশ্বাস দি উক্ত ফলভূতিকে নিজ ৰাজ্যৰ ৰজা পাতিলে। ফলভূতিৰ ৰাজ্যাভিষেক সম্পন্ন কৰি পুত্ৰহীন ৰজাই পাপৰ

প্ৰায়শ্চিত্ত কৰিবলৈ ৰাণীৰে সৈতে জ্বলা জুইত জাঁপ দি আত্মজাহ দিলে। অৱশ্যে তাৰ আগতেই অনুশোচনাৰ অগ্নিত ৰজা দগ্ধ হৈছিল। ২১৫-১৬

ফলভূতিয়ে ৰাজ্যলাভ কৰি সমগ্ৰ পৃথিৱী শাসন কৰিলে। এইদৰেই সৎকাৰ্য্যৰ সুফল আৰু অসৎ কাৰ্য্যৰ কুফলৰ প্ৰমাণ ফলভূতিয়ে নিজৰ গাতে পালে। ২১৭

বৎসৰাজ উদয়নৰ আগত এই আখ্যান কৈ যৌগন্ধৰায়ণে দুনাই ৰজাক ক'লে। ২১৮

"মহাৰাজ! কাশীৰাজ ব্ৰহ্মদত্তক পৰাজয় কৰিও আপুনি তেওঁৰ প্ৰতি ভাল ব্যৱহাৰ কৰিছিল। এনে অৱস্থাতো যদি ব্ৰহ্মদত্তই আপোনাৰ বিৰুদ্ধাচৰণ কৰে তেনেহ'লে আপুনি তেওঁক নিশ্চয় উচিত দণ্ড দিব পাৰিব।" ২১৯

প্ৰধান মন্ত্ৰী যৌগন্ধৰায়ণৰ পৰামৰ্শ ৰজাই সজ বুলি শলাগিলে। তাৰ পিছত নিত্য কৰ্ম্ম কৰিবলৈ ৰজা উঠি গ'ল। ২২০

ইয়াৰ পিছত এদিনাখন দেশজয়ৰ গৌৰৱেৰে বিভূষিত পৰাক্ৰমী ৰজা উদয়নে লাৱণকৰপৰা নিজৰ নগৰ কৌশাম্বীলৈ যাত্ৰা কৰিলে। সৈন্য-সামন্ত পৰিবেষ্টিত উদয়ন ক্ৰমে গৈ কৌশাম্বী নগৰত উপস্থিত হ'ল। উদয়নৰ আগমনত চাৰিওফালে উৰি থকা পতাকাৰে নগৰখনে যেন ওপৰলৈ হাত দাঙি নাচিহে আছিল।

নগৰৰ ৰমণীবৃন্দই পদুম তুল্য নয়নেৰে যেন এখন পদুম ফুলৰ সৰোবৰহে সৃষ্টি কৰিছিল। বতাহত কঁপি থকা পদুমৰ দৰেই যেন ৰমণীসকলৰো নয়ন-পদ্ম কঁপি আছিল। ২২৩

চাৰণ আৰু স্তুতি-পাঠকবিলাকে ৰজাৰ 'বন্দনা গীত' গাই আছে, আৰু সামন্ত ৰজাসকলে উদয়নক প্ৰণাম জনাইছে। এনে উৎসৱ-মুখৰ পৰিৱেশত উদয়নে ৰাজভৱনত প্ৰৱেশ কৰিলে। ২২৪

নানা দেশৰপৰা অহা শৰণাগত ৰজাসকলক উদয়নে আনুগত্যৰ অনুশাসন প্ৰদান কৰিলে আৰু তাৰ পিছত বংশ-পৰম্পৰা ক্ৰমে পোৱা অমূল্য ৰত্নৰূপে ৰক্ষিত মহামূল্য সিংহাসনত বিজয় গৌৰৱেৰে আৰোহণ কৰিলে। ২২৫

সেই সময়ত বিবিধ বাদ্যৰ গম্ভীৰ ধ্বনিয়ে গগন-পৱন মুখৰিত কৰাত এনেহে অনুমান হৈছিল যে উদয়নৰ মন্ত্ৰীসকলে দিয়া পাৰিতোষিকত সন্তুষ্ট

হৈ একো-একোজন দিক্‌পালে একো-একোটি দিশৰপৰা ৰজা উদয়নৰ বিজয় প্ৰশংসাহে উদ্ঘোষণ কৰিছে। ২২৬

বহুত দেশ জয় কৰি আহৰণ কৰা অশেষ ধন-ৰত্ন নিৰ্লোভি ৰজা উদয়নে তেতিয়া ব্ৰাহ্মণসকলক দান কৰিলে আৰু ৰাজ্যত মহোৎসৱ পাতি সামন্ত নৃপতি আৰু অমাত্য বৰ্গক দান-মানেৰে কৃতাৰ্থ কৰিলে। ২২৭

মেঘ-গৰ্জনৰ পিছত ধাৰাসাৰে বৰষুণ হোৱাৰ দৰে মৃদঙ্গৰ মেঘমন্দ্ৰ ধ্বনিৰ পিছত যোগ্য পাত্ৰৰ ওপৰত ৰজা উদয়নৰ ধন-ৰত্ন আৰু মান বৰ্ষণ হ'বলৈ ধৰিলে। প্ৰজাসকলেও মৃদঙ্গৰ গম্ভীৰ ধ্বনিকে মেঘগৰ্জন বুলি ভাবি বৰষুণ হোৱাৰ সম্ভাৱনাত খেতিৰ পথাৰ ভৱিষ্যতে শস্যেৰে উপচি পৰিব বুলি আশা কৰিলে। এইদৰে ৰাজ্য জুৰি মহোৎসৱ চলিল।

পৃথিৱী জয় কৰি কৃতকৃত্য হোৱা ৰজা উদয়নে সেনাপতি ৰুমন্বান আৰু মন্ত্ৰী যৌগন্ধৰায়ণৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ কৰি বাসৱদত্তা আৰু পদ্মাৱতীৰ সৈতে মনৰ সুখত আনন্দেৰে কাল অতিবাহিত কৰিলে। ২২৯

কীৰ্তি আৰু শ্ৰীৰ তুল্য বাসৱদত্তা আৰু পদ্মাৱতীৰ মাজত বহি উদয়নে নিজৰ যশস্যা স্বৰূপ জোনালী নিশা উপভোগ কৰিবলৈ ধৰিলে আৰু যেন শত্ৰুৰ প্ৰতাপহে নিঃশেষ কৰিছে এনেদৰে সুৰাপানত মত্ত হৈ পৰিল। ২৩০

ইতি শ্ৰীমহাকবি সোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ-সাগৰৰ
তৃতীয় লম্বকৰ ষষ্ঠ তৰঙ্গ ;
শ্লোক ২৩০
তৃতীয়, লম্বক শ্লোক, ১১৯৮

# কথাসৰিৎ-সাগৰ

॥ এই মহৎ কথামৃত প্ৰাচীন কালত পাৰ্বতীৰ প্ৰণয়-ৰূপ মন্দৰ পৰ্বতৰ আলোড়নৰ ফলত হৰৰ মুখ-সমুদ্ৰৰপৰা অমৃতৰূপে ওলাইছিল। যিসকলে আগ্ৰহেৰে এই কথামৃত পান কৰে, মহাদেৱৰ প্ৰসাদত তেওঁলোকে নিৰ্বিঘ্নে সমৃদ্ধি লাভ কৰি এই পৃথিৱীত দেৱতুল্য হৈ বিৰাজ কৰে ॥

# চতুর্থ লম্বক : নৰবাহন দত্তৰ জন্ম

## প্ৰথম তৰঙ্গ

## উদয়নৰ কথা ( পূৰ্বানুবৃত্ত )

বিঘ্নৰাজ গণেশে নিজৰ কাণ দুখনেৰে কোবাই কুলাচল ( কুল পৰ্বত ) দুভাগ কৰি যেন কাৰ্য্যসিদ্ধিৰ বাবেহে পথ মুকলি কৰি দিয়ে ; বিঘ্নবিনাশক গণেশৰ জয় হওক ! ১

উদয়নে তেতিয়া কৌশাম্বী নগৰত অৱস্থান কৰি বিজিত সমগ্ৰ পৃথিৱীৰ একছত্ৰী ৰজা হৈ ৰাজসুখ উপভোগ কৰিবলৈ ধৰিলে। ২

মুখ্যমন্ত্ৰী যৌগন্ধৰায়ণ আৰু সেনাপতি ৰুমণ্বানৰ ওপৰত সমগ্ৰ ৰাজ্যভাৰ ন্যস্ত কৰি উদয়ন নৰ্মসচিব বসন্তকৰ সৈতে একান্তভাৱে সাংসাৰিক সুখ উপভোগত নিমগ্ন হৈ পৰিল। উদয়নে নিজে বীণা বজায় আৰু বাসৱদত্তা আৰু পদ্মাৱতীৰে সৈতে সঙ্গীত সাধনা কৰে। মহিষী বাসৱদত্তাৰ কণ্ঠৰ মধুৰ কাকলি আৰু উদয়নৰ বীণাৰ ঝংকাৰ এনেকৈ মিলি গৈছিল যে বীণা বজাওঁতে কঁপি উঠা উদয়নৰ হাতৰ বুঢ়া আঙুলিটোৱেহে পাৰ্থক্য সূচনা কৰিছিল ; অৰ্থাৎ কোনে গীত গাইছে আৰু কোনে বীণা বজাইছে সেইটো বুঢ়া আঙুলিৰ কম্পনতহে বুজিব পৰা হৈছিল। ৩-৫

চন্দ্ৰৰ জ্যোৎস্নাত ৰাজপ্ৰাসাদে ধৱল বৰণ ধাৰণ কৰাত উদয়নৰ শুভ্ৰ যশস্যাৰাশি প্ৰতিবিম্বিত হোৱা যেনহে লাগিছিল। ধাৰ নিছিগাকৈ মদিৰা-পাত্ৰত ঢালি থকা মদিৰা উদয়নে এনেদৰে পান কৰিছিল যেন শত্ৰুৰ মদ ( গৰ্ব ) হে সেইদৰে পান কৰিছে। ৬

নিৰ্জনত উপৱিষ্ট উদয়নৰ বাবে পৌৰ সুন্দৰীসকলে সোণৰ কলহত কলহে কলহে মদিৰা ঢালৈ অনাত এনেহে লাগিছিল যেন কামদেৱক অভিষিক্ত কৰিবলৈহে সুন্দৰী যুৱতীবৃন্দই তীৰ্থৰপৰা সোণৰ কলহত অভিষেকৰ জল কঢ়িয়াই আনিছে। ৭

বাসৱদত্তা আৰু পদ্মাৱতীৰ মাজত উপৱিষ্ট উদয়নৰ অনুৰাগৰঞ্জিত ৰক্তিম

অন্তৰৰ দৰেই দুয়োগৰাকী ৰাণীৰ অনুৰাগত আৰক্তিম মুখ মদিৰাত প্ৰতি-বিম্বিত হৈছিল ; উদয়নে নিজৰ অন্তৰ যেন হোৱা সেই মদিৰা পান কৰিবলৈ ধৰিবলে। ৮

বাসৱদত্তা আৰু পদ্মাৱতীৰ পৰস্পৰ ঈৰ্ষা আৰু ক্ৰোধ নথকা সত্ত্বেও দুয়োৰে মুখ ( মদিৰা পানত ) আৰক্তিম হৈ উঠিছিল। তেওঁলোক দুয়োৰে অনুৰাগ-ৰক্তিম কুঞ্চিত ভ্ৰূ-সুশোভিত মুখলৈ চাই চাই উদয়নৰ হেঁপাহ পলোৱা নাছিল। ৯

ৰঙচুৱা সুৰাৰে পৰিপূৰ্ণ শুভ্ৰ স্ফটিকৰ সুৰাপাত্ৰেৰে ভৰি থকা উদয়নৰ পানভূমি ( সুৰাপান কৰা ঠাইখন ) প্ৰভাতী সূৰ্য্যৰ হেঙুল কিৰণত ৰঙা হৈ জিলিকি পৰা পদুমেৰে ভৰপূৰ ( সৰোবৰ ) যেন হে দেখা গৈছিল। ১০

উদয়নে পলাশ পাতৰ নিচিনা সেউজীয়া সাজ-পোছাক পিন্ধি ধনুকাঁড় লৈ চিকাৰিবিলাকৰে সৈতে শ্যামল অৰণ্যত প্ৰায়ে মৃগয়া কৰিবলৈ যায় ; তেওঁৰ পোছাকৰ শ্যামল বৰ্ণ অৰণ্যৰ শ্যামলিমাৰে সৈতে একে হৈ পৰে। সূৰ্য্যই উজ্জ্বল ৰশ্মিৰে ঘোৰ অন্ধকাৰ নাশ কৰাৰ দৰে উদয়নেও বোকাত লেটি লৈ থকা অন্ধকাৰ তুল্য বনৰীয়া বৰাহকুল সংহাৰ কৰিছিল। ১১-১২

উদয়নে বনৰীয়া গাহৰি মাৰিবলৈ খেদি যাওঁতে ভয়তে হৰিণাবোৰে উদয়নলৈ ঘূৰি-ঘূৰি চাই চাৰিওফালে লৰি পলোৱাত তেওঁ পূৰ্ব্বে জয় কৰা দিশসমূহে হে যেন তেওঁৰ প্ৰতি বিলোল দৃষ্টিপাত কৰিছে—এনেকুৱা লাগিছিল।[১] ১২-১৩

কোনো ঠাইত উদয়নে বনৰীয়া ম'হ মাৰিছিল। ম'হৰ তেজেৰে ৰঙালী হৈ পৰা ঠাইখন ৰঙা পদুমেৰে ভৰি থকা যেন হে দেখা গৈছিল। ম'হৰ শিঙৰ খোচৰপৰা মুক্ত হৈ সেই ঠাইখনে যেন কৃতজ্ঞতাৰে উদয়নৰ প্ৰতি সেৱাহে জনাইছিল। ১৪

ভয়ঙ্কৰ সিংহই মুখ মেলি আহোঁতে সিংহৰ উন্মুক্ত মুখত উদয়নে যাঠিৰে আঘাত কৰাত সিংহই ভীষণ গৰ্জ্জন কৰি প্ৰাণত্যাগ কৰাত উদয়নে আনন্দ পাইছিল। ১৫

১. হৰিণাৰ চঞ্চল দৃষ্টি ৰমণীৰ বিলোল কটাক্ষৰ সৈতে তুলনা কৰা হৈছে আৰু দিশসমূহক ৰমণীৰূপে কল্পনা কৰা হৈছে।

মৃগয়া কালত উদয়নে অৰণ্য আৰু পৰ্বতৰ গুহালৈ চিকাৰি কুকুৰ এৰি দিছিল আৰু পহুৰ বাটত জাল পাতিছিল—এইদৰে তেওঁ মৃগয়াৰ আনন্দ উপভোগ কৰিছিল। ১৬

**উদয়নৰ প্ৰতি নাৰদৰ উপদেশ ঃ**

উদয়নে এইদৰে মৃগয়া-সুখ উপভোগ কৰিছিল। এদিন ৰাজসভাত উদয়ন বহি থাকোঁতে অকস্মাৎ দেৱৰ্ষি নাৰদ আহি তেওঁৰ সন্মুখত উপস্থিত হ'ল। ১৭

নিজৰ অপূৰ্ব কান্তিৰে নাৰদ ইমান দীপ্তিমান্ হৈ আহিছিল স্বয়ং সূৰ্য্যহে যেন নিজৰ বংশজৰ ( উদয়ন সূৰ্য্যবংশজ ) প্ৰতি আকৃষ্ট হৈ তেজঃপুঞ্জেৰে পৃথিৱীত অৱতীৰ্ণ হৈছে।

উদয়নে নাৰদ মুনিৰ যথোচিত আতিথ্য-সৎকাৰ কৰিলে। উদয়নৰ আতিথ্যত নাৰদ অতিশয় সন্তুষ্ট হ'ল ; ক্ষন্তেক জিৰাই মুনিয়ে ক'লে। ১৯

**পাণ্ডু ৰজাৰ আখ্যান ঃ**

বৎসৰাজ! মই চমুকৈ এটা আখ্যান কওঁ, শুনা। পূৰ্বাণ কালত পাণ্ডু নামে এজন ৰজা আছিল। পাণ্ডু তোমাৰ পূৰ্ব-প্ৰপিতামহ ( পূৰ্বপুৰুষ )। মহা তেজস্বী পাণ্ডুৰো তোমাৰ দৰেই দুগৰাকী ভাৰ্য্যা আছিল। এগৰাকীৰ নাম কুন্তী আৰু আন গৰাকীৰ নাম মাদ্ৰী। পাণ্ডুৱে স-সাগৰা পৃথিৱী জয় কৰি এসময়ত মৃগয়া কৰিবলৈ বুলি অৰণ্যলৈ গৈছিল। ২০-২২

অৰণ্যত এসময়ত কিন্দম নামে এজন মুনিয়ে মৃগৰূপ ধৰি মৃগীৰূপী ভাৰ্য্যাৰে সৈতে মৈথুনাসক্ত হৈ আছিল। পাণ্ডুৱে সেই অৱস্থাতে দুয়োকে শৰ মাৰি বধ কৰিলে। ২৩

বাণ-বিদ্ধ মৃগৰূপী মুনি প্ৰাণ কণ্ঠাগত হোৱাত মুনিয়ে মৃগৰূপ পৰিত্যাগ কৰি স্বৰূপ ধাৰণ কৰি ৰজাক অভিশাপ দিলে।—"মহাৰাজ! আপোনমনে বিহাৰ কৰি থকা মোক একো বাচ-বিচাৰ নকৰাকৈ তুমি নিষ্ঠুৰভাৱে হত্যা কৰিলা ; সেইকাৰণে ভাৰ্য্যাৰে সৈতে ৰমণকালত তোমাৰো মোৰ দৰেই মৃত্যু হ'ব।" অভিশাপ শুনি পাণ্ডু অত্যন্ত বিষন্ন হৈ পৰিল আৰু হাতৰ ধনুশৰ দলিয়াই পেলালে। ২৪-২৫

অভিশপ্ত পাণ্ডুৱে ভয়তে সকলো সাংসাৰিক সুখ-সম্ভোগ পৰিত্যাগ কৰি

অৰণ্যৰ শান্ত তপোবনত দুয়োগৰাকী ভাৰ্য্যাৰে সৈতে বাস কৰিবলৈ ধৰিলে। ২৬

তপোবনত বাস কৰি থাকোঁতেই মুনিৰ অভিশাপৰ প্ৰভাৱত এদিন পাণ্ডু ৰজা প্ৰিয়তমা ভাৰ্য্যা মাদ্ৰীৰ সৈতে অকস্মাৎ ৰমণাসক্ত হৈ মৃত্যুৰ মুখত পৰিল। মহাৰাজ! সেইদেখি মৃগয়া হৈছে ৰজাৰ বাবে সকলো অনৰ্থৰ মূল। ২৭-২৮

মৃগয়া ভয়ঙ্কৰ ৰাক্ষসীৰ নিচিনা। ৰাক্ষসীৰ দৰে মৃগয়াই বিকট শব্দ কৰে, কেঁচা মঙহ খায়, ধূলিৰে নিজৰ গা লুটুৰি-পুতুৰি কৰে; ৰাক্ষসীৰ চুলিৰ দৰেই মৃগয়াৰো চুলি ঠিয় আৰু ডাল-ডাল হৈ থাকে, আৰু দাঁত ওলাই থাকে। এনেকুৱা ৰক্ষসীৰূপী মৃগয়াৰপৰা[২] কাৰনো কল্যাণ হ'ব পাৰে? ২৯

গতিকে কষ্টসাধ্য আৰু অনৰ্থৰ মূল মৃগয়া তুমি এৰি পেলোৱা। মৃগয়াত বনৰীয়া জন্তু, চিকাৰি আৰু চিকাৰিৰ বাহন (হাতী-ঘোঁৰা) তিনিওৰে সমানে প্ৰাণৰ সংশয়। ৩০

তোমাৰ পূৰ্বপুৰুষ মোৰ পৰম মিত্ৰ আছিল; সেই কাৰণে তুমিও মোৰ প্ৰিয়পাত্ৰ। ইয়াৰ উপৰিও ভৱিষ্যতে কামদেৱৰ অংশৰূপে তোমাৰ এটি পুত্ৰ জন্ম হ'ব। সেই বিষয়ে কওঁ, শুনা। ৩১

অতীত কালত কামদেৱ হৰ-কোপানলত ভস্ম হোৱাত কাম-পত্নী ৰতিয়ে স্বামীৰ পুনৰ্জীৱনৰ অৰ্থে হৰক স্তুতি-প্ৰাৰ্থনা কৰিছিল। প্ৰাৰ্থনাত সন্তুষ্ট হৈ হৰে ৰতিক সংক্ষেপে এইদৰে কৈছিল—"গৌৰীয়ে পৃথিৱীত নিজ অংশেৰে অৱতীৰ্ণ হৈ পুত্ৰ কামনাৰে মোৰ আৰাধনা কৰিব আৰু কামদেৱৰ জন্মদাত্ৰী হ'ব।" ৩২-৩৩

চণ্ড মহাসেনৰ কন্যা আৰু তোমাৰ ভাৰ্য্যা বাসৱদত্তা গৌৰী অংশসম্ভূতা। বাসৱদত্তাই শিৱক আৰাধনা কৰাৰ ফলস্বৰূপে শিৱৰ অংশজাত এটি পুত্ৰ লাভ কৰিব। বাসৱদত্তাৰ গৰ্ভজাত সেই পুত্ৰ সকলো বিদ্যাধৰ চক্ৰৱৰ্ত্তী ৰজা হ'ব। ৩৪-৩৫

নাৰদ মুনিৰ কথাত ৰজাৰ প্ৰত্যয় জন্মিল; ৰজাই সমগ্ৰ পৃথিৱী মুনিক

২. মৃগয়াক ৰাক্ষসীৰে সৈতে তুলনা কৰি মৃগয়া কৰোঁতে হোৱা কোলাহল, মৃগয়া কৰোঁতাৰ শৰীৰ বৰ্ণনা কৰা হৈছে। ৰাক্ষসীৰ দাঁতৰ দৰে ধনুত লগোৱা শৰ ওলাই থাকে।

দান কৰিলে। নাৰদে দান গ্ৰহণ কৰি পৃথিৱী ৰজাক প্ৰত্যৰ্পণ কৰিলে আৰু ঠিতাতে অন্তৰ্ধান হ'ল। নাৰদৰ প্ৰস্থানৰ পিছত ৰজা উদয়ন আৰু ৰাণী বাসৱদত্তা দুয়ো পুত্ৰ লাভৰ কামনা অন্তৰত লৈ চিন্তা-ভাৱনাৰ মাজেদি কাল অতিবাহিত কৰিবলৈ ধৰিলে। ৩৬-৩৭

**পিঙ্গলিকা ব্ৰাহ্মণীৰ কথা :**

এদিনাখন উদয়ন ৰাজসভাত বহি থাকোঁতে নিত্যোদিত নামৰ ৰজাৰ মুখ্য দ্বাৰপালে আহি উদয়নৰ আগত নিৱেদন কৰিলে—"মহাৰাজ! দুটা কেঁচুৱা লৈ এজনী দুখীয়া বামুণী মহাৰাজক দৰ্শন কৰিবলৈ বুলি দুৱাৰমুখত বৈ আছেহি।" ৩৮-৩৯

দুৱৰীৰ কথা শুনি ৰজাই দৰ্শন প্ৰাৰ্থিনীক আহিবলৈ অনুমতি দিয়াত শুকাই-খীনাই শেঁতাপৰা মলিন বেশৰ এগৰাকী ব্ৰাহ্মণী আহি ৰজাৰ সন্মুখত উপস্থিত হ'ল। ৪০

মহিলা গৰাকীয়ে গাত মেৰিয়াই লোৱা জীৰ্ণ-শীৰ্ণ বস্ত্ৰখন তেওঁৰ লুপ্তপ্ৰায় মান-সম্ভ্ৰমৰ বাহ্যিক ৰূপ যেন হৈছিল আৰু দুকাষে লৈ থকা কেঁচুৱা দুটা মহিলাৰ দুঃখ আৰু দৈন্যৰ প্ৰতীক স্বৰূপ আছিল। এই অৱস্থাৰে ব্ৰাহ্মণীয়ে ৰজাক যথোচিত সন্মানপূৰ্বক প্ৰণাম জনাই নিৱেদন কৰিলে।

"মহাৰাজ! মই ব্ৰাহ্মণ মহিলা, সজ্বংশত মোৰ জন্ম। দুৰ্ভাগ্যৰ বাবে মোৰ এনে দুৰ্গতি হৈছে। দৈৱবশতঃ মোৰ এই দুটা যজা ল'ৰা জন্মিছে; কিন্তু মই অনাহাৰে থকাত ইহঁতক খুৱাবলৈ মোৰ স্তনত দুগ্ধ নাই। মহাৰাজ! সেইদেখি ঘোৰ বিপদত পৰি মই শৰণাগতৰ আশ্ৰয়দাতা মহাৰাজৰ ওচৰত আশ্ৰয় লৈছোঁ। এতিয়া প্ৰভুৰ যি ইচ্ছা তাকে কৰক।" ৪৪

ব্ৰাহ্মণীৰ প্ৰাৰ্থনা শুনি দয়ালু ৰজা উদয়নে দুৱৰীক আদেশ দিলে। "এই মহিলাক দেৱী বাসৱদত্তাৰ ওচৰলৈ লৈ যোৱাঁ।" ৰাজ-আদেশত দুৱৰীয়ে মহিলাক বাসৱদত্তাৰ ওচৰলৈ নিলে। আগে আগে গৈ দুৱৰীয়ে বাট দেখুৱাই নিয়াত তেওঁৰ শুভকৰ্মইহে যেন সজপথেদি তেওঁক নিছে—এনে প্ৰতীতি জন্মিছিল। ৪৫-৪৬

ব্ৰাহ্মণ-বনিতাক ৰজাই দুৱৰীৰে সৈতে তেওঁৰ ওচৰলৈ পঠাইছে বুলি জানি বাসৱদত্তাই তেওঁক শ্ৰদ্ধাৰে গ্ৰহণ কৰিলে। এহাল যঁজা ল'ৰাৰে সৈতে দীন-হীন বেশৰ ব্ৰাহ্মণীক দেখি বাসৱদত্তাই ভাবিবলৈ ধৰিলে—'বিধাতাৰ যে কি আচৰিত বিধান! প্ৰকৃত সজ বিষয়ত ঈৰ্ষা আৰু অবস্তু বিষয়ত অনুৰাগ।

এই অৱস্থাত এওঁৰ একেলগে দুটা ল'ৰা আৰু মোৰ আজিলৈকে এটাও হোৱা নাই।' ৪৭-৪৯

এইদৰে চিন্তা কৰি বাসৱদত্তা গা-ধুবলৈ উঠিল আৰু ব্ৰাহ্মণীৰ স্নান আদিৰ বাবে ব্যৱস্থা কৰিবলৈ নিজৰ লিগিৰীহঁতক আদেশ দিলে। ৫০

লিগিৰীহঁতে গা-পা ধুৱাই ব্ৰাহ্মণীক নতুন কাপোৰ পিন্ধিবলৈ দিলে আৰু ভাল সুমিষ্ট আহাৰ খাবলৈ দিলে। স্নান-ভোজন কৰি মহিলাই স্বস্তিৰ নিশ্বাস এনেদৰে পেলালে যেন বহুতদিন খৰাং হৈ থকা ভূমিখণ্ডৰপৰা নতুন বৰষুণত সুগন্ধহে ওলাইছে। ৫১

খাই-বৈ আশ্বস্ত হোৱাৰ পিছত কথা-বতৰা পাতি যুক্তিৰে পৰীক্ষা কৰিবলৈ বুলি ৰাণী বাসৱদত্তাই উক্ত ব্ৰাহ্মণীক ক'লে—"মনোবিনোদনৰ বাবে এটা সাধুকে কোৱাচোন, শুনো।" তাকে শুনি 'যিবা আজ্ঞা' বুলি ব্ৰাহ্মণীয়ে এটা সাধু ক'বলৈ আৰম্ভ কৰিলে। ৫২-৫৩

## ২৫. ৰজা দেৱদত্ত আৰু তেওঁৰ গণিকা-পত্নীৰ কথা :

পুৰণি কালত জয়দত্ত নামেৰে এজন সামন্ত ৰজা আছিল। তেওঁৰ পুত্ৰৰ নাম দেৱদত্ত। লাহে লাহে পুতেক ডেকা হোৱাত বুদ্ধিমান্ ৰজাই পুতেকৰ বিয়াখন নো ক'ত পাতিব চিন্তা কৰিবলৈ ধৰিলে। ৫৪-৫৫

'ৰাজলক্ষ্মী গণিকাৰ তুল্য ; অতিশয় চঞ্চলা, যোগ্যতা-সম্পন্নজনে গণিকাৰ দৰে ৰাজলক্ষ্মীক নিজ শক্তিৰে উপভোগ কৰে। বণিক কুলৰ লক্ষ্মী কিন্তু কুলস্ত্ৰীৰ দৰে স্থিৰ, অন্যাসক্ত নহয়। গতিকে মই বণিকৰ পৰিয়ালৰ কন্যাহে মোৰ ল'ৰালৈ বিয়া কৰাম, যাতে ভৱিষ্যতে একো অপায়-অমঙ্গল নঘটে ; কিয়নো ৰাজ্যৰ উত্তৰাধিকাৰিত্বৰ দাবী কৰা বহুত লোক আছে।' ৫৬-৫৭

ভাবি-চিন্তি ইয়াকে স্থিৰ কৰি সেই ৰজাই পাটলীপুত্ৰৰ বসুদত্ত সদাগৰৰ কন্যাক নিজৰ পুত্ৰলৈ বৰণ কৰিলে। ৫৮

কন্যাক দূৰ দেশলৈ পঠাব লাগিব বুলি জানিও উচ্চবংশত সম্বন্ধ পাতিবলৈ ইচ্ছুক বসুদত্তই এই প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু ৰাজপুত্ৰলৈ কন্যাদান কৰিবলৈ সম্মতি জনালে। ৫৯

সদাগৰে জীয়েকৰ যৌতুকত দিয়া ধন-ৰত্নেৰে জোঁৱায়েকৰ ঘৰ এনেকৈ ওপচাই পেলালে যে ৰাজপুত্ৰই সেই ধন-বস্তুৰ তুলনাত ৰাজ ভঁৰালৰ পৈত্ৰিক

পুত্ৰই বণিক-কন্যাৰে সৈতে অশেষ ধন-সম্পদ লাভ কৰাত ৰজা জয়দত্তই পো-বোৱাৰীৰে সৈতে সুখেৰে কাল কটাবলৈ ধৰিলে। ৬১

বণিক বসুদত্ত নিজৰ কন্যাক চাবলৈ উৎকণ্ঠিত হৈ পৰিল আৰু এসময়ত বিয়েয়ক ৰজাৰ ঘৰলৈ আহি জীয়েকক নিজৰ ঘৰলৈ লৈ গ'ল। ৬২

ইয়াৰ পিছত অকস্মাতে জয়দত্ত স্বৰ্গগামী হ'ল। তেতিয়া ৰজাৰ বংশ পৰিয়ালৰ লোক আহি সেই ৰাজ্যখন অধিকাৰ কৰিলে। ৬৩

সিহঁতৰ ভয়ত বিহ্বল হৈ দেৱদত্তক লৈ মাক নিশা মনে মনে অন্য এখন দেশলৈ পলায় গ'ল। তেতিয়া বৰ দুখেৰে মাকে দেৱদত্তক ক'লে—"বোপাই পূৰ্বদেশৰ চক্ৰৱৰ্ত্তী ৰজা আমাৰ সকলোৰে গৰাকী। সেই কাৰণে এতিয়া সেই চক্ৰৱৰ্ত্তী ৰজাৰ ওচৰলৈ যোৱাঁ। তেওঁ নিশ্চয় তোমাৰ ৰাজ্য উদ্ধাৰ কৰিব।" মাকে এইদৰে কোৱাত ৰাজপুত্ৰই মাকক ক'লে। ৬৫-৬৬

"আই! সহায়-সাৰথিহীন হৈ মই তালৈ গ'লে কোনে মোক সম্মান কৰিব?" পুতেকৰ কথা শুনি মাকে দুনাই ক'লে। "শুনা, তুমি শহুৰেৰাৰ ঘৰলৈ গৈ তেওঁৰপৰা ধন-সোণ লৈ প্ৰথমে হাতী-ঘোঁৰা, পাৰিষদ গোটাই লোৱাঁ আৰু তাৰ পিছত চক্ৰৱৰ্ত্তী ৰজাৰ কাষ চাপিবা।" ৬৭-৬৮

দেৱদত্তই সেই অৱস্থাত শহুৰেকৰ ঘৰলৈ যাবলৈ বৰ লাজ পাইছিল যদিও মাকৰ কথা পেলাব নোৱাৰি সন্ধিয়া সময়ত শহুৰেকৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে। লাহে লাহে গৈ কিছু সময়ৰ পিছত দেৱদত্ত শহুৰেকৰ ঘৰ পালেগৈ। ৬৯

ৰাজ্যভ্ৰষ্ট পিতৃহীন ৰাজকুমাৰে চকুলো ওলোৱাৰ আশঙ্কা কৰি ৰাতি অসময়ত শহুৰেকৰ ঘৰলৈ নগৈ ওচৰতে থকা এটা ধৰ্মশালাত ৰাতিটো কটাবলৈ থিতাপি ল'লে। ধৰ্মশালাত থাকোঁতে এজনী গাভৰু এডাল ৰচীয়েদি ঘৰৰ ওপৰ তলাৰপৰা তললৈ নামি অহা ৰাজকুমাৰে দেখিলে। ৭০-৭১

ক্ষন্তেকতে ৰত্ন-আভৰণৰ জিক্‌মিকনিত জিলিকি উঠা সেই গাভৰু তেওঁৰে ভাৰ্য্যা বুলি ৰাজকুমাৰে চিনি পালে। আকাশৰপৰা উল্কাৰ দৰে তললৈ অহা ভাৰ্য্যাক দেখি তেওঁ অতিশয় সন্তপ্ত হৈ পৰিল। ৭২

ধূলি ধূসৰিত হৈ মলিন বেশেৰে থকা স্বামীক দেখিও সেই ৰমণীয়ে চিনিব নোৱাৰি 'তুমি কোন?' বুলি সুধিলে। উত্তৰত ৰাজকুমাৰে 'মই এজন পথিক' বুলি তেওঁ ক'লে। ৭৩

বণিক-কন্যা তাৰ পিছত ধৰ্ম্মশালাৰ ভিতৰলৈ সোমাই গ'ল। ৰাজ-পুত্ৰয়ো তেওঁ কি কৰে চাবলৈ বুলি মনে মনে তেওঁৰ অনুসৰণ কৰিলে। ৭৪

বণিক-কন্যা এজন যুৱকৰ কাষলৈ গ'ল। যুৱকে 'তই ইমান দেৰিকৈ কিয় আহিছ' বুলি তাইক ভৰিৰে গুৰিয়াবলৈ ধৰিলে। গোৰ খাই তেতিয়া বণিক-কন্যাই দুগুণ অনুৰাগ দেখুৱাই যুৱকক অনুনয়-বিনয়েৰে প্ৰসন্ন কৰিলে আৰু সেই যুৱকৰ সৈতে মনৰ আনন্দত ৰতি-সুখ উপভোগ কৰিলে। ৭৫-৭৬

তাকে দেখি বুদ্ধিমান্ ৰাজপুত্ৰই মনতে ভাবিলে, "খং দেখুওৱাৰ এইটো সময় নহয়, মই কৰিবলগীয়া ডাঙৰ কাম আছে। শত্ৰু বধ কৰিবৰ কাৰণে গ্ৰহণ কৰা মোৰ এই অস্ত্ৰ এই ব্যভিচাৰিণী স্ত্ৰী আৰু লম্পট পুৰুষৰ ওপৰত প্ৰয়োগ কৰা প্ৰয়োজন নাই। ৭৭-৭৮

মোৰ এই ব্যভিচাৰিণী স্ত্ৰীৰ প্ৰয়োজনেই বা কি? নিশ্চয় ধৈৰ্য্য পৰীক্ষা কৰিবলৈকে বিধাতাই মোক এনে দুখত পেলাইছে। নাইবা অসবৰ্ণ বিবাহৰ পৰিণাম এনেকুৱাই হয়। সেই স্ত্ৰীৰেই বা অপৰাধ কি? চুৱাপাত খোৱা কাউৰীয়ে জানো কুলিৰ লগত থাকিবলৈ ভাল পায়?" ৭৯-৮০

এইদৰে মনতে ভাবি-গুণি ৰাজপুত্ৰই কামুকী ভাৰ্য্যাক উপেক্ষা কৰিলে। শত্ৰু বিজয়ৰ প্ৰবল ইচ্ছা পোষণ কৰাজনৰ মনত স্ত্ৰী খেৰকুটা ৰূপেহে পৰিগণিত হয়। ৮১

ইফালে সেই সময়ত ৰতি-ক্ৰীড়াত উন্মত্ত হৈ পৰা বণিক-কন্যাৰ কাণৰপৰা ৰত্ন-খচিত কুণ্ডল মাটিত খহি পৰিল। বণিক-কন্যাই কুণ্ডল সৰি পৰা গম নাপালে আৰু নেদেখিলে। ৰতি-ক্ৰীড়া অৱসান হ'লত বণিক-কন্যাই উপপতিক বিদায় সম্ভাষণ জনাই লৰালৰিকৈ যেনেকৈ আহিছিল তেনেকৈয়ে তাৰপৰা ওলাই গ'ল। ৮২-৮৩

গোপনে ৰমণ কৰা উপপতিও অলপ পিছতে তাৰপৰা কেনিবাদি গ'ল। সেই সুযোগতে ৰাজকুমাৰে মাটিত পৰি থকা কুণ্ডলযোৰ তুলি ল'লে। ৮৪

ৰাজ্যভ্ৰষ্ট ৰাজকুমাৰৰ ৰাজ্যলাভৰ চেষ্টাত পথ প্ৰদৰ্শক প্ৰদীপ যেন হৈ ভাগ্যবশতঃ বহুমূলীয়া কুণ্ডল তেওঁৰ হাতলৈ আহিল; ৰাজকুমাৰে হেৰোৱা ৰাজলক্ষ্মীহে যেন ঘূৰাই পালে। বহুমূলীয়া কুণ্ডল লাভ কৰি ৰাজকুমাৰে নিজকে কৃতাৰ্থ হোৱা বুলি ভাবিলে, আৰু সেই মুহূৰ্ত্ততে তাৰপৰা ওলাই কান্যকুব্জলৈ যাত্ৰা কৰিলে। ৮৫-৮৬

কান্যকুব্জত কুণ্ডলযোৰ বন্ধকত দি ৰাজকুমাৰে একলক্ষ স্বৰ্ণ মুদ্ৰা পালে।

তাৰে তেওঁ হাতী-ঘোঁৰা আদি কিনি ৰাজোচিত আড়ম্বৰেৰে পূব দিশৰ চক্ৰৱৰ্ত্তী ৰজাৰ ওচৰলৈ গ'ল। ৮৭

চক্ৰৱৰ্ত্তী ৰজাই দিয়া সৈন্য-সামন্ত লগত লৈ ৰাজকুমাৰে শত্ৰুক যুদ্ধত নিহত কৰি নিজৰ পৈত্ৰিক ৰাজ্য দুনাই লাভ কৰিলে। মাকে তেতিয়া তেওঁক অভিনন্দন জনালে। ৮৮

ৰাজকুমাৰে তাৰ পাছত সেই কুণ্ডলযোৰ বন্ধকৰপৰা মোকোলাই শহুৰেকৰ ওচৰলৈ পঠিয়াই দিলে, যাতে সন্দেহ নকৰা সকলো গোপন কথা প্ৰকাশ হৈ পৰে। ৮৯

সদাগৰে তেওঁৰ ওচৰলৈ পঠোৱা নিজৰ জীয়েকৰ কাণৰ কুণ্ডল দেখি আচৰিত হৈ জীয়েকক কুণ্ডলযোৰ দেখুৱালে আৰু জীয়েকেও পূৰ্বে নিজৰ চৰিত্ৰ ভ্ৰষ্ট[২] হোৱাৰ দৰে নিজৰ কাণৰপৰা কুণ্ডল সুলকি পৰা বুলি বুজিব পাৰিলে। স্বামীয়ে তাকে ঘূৰাই পঠিয়াইছে বুলি জানি ৰাজকন্যা তেতিয়া অত্যন্ত ব্যাকুল হৈ পৰিল। ৯১

'নিশ্চয় সেইদিনা ৰাতি ধৰ্মশালাৰ ভিতৰত মোৰ কাণৰপৰা কুণ্ডল সৰি পৰিছিল—যিদিনা মই তাত এজন পথিকক দেখিছিলোঁ। নিশ্চয় সেই পথিক মোৰ স্বামী আৰু তেওঁ মোৰ স্বভাৱ-চৰিত্ৰৰ গোপনে সম্ভেদ ল'বলৈকে তালৈ আহিছিল। মই তেওঁক চিনি নাপালোঁ। তেৱেঁই নিশ্চয় কেনেবাকৈ মোৰ কাণৰ অলঙ্কাৰ পালে।' এইদৰে ভাৱি-চিন্তি ব্যাকুল হৈ পৰা বণিক-কন্যাৰ উদ্বিগ্নতাত বুকু ফাটি গ'ল আৰু লগে লগে তেওঁ মৃত্যুৰ মুখত পৰিল। ৯৩-৯৪

ইয়াৰ পিছত নিজৰ কন্যাৰ সকলো গোপন কথাৰ সাক্ষী দাসীৰ মুখৰপৰা সুধি-পুছি সকলো কথা জানিব পাৰি সদাগৰে জীয়েকৰ মৃত্যুত অকণো শোক প্ৰকাশ নকৰিলে। ৯৫

ইফালে ৰাজকুমাৰেও ৰাজ্য লাভ কৰি নিজৰ গুণেৰে লাভ কৰা চক্ৰৱৰ্ত্তী ৰজাৰ কন্যাক ভাৰ্য্যাৰূপে গ্ৰহণ কৰিলে, যেন দ্বিতীয় ৰাজশ্ৰীহে তেওঁ লাভ কৰিলে। ৯৬

[ মন্ত্ৰ ] এইদৰে সাহসিক কাৰ্য্যত স্ত্ৰীৰ হৃদয়-যন্ত্ৰ কঠোৰ হয়, ভয় আৰু অনুৰাগৰ সময়ত হয় কুসুম-কোমল। উত্তম মণি-মুক্তাৰ দৰে সজ বংশত জন্ম হোৱা আৰু সৎচৰিত্ৰ-সম্পন্না স্ত্ৰী পৃথিৱীৰ ভূষণ স্বৰূপ। ৯৭-৯৮

---

২. ভ্ৰষ্ট হোৱা = ব্যুৎপত্তিগত অৰ্থত খহি পৰা।

ৰাজলক্ষ্মী জঁপিয়াই ফুৰা হৰিণীৰ দৰে চঞ্চলা. বুদ্ধিমানজনে চঞ্চলা ৰাজলক্ষ্মীক ধৈৰ্য্য-ৰূপ পাশেৰে বান্ধি ৰখাৰ কৌশল ভালকৈ জানে। এই কাৰণে ঐশ্বৰ্য্য-সম্পদ বিচৰাসকল বিপদ-কালতো ধৈৰ্য্যহীন হোৱা উচিত নহয়। মোৰ জীৱন চৰিত্ৰই এই বিষয়ত এক নিদৰ্শন। ৯৯-১০০

হে দেৱী! ঘোৰ বিপদতো মই মোৰ চৰিত্ৰ নিষ্ঠাৰে ৰক্ষা কৰি আহিছোঁ। তাৰ ফলস্বৰূপেই মই নিশ্চয় আপোনাৰ দৰে মহাৰাণীৰ কল্যাণময় দৰ্শন লাভ কৰিবলৈ সমৰ্থ হৈছোঁ। ১০১

ব্ৰাহ্মণীয়ে কোৱা এই আখ্যান শুনি ৰাণী বাসৱদত্তাৰ তেওঁৰ প্ৰতি শ্ৰদ্ধা জন্মিল। ৰাণীয়ে মনে মনে চিন্তা কৰিলে—'নিশ্চয় এই ব্ৰাহ্মণী সৎকুলজা। এওঁৰ কথা কোৱা ভঙ্গী আৰু স্বভাৱ-চৰিত্ৰই শীল আৰু উদাৰতা প্ৰকাশ কৰিছে। সেইদেখিহে ৰাজসভালৈ আহিব পৰা যোগ্যতা এওঁ লাভ কৰিছে।' ইয়াকে ভাৱি বাসৱদত্তাই ব্ৰাহ্মণীক আকৌ ক'লে,—"তুমি কাৰ ভাৰ্য্যা, তোমাৰ বৃত্তান্তনো কি, সকলোখিনি মোক ভাঙিপাতি কোৱা।" তাকে শুনি ব্ৰাহ্মণীয়ে দুনাই ক'বলৈ আৰম্ভ কৰিলে। ১০২-১০৫

২৬. **পিঙ্গলিকাৰ কথা :**

মালৱ দেশত লক্ষ্মী-সৰস্বতী দুয়োৰে আশ্ৰয় স্বৰূপ, প্ৰাৰ্থীৰ কল্পতৰু অগ্নিদত্ত নামে এজন ব্ৰাহ্মণ আছিল। তেওঁৰ অনুৰূপ দুটি পুত্ৰ আছিল। জ্যেষ্ঠ পুত্ৰৰ নাম শঙ্কৰদত্ত আৰু কনিষ্ঠৰ নাম শান্তিকৰ। ১০৬-৭

দুই পুত্ৰৰ কনিষ্ঠ শান্তিকৰ ল'ৰাকালতে বিদ্যালাভৰ আশাৰে অকস্মাৎ এদিন ঘৰৰপৰা কোনোবা প্ৰখ্যাত স্থানলৈ গুচি গ'ল। জ্যেষ্ঠ শঙ্কৰদত্তই মোক বিয়া কৰালে। মোৰ পিতৃৰ নাম যজ্ঞদত্ত। যজ্ঞদত্তই নাম অনুসাৰে যাগ-যজ্ঞতে সকলো অৰ্থ-সম্পদ ব্যয় কৰিছিল। ১০৮-৯

কালক্ৰমত মোৰ স্বামীৰ পিতাক অগ্নিদত্তৰ বৃদ্ধ বয়সত পৰলোক প্ৰাপ্তি হ'ল। তেওঁৰ ভাৰ্য্যাও স্বামীৰ সহমৃতা হ'ল। তেতিয়া অন্তঃসত্ত্বা মোক সেই অৱস্থাতে এৰি থৈ মোৰ স্বামীয়ে (তীৰ্থত পিণ্ডাদি দান, অস্থি নিক্ষেপৰ বাবে) যাত্ৰা কৰিলে। যাত্ৰাকালত সৰস্বতীপুৰ পাই মোৰ স্বামীয়ে পিতৃ-মাতৃৰ বিয়োগত শোকাতুৰ হৈ তাতে প্ৰাণ ত্যাগ কৰিলে। ১১০-১১

মোৰ স্বামীৰ সহযাত্ৰীসকল উলটি আহি মোক এই বাৰ্তা দিলে। মই অন্তঃসত্ত্বা হোৱা বাবে জ্ঞাতি-কুটুম্বসকলে স্বামীৰ সহমৃতা হোৱাত মোক বাধা দিলে। মই শোকত ম্ৰিয়মান হৈ থকা অৱস্থাতে এদিন অকস্মাতে

ডকাইতে আহি আমাৰ অগ্ৰহাৰ ভূমিৰ শস্যৰ সৈতে গাৱঁৰ সকলো ধন-সম্পদ অপহৰণ কৰিলে। ১১২-১৩

তেতিয়া চৰিত্ৰ নষ্ট হোৱাৰ ভয়ত মই গাৱঁৰ আন তিনি গৰাকী ব্ৰাহ্মণীৰে সৈতে মাত্ৰ দুই এখন কাপোৰ গাত মেৰিয়াই লৈ গাৱঁৰপৰা পলাই আহিলোঁ। স্বদেশত বিপ্লৱ হোৱাত তিনিও গৰাকী সখীৰে সৈতে বিদেশলৈ আহিলোঁ আৰু অতিশয় পৰিশ্ৰম কৰি এমাহ কোনোমতে বিদেশত জীৱন নিৰ্বাহ কৰিছিলোঁ। ১১৪-১৫

লোকৰ মুখত অনাথৰ আশ্ৰয় দাতা বৎসৰাজৰ গুণ-গৰিমা শুনি তিনিও গৰাকী ব্ৰাহ্মণীৰে সৈতে একমাত্ৰ চৰিত্ৰকে সম্বল কৰি মই এইখিনি পাইছোঁহি। ইয়ালৈ অহাৰ পিছতেই মই দুটা পুত্ৰ একেলগে প্ৰসৱ কৰিলোঁ। উক্ত তিনি গৰাকী সখী থকা সত্ত্বেও স্বামী বিয়োগৰ শোক, প্ৰৱাস, দাৰিদ্ৰ্য আৰু যমজ সন্তান প্ৰসৱ এই সকলোবোৰ উপলক্ষ্য কৰি বিধাতাই যেন মোলৈ সকলো আপদৰ দুৱাৰহে মুকলি কৰি দিছে। ১১৬-১৮

এই ল'ৰা দুটা ডাঙৰ-দীঘল কৰিবলৈ একো উপায় নেদেখি স্ত্ৰীসুলভ লজ্জা-সংকোচ সকলো পৰিহাৰ কৰি ৰাজসভাত মই মহাৰাজৰ আশ্ৰয় প্ৰাৰ্থনা কৰিছোঁ। নিজৰ শিশু সন্তানৰ বিলাই-বিপত্তি কোনো মাতৃয়ে নীৰৱে চাই থাকিব পাৰে জানো? ১১৯-২০

মহাৰাজৰ নিৰ্দেশত মই আপোনাৰ চৰণ-প্ৰান্তত উপনীত হৈছোঁ। এতিয়া যেন মোক ধৰিবলৈ খেদি অহা সকলো বিপদ-বিঘিনি ভিতৰ সোমাব নোৱাৰি দুৱাৰমুখৰপৰাই ভয়ত উভতি গৈছে। ১২১

এয়ে মোৰ বৃত্তান্ত। মোৰ নাম পিঙ্গলিকা। সৰুকালৰেপৰা যজ্ঞীয় অগ্নিৰ ধোঁৱা লাগি মোৰ চকু দুটা পিঙ্গল (অলপ ৰঙচুৱা) হৈ পৰিছিল দেখি মোৰ নাম পিঙ্গলিকা থোৱা হৈছিল। মহাৰাণী! শান্তিকৰ নামৰ মোৰ দেওৰ যে ক'লৈ গ'ল আৰু ক'ত আছে আজিলৈকে মই গম পোৱা নাই। ১২২-২৩

[মুঃ] আত্মবৃত্তান্ত এইদৰে বৰ্ণনা কৰা সেই ব্ৰাহ্মণী সৎকুলসম্ভূতা বুলি ৰাণীৰ প্ৰত্যয় জন্মিল। ৰাণীয়ে মনতে চিন্তা কৰি ক'লে। ১২৪

'আমাৰ ইয়াত থকা পুৰোহিতজনৰ নাম শান্তিকৰ। তেওঁ বিদেশী। মই অনুমান কৰিছোঁ কিজানি তেৱেঁই তোমাৰ দেওৰ শান্তিকৰ।' ১২৫

ইয়াকে কৈ ৰাণীয়ে ব্ৰাহ্মণীক ৰাতি থকাৰ সকলো ব্যৱস্থা কৰি দিলে।

পিছদিনা পুত্ৰা ৰাণী বাসৱদত্তাই শান্তিকৰক মতাই আনি তেওঁৰ বংশ-পৰিয়ালৰ কথা সুধিলে। শান্তিকৰে নিজৰ বংশ পৰিয়ালৰ বিষয়ে কোৱাত তেৱেঁই যে উক্ত ব্ৰাহ্মণীৰ দেওৰেক শান্তিকৰ সেই বিষয়ে ৰাণী সুনিশ্চিত হ'ল। তেতিয়া ৰাণীয়ে 'এয়া তোমাৰ নবৌৱেৰা' বুলি কৈ সেই ব্ৰাহ্মণীক তেওঁৰ আগলৈ আনি দেখুৱালে। ১২৬-২৭

শান্তিকৰে নবৌৱেকৰ পৰিচয় পালে আৰু তেওঁৰপৰা পিতৃ-মাতৃ আৰু জ্যেষ্ঠ ভ্ৰাতৃৰ মৃত্যুৰ বাতৰিও শুনিলে। তাৰ পিছত শান্তিকৰে পিঙ্গলিকাক নিজৰ ঘৰলৈ নিলে। শান্তিকৰে পিতৃ-মাতৃ আৰু ককায়েকৰ মৃত্যুত শোক প্ৰকাশ কৰিলে। তেওঁ যজ্ঞা ল'ৰা দুটা লগত লৈ অহা বৌয়েককো সান্ত্বনা দিলে। ১২৮-২৯

ইফালে ৰাণী বাসৱদত্তাইও পিঙ্গলিকাৰ দুই পুত্ৰক তেওঁৰ ভাৱী পুত্ৰৰ পুৰোহিত ৰূপে মনে মনে বৰণ কৰিলে। ১৩০

বাসৱদত্তাই পিঙ্গলিকাৰ দুই পুত্ৰৰ এটাৰ নাম দিলে শান্তিসোম আৰু ইটোৰ নাম থলে বৈশ্যানৰ।[৩] ৰাণীয়ে ল'ৰা দুটাক বহুত ধন-সম্পদো দিলে। অন্ধক বাট দেখুৱাই নিয়াৰ দৰে নিজৰ কৰ্ম্ময়ো আগ্ৰণী হৈ কৰ্ম্ম-ভূমিলৈ মানুহক লৈ যায়। নিজৰ পুৰুষাৰ্থ এনে ক্ষেত্ৰত নিমিত্ত মাত্ৰ।

॥ ১৩১-৩২ ॥

উদাহৰণ স্বৰূপে ভাগ্যৰ বলত সেই ব্ৰাহ্মণী পিঙ্গলিকা তেওঁৰ দুই পুত্ৰ আৰু দেওৰেক শান্তিকৰ সকলোৰে পুনৰ মিলন হ'ল আৰু তেওঁলোকে বহুত ধন-সম্পত্তি লাভ কৰিলে। ১৩৩

এইদৰে কিছুকাল যোৱাৰ পিছত এসময়ত মাটিৰ চৰু-কলহ গঢ়া এজনী তিৰোতা পাচোঁটা ল'ৰাৰে সৈতে কেইটামান মাটিৰ পাত্ৰ লৈ তালৈ আহিল। ১৩৪

সপুত্ৰিকা সেই মহিলাক নিজৰ ঘৰত দেখি ৰাণী বাসৱদত্তাই কাষতে বহি থকা পিঙ্গলিকাক এইবুলি ক'লে—"চোৱাচোন, এওৰ পাচোঁটাকৈ ল'ৰা, মোৰ আজিলৈকে এটাও হোৱা নাই। এওঁ অশেষ পুণ্যৱতী। দৰিদ্ৰ যদিও মোৰ নিচিনা পুত্ৰ-হীনা নহয়।" ১৩৫-১৩৬

তেতিয়া পিঙ্গলিকাই ক'লে—"দেৱী! দৰিদ্ৰৰ বহু সন্তান বহুত পাপৰ ফলতহে হয়, আৰু সি হয় অতিশয় কষ্টদায়ক। আপোনালোকৰ নিচিনা

৩. বৈশ্যানৰ = অগ্নি

লোকৰ নিশ্চয় উত্তম সন্তান জন্মিব। ধৈৰ্য্য নেহেৰুৱাব; অচিৰতে আপুনি আপোনাৰ যোগ্য সন্তান লাভ কৰিব।" পিঙ্গলিকাই এইদৰে কোৱা সত্ত্বেও পুত্ৰলাভৰ আশাত বাসৱদত্তা উৎকণ্ঠিতা হৈ পৰিল। ১৩৮-১৩৯

ইতিমধ্যে উদয়ন তালৈ আহি বাসৱদত্তাক ক'লে। "দেৱী শিৱক আৰাধনা কৰি পুত্ৰ লাভ কৰিবা বুলি পূৰ্বে নাৰদ মুনিয়ে তোমাক কৈছিল, গতিকে এতিয়া বৰদাতা শিৱক আমি সকলোৱে আৰাধনা কৰিব লাগে।" উদয়নে এইদৰে কোৱাত ৰাণীয়ে ব্ৰত পালনৰ সংকল্প কৰিলে। ৰাণী বাসৱদত্তাই ব্ৰত পালন কৰাত ৰজা উদয়নেও মন্ত্ৰীসকলৰ সৈতে সেই ব্ৰত পালন কৰিলে আৰু সমগ্ৰ ৰাষ্ট্ৰই ক্ৰমে শিৱৰ আৰাধনা কৰিবলৈ ধৰিলে। ১৪০-১৪২

ৰাজ দম্পতীয়ে তিনি ৰাতি ব্ৰত-উপবাস কৰাৰ পিছত শিৱ সন্তুষ্ট হৈ স্বপ্নত দেখা দি ৰাজ-দম্পতীক আদেশ কৰিলে। তোমালোক দুয়ো আৰু ব্ৰত পালন কৰিব নালাগে, উঠা। কামদেৱৰ অংশত তোমালোকৰ এটি পুত্ৰ জন্ম হ'ব। মোৰ বৰত তোমালোকৰ পুত্ৰ বিদ্যাধৰসকলৰ চক্ৰবৰ্ত্তী ৰজা হ'ব।
॥ ১৪৩-৪৪ ॥

বৰ দান কৰা শিৱ থিতাতে অন্তৰ্ধান হ'ল, আৰু ৰাজ-দম্পতীয়েও টোপনিৰ-পৰা সাৰ পালে। শিৱ-প্ৰদত্ত বৰ লাভ কৰি তেওঁলোক—দুয়ো নিজকে কৃতাৰ্থ হোৱা বুলি পৰম আনন্দ লাভ কৰিলে।

পিছদিনা পুৱা ৰজাই স্বপ্ন বৃত্তান্ত আৰু বৰ লাভৰ অমৃততুল্য কথা মন্ত্ৰী আৰু প্ৰজাবৰ্গৰ আগত ক'লে। তেওঁলোকে যেন অমৃতহে পান কৰিছে এনেদৰে পৰিতৃপ্ত হ'ল। ৰজা আৰু ৰাণী দুয়ো মিত্ৰ, বন্ধু-বান্ধৱ আৰু ভৃত্যবৰ্গৰ সৈতে ব্ৰতৰ উদ্‌যাপন উৎসৱ পালন কৰিলে। ১৪৫-৪৬

কিছুদিন যোৱাৰ পিছত জ'টা-জুটধাৰী এজন পুৰুষে স্বপ্নত দেখা দি বাসৱদত্তাক এটা ফল দিলে। ১৪৭

ৰাণীয়ে এনেকুৱা স্বপ্ন দেখাৰ কথা পিছদিনা জানিব পাৰি ৰজা অতিশয় প্ৰসন্ন হ'ল। ৰাণী আৰু মন্ত্ৰীবৰ্গই ৰজাক ভাৱী পুত্ৰলাভৰ বাবে আনন্দিত কৰিলে। ৰজায়ো ফলদানেৰে স্বয়ং শিৱই পুত্ৰদান কৰিছে বুলি ভাৱি নিজৰ মনোবাঞ্ছা অচিৰে পূৰ্ণ হোৱাৰ আশা দেখিলে। ১৪৮

ইতি শ্ৰীমহাকৱি সোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ-সাগৰৰ
নৰবাহন দত্ত জন্ম নামৰ চতুৰ্থ লম্বকৰ প্ৰথম তৰঙ্গ।
শ্লোক ১৪৮

## চতুৰ্থ লম্বক

## দ্বিতীয় তৰঙ্গ

## উদয়নৰ পুত্ৰজন্ম ( পূৰ্বানুবৃত্ত )

( মূঃ ) বাসৱদত্তা অচিৰে গৰ্ভৱতী হ'ল। কামদেৱ নিজ অংশেৰে আহি বাসৱদত্তাৰ গৰ্ভস্থ হ'ল। বাসৱদত্তা অন্তঃসত্ত্বা হোৱাত ৰজা উদয়নৰ মন-প্ৰাণ আনন্দত উৎফুল্ল হৈ উঠিল। ১

স-গৰ্ভা বাসৱদত্তাৰ মুখ পূৰৱতী নিশাৰ চন্দ্ৰৰ দৰে শেঁতা হৈ পৰিল। চকুযুৰি হ'লে আগৰ দৰে চঞ্চল হৈয়ে থাকিল। কামদেৱৰ মিত্ৰ চন্দ্ৰই বাসৱ-দত্তাৰ গৰ্ভস্থ নিজৰ মিত্ৰৰ স্নেহ-পাশত আৱদ্ধ হৈহে যেন বাসৱদত্তাৰ মুখত ঠাই ল'লেহি। ২

ৰত্ন-খচিত পালেঙত বাসৱদত্তা বহি থাকোঁতে পালেঙৰ দুই ফালে ৰতি আৰু প্ৰীতিয়ে যেন মূৰ্ত্তিমতী হৈ বিৰাজ কৰিছিল ( স্বামী কামদেৱৰ প্ৰতি আকৃষ্টা ৰতি আৰু প্ৰীতি তালৈ যেন আহিছিল )। ৩

ৰাণীৰ গৰ্ভস্থ সন্তান ভৱিষ্যতে বিদ্যাধৰসকলৰ ওপৰত চক্ৰৱৰ্ত্তী ৰজা হ'ব বুলি জানিয়েই তেওঁৰ প্ৰতি আনুগত্যৰ বাবেই যেন বিদ্যাসমূহ[১] আহি সখীৰ দৰে তেওঁৰ সেৱা-শুশ্ৰূষাত নিযুক্ত হৈছিল। ৪

অন্তঃসত্ত্বা বাসৱদত্তাৰ পয়োধৰ যুগলৰ চুচুকে কোমল-কুঁহিপাতৰ দৰে শ্যামলবৰণ ধাৰণ কৰিলে, ৰাণীয়ে যেন গৰ্ভস্থ পুত্ৰৰ ভৱিষ্যৎ ৰাজ্যাভিষেকৰ অৰ্থেহে তেনেকৈ যুগল স্তন-কুম্ভ ধাৰণ কৰিছিল। ৫

স্বচ্ছ স্ফটিক আৰু উজ্জ্বল মণি-মাণিক্য-নিৰ্মিত শয়ন কক্ষৰ পালেঙত সুখেৰে শুই থাকোঁতে মণি-ৰত্নৰ কান্তিত বাসৱদত্তা এনেকৈ জিলিকি উঠিছিল যেন ভৱিষ্যতে তেওঁৰ পুত্ৰই পৰাভূত কৰাৰ আশঙ্কাত সমুদ্ৰই[২] নিজেই অশেষ ৰত্ন-ৰাজি লৈ আহি ৰাণীৰ সেৱা কৰিছিল ( শয়ন কক্ষৰ মজিয়াৰ ৰত্ন-ৰাজিৰ জিলিকনি পানীৰ সোঁতৰ দৰে বাসৱদত্তাৰ গাত পৰিছিল )। ৬-৭

---

১. বিদ্যা = অলৌকিক শক্তি বা ঐন্দ্ৰজালিক শক্তি; এই বিদ্যাৰ অধিকাৰীয়ে বিদ্যাধৰ।

২. সমুদ্ৰ = সকলো ৰত্নৰ আকৰ; ৰত্নাকৰ।

ৰত্ন-খচিত ৰথত উঠি যাওঁতে ৰত্নৰাজিৰ দীপ্তিত বাসৱদত্তা এনেকৈ উজ্জ্বল ৰূপে প্ৰতিবিম্বিত হৈছিল যে স্বৰ্গৰপৰা ৱিদ্যাধৰসকলৰ ঐশ্বৰ্য্য-সম্পদেহে যেন মূৰ্ত্তিমতী হৈ তেওঁক প্ৰণাম জনাবলৈ আহিছে। ৮

মন্ত্ৰ-সাধনৰ বাবে বদ্ধ-পৰিকৰ বাসৱদত্তাই শ্ৰেষ্ঠ সাধকসকলে প্ৰসঙ্গক্ৰমে কোৱা অলৌকিক আখ্যান শুনোৰ বাবে দোহদ[৩] ( গৰ্ভৱতী-সুলভ আকাংক্ষা ) প্ৰকাশ কৰিলে। ৯

সুন্দৰী ৱিদ্যাধৰীবিলাকে সুমধুৰ সঙ্গীতেৰে তেওঁক স্বপ্নত আপ্যায়িত কৰিবলৈ ধৰিলে। স্বপ্নৰপৰা সাৰ পাই ৰাণী বাসৱদত্তাই সেই সুমধুৰ সঙ্গীত শুনি ডিঠকতে আকাশত বিহাৰ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে আৰু আকাশৰ-পৰা ধৰাতলৰ ক্ৰীড়া-কৌতুক চাবলৈকো মন মেলিলে। ১০-১১

ৰাণীৰ এনে অলৌকিক দোহদ মন্ত্ৰী যৌগন্ধৰায়ণে তান্ত্ৰিক যন্ত্ৰ-মন্ত্ৰ আৰু ঐন্দ্ৰজালিক প্ৰক্ৰিয়াৰে সম্পন্ন কৰিলে। বাসৱদত্তাই উক্ত যন্ত্ৰ-মন্ত্ৰ আৰু ঐন্দ্ৰজালিক প্ৰক্ৰিয়াকলাপৰ সহায়ত আকাশত বিচৰণৰ সুখ উপভোগ কৰিলে ; ৰাণীৰ এনে অলৌকিক কাৰ্য্য নগৰৰ ৰমণীসকলে আচৰিত হৈ ভ্ৰূকুঞ্চিত কৰি ওপৰলৈ মুখ তুলি একে ঠিৰে চাইছিল। ১২-১৩

এদিন নিজৰ ঘৰত থাকোঁতে ৱিদ্যাধৰৰ মহৎ আখ্যান শুনাৰ বাবে ৰাণী বাসৱদত্তাৰ হেঁপাহ জন্মিল। তেতিয়া তেওঁৰ অনুৰোধত মন্ত্ৰী যৌগন্ধৰায়ণে সকলোৰে সম্মুখত বাসৱদত্তাক এটা আখ্যান ক'বলৈ ধৰিলে। ১৪-১৫

## ২৭. জীমূতবাহনৰ কথা :

পাৰ্ব্বতীৰ পিতৃৰ নাম নগাধিৰাজ হিমালয়। হিমালয় কেৱল গৌৰীৰ ( পাৰ্ব্বতী ) ৰে গুৰু নহয়, গৌৰী-নাথ শিৱৰো গুৰু ( শহুৰেক )। ১৬

ৱিদ্যাধৰসকলৰ নিবাসভূমি সেই হিমাচলত ৱিদ্যাধৰাধিপতি জীমূতকেতু নামে এজন ৰজাই বাস কৰিছিল। তেওঁৰ গৃহত কুলক্ৰমাগত কল্পবৃক্ষ[৪] আছিল। কল্পবৃক্ষই নিজ নাম সাৰ্থক হোৱাকৈ তেওঁৰ সকলো মনস্কামনা পূৰ্ণ কৰিছিল। ১৭-১৮

৩. দোহদ = গৰ্ভৱতী স্ত্ৰীৰ মনৰ হেঁপাহ ; সাধ।

৪. কল্পবৃক্ষ = স্বৰ্গৰ এবিধ অলৌকিক গছ ; কল্পবৃক্ষৰ ওচৰত জনোৱা সকলো প্ৰাৰ্থনা পূৰ্ণ হয়।

এদিনাখন ৰজা জীমূতকেতু উদ্যানলৈ আহি দেৱতাত্মা কল্পবৃক্ষৰ ওচৰত প্ৰাৰ্থনা জনালে। "প্ৰভু! আপোনাৰ কৃপাত মোৰ সকলো মনোবাঞ্ছা সদায় পৰিপূৰ্ণ হৈ আহিছে। মই অপুত্ৰক; মোক এটি সৰ্বগুণাকৰ পুত্ৰদান কৰক।" ১৯-২০

কল্পবৃক্ষৰপৰা বাণী ওলাল—"মহাৰাজ! আপোনাৰ অচিৰে এটি জাতিস্মৰ[৫] পুত্ৰ জন্মিব। আপোনাৰ পুত্ৰ দানবীৰ আৰু সকলো প্ৰাণীৰ হিতকাৰী হ'ব।" ২১

কল্পদ্ৰুমৰ বাণী শুনি ৰজাই পৰম সন্তোষ মনেৰে কল্পদ্ৰুমক প্ৰণাম জনাই নিজ ভৱনলৈ আহি পট্ট মহাদেৱীক এই বাতৰি দিলে। কথা শুনি মহাদেৱী আনন্দিত হ'ল। ২২

অচিৰে ৰজা জীমূতকেতুৰ এটি পুত্ৰ উপজিল। ৰজাই পুত্ৰৰ নাম থলে জীমূতবাহন। কালক্ৰমত জীমূতবাহন ডাঙৰ-দীঘল হ'ল। মহাপ্ৰাণ জীমূতবাহনৰ স্বাভাৱিক সৰ্বভূতানুকম্পা প্ৰবৃত্তিও বয়সৰ লগে লগে বাঢ়িবলৈ ধৰিলে। ২৩-২৪

যুৱৰাজ পদত অভিষিক্ত হোৱাৰ পিছত জীমূতবাহনে এদিন পিতাকক প্ৰসন্ন কৰি নিৰ্জন স্থানত সেৱা জনাই এইদৰে ক'লে,—"পিতাদেউ! এই সংসাৰত সকলো বস্তু (ভাৱ পদাৰ্থ) ক্ষণভঙ্গুৰ,[৬] মহৎলোকৰ নিৰ্মল যশস্যাহে কেৱল স্থায়ী। ২৫-২৬

পৰোপকাৰৰ দ্বাৰা যদি সেই যশস্যা অমৰ হয়, তেনেহ'লে উদাৰমনৰ লোকৰ বাবে সেয়ে প্ৰাণতকৈও প্ৰিয়, তাতকৈ শ্ৰেষ্ঠ আন কিবা ধন আছে জানো? ঐশ্বৰ্য্য-সম্পদ বিজুলীৰ দৰে চঞ্চল আৰু অন্যৰ দৃষ্টিকটু; পৰোপকাৰত নলগা এনে চঞ্চলা লক্ষ্মী কেতিয়াবা হঠাতে ক'ৰবালৈ গুচি যায়। ২৭-২৮

আমাৰ উদ্যানত সকলো কামনা পূৰণ কৰা যিজোপা কল্পবৃক্ষ আছে, সেই কল্পবৃক্ষক যদি আনৰ উপকাৰত লগোৱা হয়, তেতিয়াহে সেই বৃক্ষ

---

৫. জাতিস্মৰ=যাৰ মনত পূৰ্বজন্মৰ স্মৃতি জাগ্ৰত হৈ থাকে; পূৰ্বজন্ম সোঁৱৰা লোক।

৬. ভাৱ⋯ক্ষণভঙ্গুৰ—ভাৱ অৰ্থাৎ যাৰ স্থিতি বা অস্তিত্ব আছে; ইন্দ্ৰিয়-বেদ্য। ক্ষণভঙ্গুৰ অৰ্থাৎ প্ৰতিক্ষণে ধ্বংস হৈ নতুনকৈ হোৱা। 'ভাৱ' আৰু 'ক্ষণভঙ্গুৰ' শব্দ দুটা বৌদ্ধ দৰ্শনত পাৰিভাষিক অৰ্থত ব্যৱহৃত। প্ৰত্যেক বস্তুৰ উৎপত্তিৰ পিছত স্থিতিক্ষণ আৰু তাৰ পিছত ধ্বংসক্ষণ।

আমাৰ ঘৰত থকা সফল হ'ব। গতিকে মই এনেকুৱা ব্যৱস্থা কৰিব খুজিছোঁ যাতে কল্পবৃক্ষৰ সমৃদ্ধিৰে সকলো লোকৰ দাৰিদ্ৰ্য দূৰ হয়।" ২৯-৩০

জীমূতবাহনে এইদৰে নিৱেদন কৰাত পিতাকে তেওঁক অনুমতি দিলে। তেতিয়া জীমূতবাহনে কল্পবৃক্ষৰ ওচৰলৈ গৈ প্ৰাৰ্থনা জনালে, "প্ৰভু! আপুনি সদায় আমাৰ সকলো অভীষ্ট পূৰ্ণ কৰি আহিছে। আজি আপুনি মোৰ এটি মনোবাঞ্ছা পূৰ্ণ কৰক—পৃথিৱীৰ সকলো লোক যেন দাৰিদ্ৰ্যমুক্ত হয় (এয়ে মোৰ কামনা)। আপুনি যাতে সকলো প্ৰাৰ্থীৰ মনোবাঞ্ছা পূৰ্ণ কৰিব পাৰে সেই উদ্দেশ্যে মই প্ৰাৰ্থীসকলৰ হাতত আপোনাক দান কৰিলোঁ। আপোনাৰ মঙ্গল হওক।" ৩১-৩৩

ধীৰ-স্থিৰ জীমূতবাহনে এইদৰে প্ৰাৰ্থনা কৰাত কল্পবৃক্ষই পৃথিৱীত অপাৰ ধন-সোণ বৰষিবলৈ ধৰিলে: ধন-সোণ পাই সকলো প্ৰজাই আনন্দ লাভ কৰিলে। ৩৪

'বোধিসত্ত্বৰ অংশভূত দয়ালু জীমূতবাহনৰ বাহিৰে এনেকুৱা অন্য কোন কৃতী লোক এই সংসাৰত আছে যি কল্পবৃক্ষৰ নিচিনা অভীষ্টদায়ক সম্পদ প্ৰাৰ্থীক দি দিব পাৰে?' দশোদিশ জীমূতবাহনৰ এনে বিমল গাথাৰে যশো মুখৰিত হৈ পৰিল। ৩৫-৩৬

উক্ত স্থিতিত জীমূতকেতুৰ ৰাজ্য পুত্ৰ পৰম্পৰাক্ৰমে জীমূতবাহনৰ হাতলৈ যোৱাত জ্ঞাতিবৰ্গ ঈৰ্ষা-পৰায়ণ হৈ পৰিল। তেওঁলোকে ৰজাৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিলে। ৩৭

প্ৰাৰ্থীসকলক দান কৰা বাবে কল্পবৃক্ষৰ আৰু সম্পদ প্ৰদানৰ শক্তি নোহোৱা হৈছিল। কল্পবৃক্ষ প্ৰভাৱহীন হৈ পৰাত শত্ৰুৱে তেওঁক সহজ-জেয় বুলি ভাবিলে। এসময়ত জ্ঞাতি শত্ৰুবোৰ লগ লাগি যুদ্ধৰ বাবে সাজু হোৱাত ধীৰ স্বভাৱৰ জীমূতবাহনে পিতাকক ক'লে। ৩৮-৩৯

"পিতাদেউ! মানৱ জীৱন পানীৰ বুৰবুৰণিৰ সদৃশ, ঠিক সেইদৰে চঞ্চলা লক্ষ্মীও ধুমুহাৰ আগত চাকিৰ নিচিনা (নিমিষতে নুমাৰ ধৰা), এনেকুৱা লক্ষ্মীয়ে কাৰণো চিৰকাল উপকাৰ সাধে? এনে চঞ্চল ৰাজ্য-লক্ষ্মীৰ বাবে কোন জ্ঞানী লোকে অন্যৰ সৈতে হিংসাত্মক সংঘৰ্ষ কৰিবলৈ আগবাঢ়ে? পিতাদেউ! সেই কাৰণে মই নিজৰ বংশ পৰিয়ালেৰে সৈতে যুদ্ধ কৰিব নোখোজোঁ। ৰাজ্য-সম্পদ পৰিত্যাগ কৰি অৰণ্যত বাস কৰিম বুলি মই ভাবিছোঁ

যাতে জ্ঞাতিযুদ্ধত কুলক্ষয় নহয়। সেই স্বাৰ্থপৰহঁতেই ৰাজ্য ভোগ কৰক।" ॥ ৪০-৪২ ॥

জীমূতবাহনে এইদৰে কোৱাত তেওঁৰ পিতৃ জীমূতকেতুও একে সিদ্ধান্ততে উপনীত হৈ ক'লে। ৪৩

"পুত্ৰ! ময়ো বনলৈ যাম। যুৱক হৈয়ো তুমি যেতিয়া ৰাজ্যভোগ তৃণ হেন জ্ঞান কৰি পৰিত্যাগ কৰিছা, এনে অৱস্থাত এই বৃদ্ধৰ ৰাজ্যৰ বাবে আকৌ আশা-আকাঙ্ক্ষা জানো শোভনীয় হ'ব?" ৪৪

পিতাকে এইদৰে ক'লত জীমূতবাহন পিতৃ-মাতৃৰ সৈতে মলয়াচললৈ গ'ল। জীমূতকেতুৰ কথা সজ বুলি তেওঁৰ ভাৰ্য্যায়ো শলাগিলে। জীমূতবাহন তেতিয়া পিতৃ-মাতৃৰ সৈতে মলয় পৰ্বতলৈ গ'ল। সিদ্ধসকলৰ নিবাস ভূমি মলয়াচলত চন্দন বৃক্ষৰ ছায়া-শীতল, নিজৰাৰ কুলুকুলু শব্দ-নিনাদিত আশ্ৰমত পিতৃ-মাতৃৰ পৰিচৰ্য্যা কৰি জীমূতবাহনে দিন যাপন কৰিবলৈ ধৰিলে। ৪৫-৪৬

মলয়াচলত সিদ্ধসকলৰ অধিপতি বিশ্বাবসুৰ পুত্ৰ মিত্ৰাবসুৰে সৈতে জীমূতবাহনৰ বন্ধুত্ব হ'ল। এসময়ত মিত্ৰাবসুৰ ভনীয়েকক নিৰ্জনত দেখি জ্ঞানী জীমূতবাহনে সেই কন্যা তেওঁৰ পূৰ্বজন্মৰ ভাৰ্য্যা বুলি চিনিব পাৰিলে। ৪৭-৪৮

যুৱক-যুৱতীৰ পৰস্পৰ দৰ্শনতে দুয়োৰে মন জালত পৰু বান্ধ খোৱাদি প্ৰেমপাশত আবদ্ধ হৈ পৰিল। তাৰ পিছত এসময়ত ত্ৰিজগৎ-পূজ্য জীমূত-বাহনৰ ওচৰলৈ আহি মিত্ৰাবসুৱে এইদৰে ক'লে। ৪৯-৫০

—"মোৰ এজনী ভনী আছে, নাম মলয়াৱতী। মলয়াৱতীক মই তোমালৈ বিয়া দিব খোজোঁ। তুমি নিশ্চয় মোৰ প্ৰস্তাৱ উপেক্ষা নকৰা বুলি আশা কৰিছোঁ।" ৫১

মিত্ৰাবসুৰ কথাৰ উত্তৰত জীমূতবাহনে ক'লে—"যুৱৰাজ! মলয়াৱতী মোৰ পূৰ্বজন্মৰ ভাৰ্য্যা আৰু তাতে তুমি মোৰ প্ৰাণপ্ৰিয় মিত্ৰ। বন্ধু মই জাতিস্মৰ, সেইদেখি পূৰ্বজন্মৰ সকলো কথা মোৰ স্মৃতিত উদ্ভাসিত হয়।" ॥ ৫২-৫৩ ॥

মিত্ৰাবসুৱে তাকে শুনি জীমূতবাহনক ক'লে—"বন্ধু! জন্মান্তৰৰ কথা শুনিবলৈ মোৰ বৰ মন গৈছে। পূৰ্বজন্মৰ কথা কোৱাচোন।" মিত্ৰাবসুৰ অনুৰোধত জীমূতবাহনে নিজৰ পূৰ্বজন্মৰ বিষয়ে ক'বলৈ ধৰিলে। ৫৪-৫৫

২৭ক. জীমূতবাহনৰ পূৰ্বজন্মৰ কথা ঃ

শুনা, পূৰ্বজন্মত মই আকাশচাৰী বিদ্যাধৰ আছিলোঁ। এসময়ত মই আকাশেদি বিচৰণ কৰোঁতে হিমালয়-শিখৰ অতিক্ৰম কৰি গৈছিলোঁ। তলত হিমালয় শিখৰত সেই সময়ত পাৰ্বতীৰে সৈতে শিৱ ক্ৰীড়ামগ্ন হৈ আছিল। মই হৰ-পাৰ্বতীক নেওচি যোৱাত হৰৰ বৰ খং উঠিল। হৰে মোক মনুষ্যৰূপে মৰ্ত্যত জন্ম ল'বলৈ অভিশাপ দিলে আৰু লগতে এই কথাও নিৰ্দিষ্ট কৰি দিলে যে মৰ্ত্যলোকত মই এগৰাকী বিদ্যাধৰী ভাৰ্য্যা লাভ কৰিম। তাৰ পিছত পুত্ৰক ৰাজ্যত অভিষিক্ত কৰিলে মই দুনাই বিদ্যাধৰ তনু লাভ কৰি জাতিস্মৰ হ'ম। ৫৬-৫৮

মোক এই অভিশাপ দি হৰ অন্তৰ্ধান হ'ল। মই অচিৰে মনুষ্য-যোনিত বণিক কুলত জন্মগ্ৰহণ কৰিলোঁ। মই বলভী নগৰৰ এজন অতিশয় আঢ্যৱন্ত সদাগৰৰ পুত্ৰ হ'লোঁ। মোৰ নাম হ'ল বসুদত্ত। মই দিনে দিনে ডাঙৰ-দীঘল হ'বলৈ ধৰিলোঁ। ৫৯-৬০

কালক্ৰমত মই ডেকা হ'লোঁ। পিতৃদেৱে তেতিয়া মোক বাণিজ্যৰ বাবে অনুগামী লোক আদিৰ ব্যৱস্থা কৰি দিলে। পিতৃৰ আদেশত মই দ্বীপান্তৰত বেপাৰ-বাণিজ্য কৰিবলৈ যাত্ৰা কৰিলোঁ। বাণিজ্যৰপৰা উভতি আহোঁতে অৰণ্য পথত ডকাইতে আক্ৰমণ কৰি মোৰ যথা-সৰ্বস্ব অপহৰণ কৰিলে আৰু চণ্ডিকাৰ আগত বলি দিবলৈ মোক নিজৰ গাওঁৰ চণ্ডী মন্দিৰলৈ বান্ধি নিলে। ॥ ৬১-৬২ ॥

তললৈ ওলমি থকা দীঘল দীঘল ৰঙা কাপোৰেৰে চণ্ডী মন্দিৰে অতিশয় ভয়াবহ ৰূপ ধাৰণ কৰিছিল। ৰঙা কাপোৰ বলিৰ তেজ পিবলৈ মেলি থকা মহাকালীৰ দীঘল ৰঙা জিভা যেন দেখা হৈছিল। ৬৩

দস্যুবিলাকে মোক বলি দিবলৈ তেওঁলোকৰ গুৰু, সেই মন্দিৰৰ পূজাৰী পুলিন্দকৰ[৭] ওচৰলৈ আনিলে। ৬৪

মোক দেখি পুলিন্দকৰ মন কৰুণাত বিগলিত হ'ল। কোনো কাৰণ নোহোৱাকৈ উদ্ভৱ হোৱা স্নেহ-প্ৰীতিয়ে জন্ম-জন্মান্তৰৰ সমন্ধৰ কথাকে প্ৰকাশ কৰে। তেতিয়া সেই শবৰাধিপতিয়ে মোক মুক্ত কৰি মৃত্যুৰপৰা ৰক্ষা কৰিলে আৰু আত্ম বলিদানেৰে পূজা শেষ কৰিবলৈ মন কৰিলে। ৬৫-৬৬

৭. পুলিন্দক = অৰণ্যবাসী এটা জাতিৰ নাম, অন্য নাম শবৰ।

"এনেকুৱা কাম নকৰিবা। মই তোমাৰ প্ৰতি প্ৰসন্ন হৈছোঁ। তুমি মোৰ-পৰা অভীষ্ট বৰ লোৱাঁ।" এইদৰে আকাশী বাণী হ'ল। আকাশী বাণী শুনি আনন্দিত হৈ শৱৰাধিপতিয়ে প্ৰাৰ্থনা কৰিলে। "দেৱী! আপুনি মোৰ প্ৰতি প্ৰসন্ন হৈছে, এয়েই আটাইতকৈ ডাঙৰ বৰ। মই আৰু অন্য কি বৰ প্ৰাৰ্থনা কৰিম। এই বণিকৰ সৈতে যাতে ভৱিষ্যৎ জন্মতো মোৰ মিত্ৰতা হয়, মই তাকে কামনা কৰিছোঁ, তাকে দান কৰক।" ৬৭-৬৮

'তথাস্তু' বুলি আকাশী বাণী নীৰৱ হোৱাত উক্ত শৱৰাধিপতিয়ে অশেষ ধন-ৰত্ন দি মোক নিজৰ ঘৰলৈ ওলোটাই পঠিয়ালে। ৬৯

মৃত্যু মুখৰপৰা সাৰি প্ৰৱাসৰপৰা মই ঘূৰি আহিলোঁ। মোৰ পিতৃয়ে সকলো বৃত্তান্ত মোৰপৰা জানি মহোৎসৱ পাতিলে। ৭০

কিছুদিনৰ পিছত নিজৰ নগৰৰ সাৰ্থবাহৰ ( সাগৰেদি নাৱেৰে বেপাৰ কৰা সদাগৰ ) ধন-সম্পত্তি অপহৰণ কৰাৰ অপৰাধত বজাই সেই শৱৰাধিপতিক তালৈ ধৰি বান্ধি অনা মই দেখিবলৈ পালোঁ। দেখা মাত্ৰকে মই পিতৃক সকলো কথা জনালোঁ আৰু একলাখ স্বৰ্ণ মুদ্ৰাৰ বিনিময়ত ৰাজকোষৰপৰা শৱৰাধিপতিক মুক্ত কৰিলোঁ। মোক প্ৰাণ দান দিয়াৰ প্ৰত্যুপকাৰ মই এই দৰেই কৰিলোঁ। তাৰ পিছত শৱৰাধিপতিক নিজৰ ঘৰলৈ আনি যথোচিত মান সৎকাৰ কৰি ৰাখিলোঁ। কেইদিনমান পিছত আদৰ সাদৰ জনাই শৱৰাধিপতিক নিজৰ ঘৰলৈ বিদায় দিলোঁ আৰু তেৱোঁ মোৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি নিজৰ গাৱঁলৈ উলটি গ'ল। ৭১-৭৪

ঘৰ পাই শৱৰাধিপতিয়ে মই কৰা উপকাৰৰ ঋণ কেনেকৈ পৰিশোধ কৰিব চিন্তা কৰিবলৈ ধৰিলে। নিজৰ হাতত থকা মণি-মুক্তা কস্তুৰী আদি বস্তু ( উপহাৰ দিবলৈ ) মই কৰা উপকাৰৰ তুলনাত নিচেই নগণ্য বুলি তেওঁ গণ্য কৰিলে। ৭৫

সেইদেখি তেওঁ বহুমূলীয়া গজ মুক্তা[৮] আহৰণ কৰিবলৈ হিমালয় পৰ্বতলৈ যাত্ৰা কৰিলে। ৭৬

হিমাচলত ঘূৰি ফুৰোঁতে শৱৰাধিপতিয়ে এঠাইত মন্দিৰ এটাৰে সৈতে এটা সৰোবৰ দেখিলে। সৰোবৰত সূৰ্য্যৰ ৰশ্মিত ফুলি থকা পদুম দেখি

---

৮. গজ মুক্তা = হাতীৰ দাঁতৰ ভিতৰত হোৱা এবিধ মুকুতা ; এই মুক্তা সকলো হাতীৰ দাঁতত নহয় ; বিৰল, গতিকে বহুমূলীয়া।

তেওঁৰ বৰ ভাল লাগিল। সেই সৰোবৰত পানী খাবলৈ অহা হাতী মাৰিবলৈ সৰোবৰৰ এচুকত তেওঁ লুকাই আছিল। লুকাই থাকোঁতে এক অপূৰ্ব্ব সুন্দৰী কন্যা সিংহৰ ওপৰত উঠি শিৱ-পূজা কৰিবলৈ অহা তেওঁ দেখিলে। ৭৯

শিৱক আৰাধনা কৰিবলৈ অহা সেই কন্যা শিৱৰ পৰিচৰ্য্যা-পৰায়ণা দ্বিতীয় পাৰ্ব্বতী যেনহে শবৰাধিপতিৰ মনত প্ৰতিভাত হ'ল। অতিশয় বিস্ময়াবিষ্ট হৈ শবৰাধিপতিয়ে চিন্তা কৰিবলৈ ধৰিলে—'এওঁ কোন? এওঁ যদি মানৱী তেনেহ'লে কেনেকৈ সিংহবাহিনী হ'ব? আৰু যদি দেৱ-কন্যা এতিয়া মোৰ দৃষ্টিগোচৰ হ'ল কেনেকৈ? গতিকে নিশ্চয় মোৰ পূৰ্ব্বজন্মৰ পুণ্যইহে মোৰ চকুৰ আগত মূৰ্ত্তিমতী হৈ প্ৰকাশ হৈছে। ৮০-৮২

মই যদি এই কন্যাৰ মোৰ মিত্ৰ বসুদত্তৰ সৈতে যোৰা পাতি দিব পাৰোঁ, তেনেহ'লে তেওঁ কৰা উপকাৰৰ সামান্য প্ৰত্যুপকাৰ কৰা হ'ব। সেইদেখি মই এওঁৰ মনোভাৱ জানিবলৈ এওঁৰ ওচৰলৈ যোৱা ভাল হ'ব।' ইয়াকে ভাৱি-চিন্তি স্থিৰ কৰি তেতিয়া মোৰ মিত্ৰ শবৰ সেই কন্যাৰ ওচৰলৈ গ'ল। ৮৩-৮৪

ইতিমধ্যে ছায়া-নিসন্ন সিংহবাহনৰপৰা নামি সেই দিব্য-কন্যাই পূজাৰ বাবে পদুম ছিঙিবলৈ সৰোবৰত নামিব খুজিলে। ৮৫

সেই সময়ত শবৰাধিপতি কন্যাৰ ওচৰলৈ আহি তেওঁক প্ৰণাম জনাই বিনম্ৰ-ভাবে কাষত ঠিয় হৈ ৰ'ল। অতিথি-পৰায়ণা কন্যাই অচিনাকি হ'লেও স্বাভাৱিক আতিথ্যেৰে শবৰক স্বাগত সম্ভাষণ জনাই সুধিলে,—"তুমি কোন? কি সকামতনো এই অতিশয় দুৰ্গম ভূমিলৈ আহিছা?" কন্যাই এইদৰে প্ৰশ্ন কৰাত শবৰাধিপতিয়ে উত্তৰ দিলে। ৮৬-৮৭

—"মই দেৱী ভৱানীৰ একান্ত সেৱক এজন শবৰাধিপতি। গজ-মুক্তা বিচাৰি মই এই অৰণ্যলৈ আহিছোঁ। পিছে এতিয়া তোমাক দেখি মোৰ মিত্ৰ আৰু প্ৰাণ-দাতা সাৰ্থবাহপুত্ৰ সুশ্ৰী বসুদত্তলৈ মনত পৰিছে। ৮৮-৮৯

সুন্দৰী! তেৰোঁ ৰূপ-যৌৱনত তোমাৰ দৰেই তিনিও লোকত অদ্বিতীয়, সকলো লোকৰ নয়নৰ অমৃত স্বৰূপ। মৈত্ৰী, দান, দয়া, ধৈৰ্য্য আদি গুণ-ৰাজিৰে বিভূষিত সেই যুৱকে যি কন্যাৰ কঙ্কণ-মণ্ডিত পাণিগ্ৰহণ কৰিব, সেই কন্যা নিশ্চয় ধন্য হ'ব। ৯০-৯১

তোমাৰ এই সুন্দৰ ৰূপৰ যদি এনে হেন পুৰুষৰ সৈতে সংযোগ নহয়, তেনেহ'লে কামদেৱে পুষ্প ধনু আৰু পঞ্চশৰ বৃথাই ধাৰণ কৰিছে বুলি মোৰ মনত আশঙ্কা জন্মিছে।" ৯২

কামদেৱৰ মোহন মন্ত্ৰতুল্য শবৰাধিপতিৰ কথাই কন্যাৰ মন নিমিষতে আকৰ্ষণ কৰিলে। অনঙ্গ-বশীভূতা কন্যাই লগে লগে উত্তৰ দিলে,—"ক'ত তোমাৰ সেই সুন্দৰ আকৃতিৰ মিত্ৰ, বেগেতে আনি মোক দেখুওৱা।"

॥ ৯৩-৯৪ ॥

কন্যাৰ কথা শুনি শবৰাধিপতিয়ে 'বাৰু সেয়ে হ'ব' বুলি শলাগিলে। তেওঁ নিজকে কৃতাৰ্থ জ্ঞান কৰিলে আৰু কন্যাৰপৰা বিদায় লৈ সেই মুহূৰ্ত্তে আনন্দমনেৰে তাৰপৰা প্ৰস্থান কৰিলে।

মোৰ মিত্ৰ শবৰাধিপতি তেতিয়া নিজৰ গাৱঁলৈ আহিল। তেওঁ ভাৰ্য্যাৰ হতুৱাই কাঢ়িয়াই অনা অলেখ মুক্তা, কস্তুৰী আদি লগত লৈ আমাৰ ঘৰত উপস্থিত হ'লহি। ৯৬

তেওঁ অহাত সকলোৱে তেওঁক আদৰ-সম্ভাষণ জনালে। ঘৰৰ ভিতৰ সোমাই তেওঁ বহু লক্ষ-মুদ্ৰা মূল্যৰ মুক্তা, কস্তুৰী আদি মোৰ পিতৃদেৱক সমৰ্পণ কৰিলে। ৯৭

আনন্দ-উৎসৱৰ মাজেদি দিনটো আৰু ৰাতিও পাৰ হ'ল। তাৰ মাজতে এসময়ত মিত্ৰই উক্ত কন্যাৰ দৰ্শনৰপৰা আৰম্ভ কৰি ঘটা সকলো বৃত্তান্ত মোক গোপনে ক'লে। ৯৮

বৃত্তান্ত শুনি তেতিয়া কন্যা-দৰ্শনৰ বাবে মই অতিশয় উৎকণ্ঠিত হৈ পৰিলোঁ। শবৰাধিপতিয়ে 'আহাঁ, আমি তালৈকে যাওঁ' বুলি মোক লৈ ৰাতিয়েই মনে মনে সেই সৰোবৰলৈ যাত্ৰা কৰিলে। শবৰাধিপতিৰে সৈতে মই ক'ৰবালৈ ৰাতি গুচি যোৱাৰ কথা ৰাতিপুৱা মোৰ পিতৃদেৱে জানিব পাৰিলে যদিও শবৰৰাজৰ প্ৰতি থকা প্ৰীতি আৰু বিশ্বাসৰ বাবে পিতৃদেৱ ধৈৰ্য্য ধৰি থাকিল। ৯৯-১০০

দ্ৰুতগামী শবৰাধিপতিয়ে যাত্ৰাপথত মোক নানাপ্ৰকাৰে সহায় কৰি নি ক্ৰমে হিমালয়ৰ সেই সৰোবৰ পোৱালৈ গৈ। সন্ধিয়া পৰত আমি দুয়ো সৰোবৰৰ পাৰত উপস্থিত হ'লোঁ। দুয়ো সৰোবৰত স্নান কৰি মিঠা ফল-মূল খাই ৰাতিটো কটাবলৈ স্থিৰ কৰিলোঁ। ১০১-২

সৰোবৰৰ পাৰৰ (আমি ৰাত্ৰি যাপন কৰা) ঠাইখন ফুল্লকুসুমিত লতা-পৰিবেষ্টিত, পুষ্প-সুগন্ধি, ভোমোৰাৰ গুঞ্জনেৰে মুখৰিত আৰু বিবিধ ওষধিৰ-পৰা ওলোৱা পোহৰেৰে সমুজ্জ্বল। ১০৩

সৰোবৰৰ পানী খোৱাৰ পিছত ৰাত্ৰি যাপনৰ বাবে বাছি লোৱা লতাকুঞ্জ আমাৰ পক্ষে ৰাতিৰ বিশ্ৰামাগাৰ যেন হৈছিল। ১০৪

পিছদিনা ৰাতিপুৱা কন্যাৰ দৰ্শনৰ বাবে মোৰ মন উৎকণ্ঠিত হৈ পৰিল, মই যেন কন্যাক বিচাৰি তেওঁ অহা বাটেদি যাত্ৰা কৰিলোঁ। মোৰ সোঁ চকু লৰি (কন্যাৰ) শুভদৰ্শনৰ সূচনা কৰিলে। এইদৰে আকুল অন্তৰেৰে প্ৰতীক্ষা কৰি থাকোঁতে কন্যা আহি তাত উপস্থিত হ'ল। ১০৫-৬

কেশৰ সুশোভিত সিংহৰ পিঠিত উঠি অহা সুন্দৰ ভ্ৰূযুগলেৰে সুন্দৰী কন্যাক দেখি মোৰ মনত তেওঁ শৰৎকালৰ মেঘৰ বুকুত প্ৰতিবিম্বিত চন্দ্ৰকলা যেন প্ৰতিভাত হ'ল। আশঙ্কা, বিস্ময় আৰু উৎকণ্ঠাৰে কন্যালৈ একে থৰে চাই থকা মোৰ অন্তৰ তেতিয়া কেনেকৈ থৌকি-বাথৌ হৈ উঠিছিল, মই ক'ব নোৱাৰোঁ। ১০৭-৮

কন্যা সিংহৰপৰা নামিল। তেওঁ কিছুমান ফুল ছিঙিলে, সৰোবৰত নামি গা ধুলে আৰু সৰোবৰৰ তীৰৰ মন্দিৰস্থ শিৱক পূজা কৰিলে। ১০৯

কন্যাৰ পূজা শেষ হ'লত মোৰ সখি শবৰাধিপতিয়ে কন্যাৰ ওচৰলৈ গৈ আত্মপৰিচয় দিলে। কন্যাই তেওঁক যথোচিত সম্মান দেখুওৱাত সখিয়ে এইদৰে ক'লে। ১১০

"দেৱী! মোৰ মিত্ৰক মই ইয়ালৈ আনিছোঁ, তেওঁ তোমাৰ যোগ্য স্বামী। তুমি অনুমতি দিলে মই তোমাক দেখুৱাব পাৰোঁ।" তাকে শুনি কন্যাই 'বাৰু, দেখুওৱা', বুলি কোৱাত বন্ধু শবৰাধিপতি মোৰ ওচৰ পালেহি আৰু মোক নি তেওঁক দেখুৱালে। ১১১-১২

মোলৈ প্ৰেমাদ্ৰ-নয়নৰ কটাক্ষেৰে নিৰীক্ষণ কৰি কন্যা কামাৱেশত কাতৰ হৈ পৰিল। প্ৰণয়-মধুৰ বচনেৰে তেওঁ শবৰাধিপতিক ক'লে। ১১৩

—"তোমাৰ বন্ধু মানুহ নহয়, কামদেৱৰ ৰূপ ধৰি কোনো দেৱতা মোক প্ৰবঞ্চনা কৰিবলৈহে আহিছে। মানুহ ক'ৰবাত ইমান সুন্দৰ হ'ব পাৰে নে?"
॥ ১১৪ ॥

কন্যাৰ কথাৰ উত্তৰ ময়ে দিলোঁ। —"সুন্দৰী। মই দেৱতা নহওঁ, সচাঁকৈয়ে মই মৰ্ত্যৰ মানুহ। সৰল স্বভাৱৰ লোকৰ প্ৰতি কপটাচাৰণ কৰাৰ কি প্ৰয়োজন? মই বলভী নগৰ-নিবাসী মহাধন নামে সাৰ্থবাহৰ পুত্ৰ; শিৱৰ কৃপাত তেওঁ মোক লাভ কৰিছে। ১১৫-১৬

পুত্ৰ-কামনাৰে মোৰ পিতৃয়ে শশিশেখৰৰ ( শিৱ ) আৰাধনা কৰিছিল। আৰাধনাত সন্তুষ্ট হৈ শিৱই তেওঁক এইবুলি স্বপ্নাদেশ কৰিলে। ১১৭

'উঠা, তপস্যাৰপৰা উঠা। এক মহাত্মাই তোমাৰ পুত্ৰৰূপে জন্ম গ্ৰহণ কৰিব। ই এক অতি গুপুত কথা। এতিয়া এই বিষয়ে আৰু বহুলাই কোৱাৰ প্ৰয়োজন নাই।' ১১৮

স্বপ্নাদেশ হোৱাৰ পিছত তেওঁ সাৰ পালে। কালক্ৰমত মৰেই তেওঁৰ পুত্ৰ হৈ জন্ম ল'লোঁ, মোৰ নাম বসুদত্ত। এয়া শবৰাধিপতি মোৰ বন্ধু। মই নিজে বৰণ কৰা মোৰ বন্ধু সদায় বিপদে-আপদে মোৰ ওচৰত বন্ধুৰূপে আছে। সংক্ষেপে এয়ে মোৰ বৃত্তান্ত। ইয়াকে কৈ মই বিৰত হোৱাত কন্যাই লাজত তল মূৰ কৰি মোক ক'লে।" ১১৯-২১

"ওঁ, বুজিছোঁ। আজি স্বপ্নত মই শিৱক অৰ্চনা কৰোঁতে প্ৰসন্ন হৈ শিৱই মোক স্বপ্নাদেশ কৰিছিল—কাইলৈ পুৱা তুমি তোমাৰ মনোমত স্বামী লাভ কৰিবা। গতিকে শিৱৰ আদেশত তুমি মোৰ স্বামী হ'লা। তোমাৰ এই বন্ধু মোৰ ভাই।" অমৃতবৰ্ষী এই কেইষাৰ কথাৰে কন্যাই মোক পৰম আনন্দ দিলে। ১২২-২৩

যথাবিধি বিবাহ সম্পন্ন কৰিবলৈ মই কন্যাৰে সৈতে আলোচনা কৰিলোঁ আৰু তাৰ পিছত বন্ধুৰে সৈতে নিজৰ ঘৰলৈ উভতিবলৈ নিশ্চয় কৰিলোঁ। তেতিয়া সেই সুন্দৰীয়ে সংকেতেৰে নিজৰ বাহন সিংহক তালৈ মাতি আনি 'আৰ্য্যপুত্ৰ! ( স্বামী ) সিংবাহনত আৰোহণ কৰা' বুলি মোক ক'লে।

॥ ১২৪-২৫ ॥

বন্ধু শবৰাধিপতিয়ে সম্মতি জনোৱাত মই তেওঁৰ কথামতে সিংহৰ পিঠিত বহিলোঁ আৰু সুন্দৰী কন্যাক মোৰ কোলাত বহুৱাই ল'লোঁ। কৃতকৃত্য হৈ মই মনোৰমা ভাৰ্য্যাৰে সৈতে গৃহাভিমুখে সিংহবাহনত উঠি প্ৰস্থান কৰিলোঁ। বন্ধু আগে আগে বাট দেখুৱাই গ'ল। ১২৬-২৭

বন্ধুৱে চিকাৰ কৰি অনা হৰিণাৰ মাংসেৰে জীৱন ধাৰণ কৰি আমি তিনিও যাত্ৰা-পথ অতিক্ৰম কৰি ক্ৰমে বলভী নগৰ পালোঁগৈ। প্ৰিয়তমাৰে সৈতে মোক সিংহত উঠি অহা দেখি নগৰবাসীলোক বৰ আচৰিত হ'ল। তেওঁলোকে লৰা-লৰিকৈ এই বাৰ্তাৰে মোৰ পিতৃক দিলেগৈ। ১২৮-২৯

মোৰ পিতাদেৱো মোক তেনেকৈ অহা দেখি বিস্ময়াবিষ্ট হ'ল। মই হৰ্ষ মনেৰে সিংহৰপৰা নামি পিতাদেউক ভৰিত ধৰি সেৱা জনালোঁ। পিতাদেৱে

নথৈ আনন্দ অনুভৱ কৰিলে। অনন্য-সদৃশী সুন্দৰী কন্যায়ো পিতাদেৱৰ চৰণ চুই প্ৰণাম জনালে। পিতাদেৱে মোৰ উপযুক্ত সুন্দৰী ভাৰ্য্যালৈ চাই আনন্দৰ পাৰ নোপোৱা হ'ল। আমাৰ সকলোকে ঘৰৰ ভিতৰলৈ আদৰি নি পিতাদেৱে সকলো বৃত্তান্ত সুধিলে। (সকলো কথা জানি) তেওঁ মিত্ৰ শৱৰাধিপতিৰ সহৃদয়তাৰ ভূয়সী প্ৰশংসা কৰি মহোৎসৱৰ আয়োজন কৰিলে। ॥ ১৩০-৩২ ॥

তাৰ পিছত জ্যোতিষীয়ে গণনা কৰি দিয়া শুভক্ষণত সকলো বন্ধু-বান্ধৱৰ উপস্থিতিত মই সেই কন্যাক বিয়া কৰালোঁ। বিয়াৰ পিছত উপস্থিত সকলো লোকৰ চকুৰ আগতে মোৰ পত্নীৰ বাহন সিংহই হঠাতে পুৰুষৰ ৰূপ ধাৰণ কৰি দেখা দিলে। সকলো মানুহ আচৰিত হৈ এইটো নো কি কথা বুলি চাই থাকোঁতেই দিব্য বস্ত্ৰ আৰু অলঙ্কাৰ পৰিধান কৰা পুৰুষজনে আহি মোক প্ৰণাম জনাই ক'লে। ১৩৪-৩৫

"মই চিত্ৰাঙ্গদ নামৰ বিদ্যাধৰ। এওঁ মোৰ অতি মৰমৰ কন্যা, নাম মনোৱতী। এওঁক সদায় কোলাত লৈ মই অৰণ্যত ঘূৰি ফুৰোঁ। এইদৰে ঘূৰি ফুৰোঁতে এবাৰ গৈ বহুত তপোবনেৰে ভৰি থকা গঙ্গাৰ পাৰত উপস্থিত হ'লোঁ। ১৩৬-১৩৭

গঙ্গাৰ পাৰেদি গ'লে তপস্বীসকলক উলংঘা কৰা হ'ব বুলি আশংকা কৰি মই পাৰেদি নগৈ গঙ্গাইদি যাবলৈ ধৰিলোঁ। এইদৰে গৈ থাকোঁতে হঠাৎ মোৰ ডিঙিৰপৰা পুষ্পমালাধাৰ গঙ্গাৰ পানীত পৰিল। মালাধাৰ গৈ গঙ্গাৰ তলত থকা দেৱৰ্ষি নাৰদৰ পিঠিত লাগিল। মালা পিঠিত লগাত খঙত দেৱৰ্ষিয়ে পানীৰ তলৰপৰা ওলাই আহি মোক অভিশাপ দিলে। ১৩৮-৩৯

—"হেৰ দাম্ভিক! এই ঔদ্ধত্যৰ বাবে তই হিমালয়ত সিংহ হৈ জন্ম লবি আৰু নিজৰ কন্যাক পিঠিত তুলি ভ্ৰমণ কৰিবি। যেতিয়া কোনো মনুষ্য যুৱকে তোৰ কন্যা বিয়া কৰাব, তেতিয়া তেওঁক দৰ্শন কৰিলে তই শাপৰপৰা মুক্ত হবি।" ১৪০-৪১

"দেৱৰ্ষিৰ অভিশাপৰ পৰিণামত মই হিমালয়ত সিংহ হ'লোঁ আৰু শিৱ আৰাধিকা মোৰ কন্যাক পিঠিত তুলি ভ্ৰমণ কৰি ফুৰিবলৈ ধৰিলোঁ। ১৪২

ইয়াৰ পিছত শৱৰাধিপতিৰ যত্নত যি মঙ্গলময় কাৰ্য্য সম্পন্ন হ'ল—সেই সকলোখিনি তুমি জানাই। এতিয়া মই শাপমুক্ত। তোমালোকৰপৰা বিদায়

লৈছোঁ। তোমালোকৰ কল্যাণ হওক।” ইয়াকে কৈ সেই ৱিদ্যাধৰ নিমিষতে আকাশলৈ উৰি গ'ল। ১৪৩-৪৪

ৱিদ্যাধৰৰ কথা শুনি আৰু আকাশগমন দেখি তাত উপস্থিত বন্ধু-বান্ধৱ সকলো বিস্ময়ত অভিভূত হোৱাৰ লগতে আনন্দিতো হ'ল। ৱিদ্যাধৰ-কন্যাৰ বিবাহৰ দ্বাৰা উচ্চকুলৰে সৈতে সম্বন্ধ হোৱাত মোৰ পিতৃদেৱে পৰম সন্তুষ্ট হৈ মহোৎসৱ পাতিলে। ১৪৫

নিজৰ প্ৰাণ দিও মিত্ৰৰ উপকাৰ কৰি যি যথেষ্ট কৰিছোঁ বুলি তৃপ্তিলাভ নকৰে, এনেকুৱা অকপট পৰম বন্ধুৰ চৰিত্ৰৰ কথা কোনে নো চিন্তা কৰিব পাৰে? সকলোৱে শবৰাধিপতিৰ উদাৰ চৰিতৰ কথা বাৰে বাৰে চৰ্চা কৰিবলৈ ধৰিলে। এনে মহান্ চৰিতৰ গুণ নবখনাকৈ তাত কোনো নাছিল।

॥ ১৪৬-৪৭ ॥

শবৰাধিপতিৰ উদাৰ চৰিতৰ কথা শুনি বলভীৰ ৰজাও পৰম সন্তুষ্ট হ'ল আৰু আমাৰ প্ৰতি থকা স্নেহ-প্ৰীতিৰ বাবে শবৰাধিপতিৰ সম্মতিক্ৰমে তেওঁক দান-মানেৰে সন্তুষ্ট কৰিলে। ইফালে শবৰাধিপতিৰ প্ৰতি অতিশয় সন্তুষ্ট হৈ মোৰ পিতাদেৱে ৰজাৰ দ্বাৰা তেওঁক অশেষ ধন-বস্ত্ৰ দিয়ালে আৰু সমগ্ৰ বন-ৰাজ্যৰ অধিপতি পদত নিয়োগ কৰালে ( অৰণ্য ৰাজ্যৰ ৰজা পাতিলে )। ১৪৮-৪৯

মই প্ৰিয়তমা ভাৰ্য্যা মনোৰৱতী আৰু পৰম মিত্ৰ শবৰাধিপতিৰে সৈতে বলভী নগৰত বাস কৰিবলৈ ধৰিলোঁ। ১৫০

ইফালে মিত্ৰ শবৰাজেও ক্ৰমে নিজৰ দেশত থাকিবলৈ এৰি সৰহভাগ সময় আমাৰ লগতে থাকিবলৈ ধৰিলে। ১৫১

মোৰ মিত্ৰ শবৰৰাজ আৰু মই আমি দুয়ো পৰস্পৰে পৰস্পৰৰ উপকাৰ কৰিও তৃপ্তি পোৱা নাছিলোঁ; পৰম মিত্ৰতাৰ মাজেদি আমাৰ সময় অতিবাহিত হ'বলৈ ধৰিলে। ১৫২

অচিৰে মনোৰৱতীৰ গৰ্ভত মোৰ পুত্ৰ জন্ম হ'ল—যেন সমগ্ৰ বংশৰ হৃদয় উপচি পৰা আনন্দৰ মূৰ্ত্ত প্ৰতীক। মোৰ পুত্ৰৰ নাম হিৰণ্যদত্ত। কালক্ৰমত হিৰণ্যদত্ত ডেকা হ'ল আৰু বিয়া-বাৰু কৰালে। ১৫৩-৫৪

এই অৱস্থা দেখি মোৰ পিতৃয়ে জীৱনৰ উদ্দেশ্য সফল হোৱা বুলি পৰম আনন্দ অনুভৱ কৰিলে। সভাৰ্য্যে তেওঁ প্ৰাণত্যাগৰ উদ্দেশ্যে ভাগীৰথীৰ তীৰলৈ গ'ল। ১৫৫

পিতৃ-মাতৃৰ বিয়োগত মই দাৰুণ শোকত কাতৰ হৈ পৰিলোঁ। জ্ঞাতিবৰ্গৰ

প্ৰবোধ বাণীত কোনোমতে ধৈৰ্য্য ধৰি ঘৰ-গৃহস্থীৰ দায়িত্ব নিজেই গ্ৰহণ কৰিলোঁ। সেই অৱস্থাত একালে মনোৱতীৰ মনোমোহা মুখ দৰ্শন আৰু ইফালে মিত্ৰ শৱৰাধিপতিৰ সাহচৰ্য্যই মোৰ একমাত্ৰ মনোবিনোদনৰ আলম্বন হৈছিল। ১৫৬-৫৭

মনোৰমা ভাৰ্য্যাৰ সঙ্গসুখ, সৎপুত্ৰ লাভৰ আনন্দ আৰু সুহৃদ্‌বৰ্গৰ সমাগমৰ হৰ্ষৰ মাজত মোৰ দিন সুখেৰে পাৰ হ'বলৈ ধৰিলে। ১৫৮

কালক্ৰমত মই বৃদ্ধ হ'লোঁ। জৰাই ( বৃদ্ধাৱস্থা ) আহি মৰমতে যেন মোৰ থুতৰিত[৯] ধৰি হিতকথা ক'লে, 'বোপাই! এতিয়াও ( সংসাৰৰ মোহত ) ঘৰতে বন্দী হৈ আছাঁ?' ১৫৯

তেতিয়া হঠাতে মোৰ ঘৰ-সংসাৰৰ প্ৰতি বৈৰাগ্য জন্মিল। পৰিয়ালবৰ্গৰ ভৰণ-পোষণৰ ভাৰ পুত্ৰৰ ওপৰত দি মই বানপ্ৰস্থী হ'বলৈ ওলালোঁ।

সভাৰ্য্যে মই কালাঞ্জৰ পৰ্বতলৈ যাত্ৰা কৰিলোঁ, মোৰ মিত্ৰ শৱৰাধিপতিও মোৰ স্নেহত নিজ ৰাজ্য পৰিত্যাগ কৰি মোৰ সহগামী হ'ল। ১৬০-৬১

কালাঞ্জৰত উপস্থিত হোৱাত মোৰ স্মৰণ হ'ল যে পূৰ্বে শিৱই মোক দিয়া অভিশাপৰ ওৰ পৰিছে। বিদ্যাধৰ জন্মৰ স্মৃতিৰ লগতে দুনাই ৱিদ্যাধৰত্ব লাভ কৰাৰ কথাও মোৰ মনলৈ আহিল। তেতিয়া মই শিৱৰ অভিশাপ, শাপান্ত আদি সকলো কথা পত্নী মনোৱতী আৰু মিত্ৰ শৱৰাধিপতিক কৈ মানৱী তনু পৰিত্যাগ কৰিবলৈ ইচ্ছা কৰিলোঁ। ১৬২-৬৩

ভৱিষ্যত জন্মতো যাতে মোৰ এৱেঁই ভাৰ্য্যা আৰু এৱেঁই মিত্ৰ হয়, ইয়াকে সংকল্প কৰি হৃদয়ত শংকৰক চিন্তি মই হিমালয়ৰ সানুদেশৰপৰা জাঁপ মাৰি প্ৰাণ ত্যাগ কৰিলোঁ। মোৰ ভাৰ্য্যা আৰু মিত্ৰয়ো মোৰ অনুকৰণ কৰিলে।
॥ ১৬৪-৬৫ ॥

তাৰ পিছত মই এই ৱিদ্যাধৰৰ বংশত জীমূতবাহন নামেৰে জন্ম লৈছোঁ। মই জাতিস্মৰ, আৰু তুমিয়েই শৱৰৰাজ, শিৱৰ কৃপাত বিশ্বাবসুৰ পুত্ৰ মিত্ৰাবসু নামেৰে জন্ম লৈ সিদ্ধসকলৰ ৰজা হৈছাঁ। ১৬৬-৬৭

বন্ধু! মোৰ পূৰ্ব জন্মৰ ৱিদ্যাধৰ কুলজা ভাৰ্য্যা মনোৱতীয়েই এই জন্মত মলয়াৱতী নামেৰে তোমাৰ ভনী ৰূপে জন্ম লৈছে। সেইদেখি এওঁ ( মলয়াৱতী ) মোৰ পূৰ্বজন্মৰ পত্নী আৰু তোমাৰ ভনীয়েৰা, আৰু তুমিও মোৰ পূৰ্বজন্মৰ মিত্ৰ গতিকে এওঁক মই বিয়া কৰোৱাটো সম্পূৰ্ণ যুক্তি-সঙ্গত।

---

৯. থুতৰিৰ ছাল তললৈ ওলমি পৰা বাৰ্দ্ধক্যৰ চিন।

কিন্তু তাৰ আগতে তুমি গৈ মোৰ পিতৃ-মাতৃক এই বিষয়ে জনোৱা উচিত; তেওঁলোকৰ অনুমতি হ'লেই তোমাৰ মনোবাঞ্ছা পূৰ্ণ হ'ব। ১৬৮-৭০

**২৭ক. জীমূতবাহনৰ পূৰ্বজন্মৰ কথা ঃ**

জীমূতবাহনৰ মুখৰপৰা এইখিনি শুনি মিত্ৰাবসু সন্তুষ্ট হ'ল। তেওঁ জীমূতৰ পিতৃ-মাতৃৰ ওচৰলৈ গৈ তেওঁলোকক সকলো কথা নিৱেদন কৰিলে। ১৭১

তেওঁলোক দুয়ো মিত্ৰাবসুৰ প্ৰস্তাৱত আনন্দেৰে সন্মতি জনালে। তেতিয়া হৰ্ষোৎফুল্ল হৈ মিত্ৰাবসুৱে নিজৰ মাক-বাপেকৰ আগতো সকলো কথা ক'লে। পিতৃ-মাতৃৰপৰা বিচৰা সন্মতি লাভ কৰি যুৱৰাজ মিত্ৰাবসু তেতিয়া ভনীয়েকৰ বিয়াৰ আয়োজনত উঠি-পৰি লাগিল। ১৭২-৭৩

জীমূতবাহনে যথা নিয়মে সিদ্ধৰাজ বিশ্বাবসুৱে আগবঢ়াই দিয়া মলয়াৱতীৰ পাণিগ্ৰহণ কৰিলে। নভশ্চাৰী চাৰণবৃন্দৰ বন্দনা গীতৰে মুখৰিত পৰিৱেশত সিদ্ধগণৰ উপস্থিতিত ৱিদ্যাধৰসকলৰ আনন্দ কলৰৱৰ মাজত বিবাহ উৎসৱ সুসম্পন্ন হ'ল। ১৭৪-৭৫

বিয়াৰ পিছত মহাৰ্ঘ ঐশ্বৰ্য্য-সম্পদৰ লাহ-বিলাহৰ মাজত জীমূতবাহনে ভাৰ্য্যাৰে সৈতে মলয় পৰ্বতত বাস কৰিবলৈ ধৰিলে। ১৭৬

ইয়াৰ ভিতৰতে এদিন জীমূতবাহন জেঠেৰিয়েক মিত্ৰাবসুৰে সৈতে সমুদ্ৰ সৈকতৰ বনৰাজিৰ শোভা চাবলৈ গ'ল। ১৭৭

সমুদ্ৰ-তীৰত উপস্থিত হৈ জীমূতবাহনে বিষন্ন মনেৰে তাত বৈ থকা এজন যুৱকক দেখিলে। 'হা পুত্ৰ হা পুত্ৰ' বুলি কান্দি কাটি বাউলী হৈ পৰা মাকক যুৱকে ( প্ৰবোধ দি ) ঘূৰাই পঠাব খুজিছে। তেওঁ লক্ষ্য কৰিলে যে সৈনিক যেন দেখা এজন পুৰুষে পিছে পিছে আহি যুৱকক এটা ওখ আৰু বহল শিলৰ ওপৰত তুলি থৈ গুচি গৈছে। ১৭৮-৭৯

"তুমি কোন? তুমি কি বিচাৰিছা? তোমাৰ মাৰাই নো কিয় শোক কৰিছে?" এইদৰে জীমূতবাহনে সোধাত উক্ত যুৱকে নিজৰ সকলো কথা ক'বলৈ আৰম্ভ কৰিলে। ১৮০

**২৭খ. কদ্ৰু আৰু বিনতাৰ কথা ঃ সূৰ্য্যৰ ঘোঁৰাৰ বৰণৰ বিষয়ে বিবাদ।**

পুৰাণ কালত কশ্যপৰ ভাৰ্য্যা কদ্ৰু আৰু বিনতাৰ সূৰ্য্যৰ ৰথৰ ঘোঁৰাৰ ৰঙৰ আলোচনা প্ৰসঙ্গত বিবাদ লাগিল। কদ্ৰুৱে সূৰ্য্যৰ ঘোঁৰা শ্যামল বৰ্ণৰ

আৰু বিনতাই শুভ্ৰবৰ্ণৰ বুলি ক'লে। বিবাদে চৰম সীমা পোৱাত দুয়ো এইদৰে পণ কৰিলে যে বিবাদত হৰা গৰাকী (যাৰ কথা মিছা হ'ব) ই গৰাকীৰ দাসী হ'ব লাগিব। ১৮১-৮২

যিকোনো প্ৰকাৰে জয়লাভ কৰিবলৈ ইচ্ছা কৰি কদ্ৰুৱে পিছদিনা নিজৰ সৰ্পপুত্ৰবিলাকৰ হতুৱাই বিষ নিশ্বাসেৰে সূৰ্য্যৰ ৰথৰ ঘোঁৰা ক'লা কৰি পেলালে। ১৮৩

তাৰ পিছত কদ্ৰুৱে সেই ক'লা ঘোঁৰাবোৰ বিনতাক দেখুৱালে। কপট কৌশলেৰে জয় কৰি কদ্ৰুৱে বিনতাক নিজৰ দাসী কৰিলে। স্ত্ৰীৰ পৰস্পৰ ঈৰ্ষা আৰু অসহিষ্ণুতাৰ পৰিণাম অতিশয় কষ্টদায়ক হয়। ১৮৪

মাতৃৰ দাসত্বৰ কথা গম পাই বিনতানন্দন গৰুড় কদ্ৰুৰ ওচৰলৈ আহিল। গৰুড়ে মিনতিৰ সুৰেৰে কদ্ৰুৰ ওচৰত দাসত্বৰপৰা মাকৰ মুক্তি প্ৰাৰ্থনা কৰিলে। গৰুড়ৰ কথা শুনি কদ্ৰুপুত্ৰ নাগবিলাকে ভাৱি-চিন্তি চাই উত্তৰ দিলে—"হেৰা বিনতানন্দন! দেৱতাবিলাকে ক্ষীৰ সমুদ্ৰ মন্থন কৰিবলৈ আৰম্ভ কৰিছে, তুমি তালৈ গৈ তাৰপৰা অমৃত আনি আমাক দিয়া আৰু তাৰ বিনিময়ত নিজ মাতৃক মুক্ত কৰাঁ। তুমি সকলোতকৈ শ্ৰেষ্ঠ বীৰ, গতিকে তুমি নিশ্চয় অমৃত আনিব পাৰিবা।" ১৮৫-৮৭

নাগবিলাকে কোৱা কথা শুণি গৰুড় ক্ষীৰ সমুদ্ৰ পালেগৈ আৰু অমৃত লাভৰ উদ্দেশ্যে মহা পৰাক্ৰম দেখুৱালে। ১৮৭

গৰুড়ৰ পৰাক্ৰমত ভগৱান বিষ্ণু সন্তুষ্ট হ'ল। বিষ্ণুৱে ক'লে,—"গৰুড়! মই (তোমাৰ বীৰত্ব দেখি) সন্তুষ্ট হৈছোঁ, তুমি মোৰপৰা মনোমত বৰ প্ৰাৰ্থনা কৰা।"

মাকৰ দাসত্বৰ কথা সুঁৱৰি গৰুড়ৰ খং উঠি আছিল; সেইদেখি গৰুড়ে 'নাগবোৰ মোৰ ভক্ষ্য হওক' বুলি বৰ প্ৰাৰ্থনা কৰিলে। 'তথাস্তু' বুলি বিষ্ণুৱে গৰুড়ক সেই বৰকে দিলে। তাৰ পিছত গৰুড়ে নিজৰ পৰাক্ৰমেৰে অমৃত আহৰণ কৰিলে। ইফালে ইন্দ্ৰই এই সকলোবোৰ কথাৰ গম পাই গৰুড়ক ক'লে। ১৮৮-৯১

—"পক্ষিৰাজ গৰুড়! মূৰ্খ নাগবোৰে যাতে অমৃত ভক্ষণ কৰিবলৈ নেপায়, তুমি তেনে ব্যৱস্থা কৰিবা। মই নাগৰপৰা এই সুধা অপহৰণ কৰিম।" ইন্দ্ৰৰ কথা বৈষ্ণৱ-শ্ৰেষ্ঠ গৰুড়ে 'বাৰু' বুলি শলাগিলে আৰু অমৃতৰ কলহ লৈ নাগ-বোৰৰ ওচৰলৈ আহিল। ১৯২-৯৩

গৰুড়ক বিষ্ণু দিয়া বৰৰ প্ৰভাৱত নাগবিলাক পূৰ্বেই সন্ত্ৰস্ত হৈ পৰিছিল দেখি গৰুড়ে দূৰৈৰপৰাই ক'লে,—"মই এয়া অমৃত আনিছোঁ, মোৰ আইক দাসত্বৰপৰা মুক্ত কৰি তোমালোকে অমৃত লোৱা আৰু যদিহে তোমালোকৰ মোলৈ ভয় লাগিছে, তেনেহ'লে মই তোমালোকৰ বাবে এই অমৃতকুম্ভ মাটিত পাৰি থোৱা এই কুশবোৰৰ ওপৰতে থওঁ। মই আইক (দাসত্বৰপৰা) মুক্ত কৰি লৈ যাওঁ আৰু ইফালে তোমালোকে অমৃত কুম্ভ গ্ৰহণ কৰা।" ১৯৪-৯৫

নাগবিলাকে 'তথাস্তু' বুলি কোৱাত গৰুড়ে কুশ এসোপাৰ ওপৰত কলহটো থলে। নাগবিলাকেও গৰুড়ৰ মাকক মুক্ত কৰি দিলে। এইদৰে দাসত্বৰপৰা মুক্ত কৰি গৰুড়ে মাকক লৈ যোৱাৰ পিছত নাগবিলাকে নিশংক মনেৰে অমৃত পান কৰিবলৈ কলহটো লব খোজোতেই হঠাতে ইন্দ্ৰ স্বৰ্গৰপৰা তালৈ নামি আহি তাত উপস্থিত হ'ল। ইন্দ্ৰই নিজৰ শক্তিৰে নাগবিলাকক বিমুগ্ধ কৰি কুশাস্তৰণৰ ওপৰৰপৰা অমৃতৰ কলহটো অপহৰণ কৰিলে। ১৯৬-৯৮

তাকে দেখি নাগবিলাকে অতিশয় বিষণ্ণ মনেৰে মেলি থোৱা কুশবোৰৰ ওপৰত কিজানি অমৃত পৰি আছেই এই বুলি ভাবি কুশ চেলেকিবলৈ ধৰিলে। ॥ ১৯৯ ॥

কুশ চেলেকোঁতে নাগৰ জিভা কাটি দুখন হ'ল। অতিশয় লোভ কৰিলে হাস্যাস্পদ হোৱাৰ বাহিৰে একো লাভ নহয়। নাগবিলাকে অমৃত খাবলৈ নাপালে। ইফালে বিষ্ণুৰ বৰত নাগভক্ষক হোৱা গৰুড়ে বাৰে বাৰে নাগবোৰ খাবলৈ ধৰিলে। গৰুড়ৰ ভয়ত ব্যাকুল হৈ নাগ পলাই পাতাল পালেগৈ। গৰ্ভিণী নাগিনীৰ ভয়তে গৰ্ভপাত হ'ল আৰু কিছুমান নাগ ভয়তে মৰিল। ২০১-২

এইদৰে নাগবিলাক মৃত্যুৰ মুখত পৰা দেখি নাগৰাজ বাসুকিয়ে চিন্তা কৰিবলৈ ধৰিলে। 'গৰুড় দুৰ্জ্জয় বীৰ। তেওঁৰ হাতত নিশ্চয় সকলো নাগ একেবাৰে শেষ হ'ব।' ইয়াকে ভাবি বাসুকিয়ে গৰুড়ক প্ৰাৰ্থনা কৰি এটা নিয়ম বন্ধাৰ প্ৰস্তাৱ কৰিলে। ২০৩-৪

—"হে পক্ষীন্দ্ৰ! মই নিতৌ আপোনালৈ আহাৰৰ কাৰণে এটা এটা নাগ পঠিয়াম। আপুনি তাকে খাব; পাতালত আৰু উপদ্ৰৱ কৰিবলৈ নাহে যেন। নাগবিলাক মৰি শেষ হৈ গ'লে আপোনাৰেই স্বাৰ্থ হানি হ'ব (খাবলৈ নাগ নোহোৱা হ'ব)।" ২০৫-৬

বাসুকিৰ কথাত মান্তি হৈ গৰুড়ে 'তথাস্তু' বুলি শলাগিলে। তেতিয়াৰে-

পৰা প্ৰতিদিনে বাসুকিয়ে একোটাকৈ নাগ গৰুড়ৰ আহাৰৰ বাবে পঠিয়াবলৈ ধৰিলে আৰু গৰুড়েও নিতৌ একোটাকৈ নাগ খাবলৈ ধৰিলে। ২০৭

এইদৰে অসংখ্য নাগৰ মৃত্যু হৈছে। মোৰ নাম শঙ্খচূড়, গৰুড়ৰ আহাৰৰ বাবে আজি মোৰ পাল পৰিছে। সেইদেখি নাগৰাজৰ আদেশত এই বধ্য শিলালৈ গৰুড়ৰ আহাৰ হৈ আহিছোঁ। মই গৰুড়ৰ পেটলৈ যাম দেখি মোৰ আয়ে শোক কৰিছে।" শঙ্খচূড়ৰ কথা শুনি জীমূতবাহনে তেওঁৰ দুখত দুঃখিত হৈ বেজাৰেৰে তেওঁক ক'লে। ২০৮-১০

"চোৱা, বাসুকিৰ ৰাজত্ব কিমান দুৰ্বল? নিচেই মূল্যহীন। তেওঁ নিজেই নিজৰ প্ৰজাক নিজ হাতেৰে শত্ৰুৰ ভোজনৰ বাবে আগবঢ়াই দিছে। তেওঁ কিন্তু নিজকে প্ৰথমে গৰুড়ৰ ভক্ষ্যৰূপে আগ বঢ়াই দিয়া নাই। ইয়াৰ বিপৰীতে তেওঁ নপুংসকৰ দৰে শত্ৰুৰ ওচৰত নিজৰ কুল ধ্বংস কৰাৰ প্ৰাৰ্থনা জনাইছে আৰু কুলনাশৰ নীৰৱ দৰ্শক হৈ আছে। ২১১-১২

ইফালে কশ্যপ ঋষিৰ পুত্ৰ হৈয়ো গৰুড়ে কিমান পাপ কাম কৰিব লাগিছে? মহাপুৰুষসকলো নিজৰ দেহৰক্ষাৰ বাবে কিমান মোহগ্ৰস্ত হয়, ই তাৰে নিদৰ্শন।

মই আজি মোৰ শৰীৰ দান কৰি হ'লেও একমাত্ৰ তোমাক গৰুড়ৰপৰা ৰক্ষা কৰিম। বন্ধু তুমি শোক নকৰিবা।" ১১৩-১৪

তাকে শুনি শঙ্খচূড়েও ধৈৰ্য্য ধৰি তেওঁক ক'লে,—"হে প্ৰভু আপুনি এনেকুৱা কথা দুনাই আৰু নকব। কোৱা-মণিৰ কাৰণে মুক্তা-মণি নাশ হোৱাটো যুক্তিযুক্ত নহয়। মই (আপোনাৰ বধৰ কাৰণ হৈ) কুলৰ কলঙ্ক হ'ব নোখোজো।" ২১৫-১৬

এইদৰে কৈ সাধু প্ৰকৃতিৰ শঙ্খচূড়ে জীমূতবাহনক বাধা দিলে। ইফালে গৰুড় অহাৰ সময় হৈছে বুলি জানি সমুদ্ৰৰ তীৰস্থ গোকৰ্ণ নামে শিৱক মৃত্যুৰ পূৰ্বে প্ৰণাম জনাবলৈ শঙ্খচূড় তালৈ গ'ল। ২১৭-১৮

শঙ্খচূড় যোৱাত পৰম কাৰুণিক জীমূতবাহনে শঙ্খচূড়ৰ প্ৰাণ ৰক্ষাৰ কাৰণে আত্মদান কৰিবলৈ থিতাতে সুযোগ পালে। ২১৭-১৯

তেতিয়া যেন তেওঁৰ কিবা এটা পাহৰা কথাহে মনত পৰিল এনে ভাৱ দেখুৱাই জীমূতবাহনে সখিয়েক মিত্ৰাবসুৰে সৈতে আলোচনা কৰিলে আৰু কামৰ চেলু দেখুৱাই তেওঁক লৰালৰিকৈ ঘৰলৈ ঘূৰাই পঠালে। ২২০

সেই মুহূৰ্ত্তে গৰুড় (আকাশৰপৰা) তালৈ আহিল; গৰুড় পাখিৰ

কোবত বোৱা বতাহত পৃথিৱী কঁপিবলৈ ধৰিলে যেন মহাপুৰুষৰ দৰ্শনৰ ভয়তহে পৃথিৱীখন কঁপিব লাগিছে। ২২১

গৰুড় আহিছে বুলি জানি জীমূতবাহন বধ্য-শিলাত উঠিলগৈ। ২২২

নিজৰ বিশাল পাখিৰ ছায়াৰে আকাশ ক'লা কৰি ঢাকি অহা গৰুড় চোঁ মাৰি জীমূতবাহনৰ ওপৰত পৰিল আৰু ঠোঁটেৰে তেওঁক ধৰি ওপৰলৈ উৰা মাৰিলে। গৰুড়ে এইদৰে নিওঁতে জীমূতবাহনৰ গাৰপৰা ধাৰাসাৰে তেজ বৰলৈ ধৰিলে আৰু তেওঁৰ শিৰৰ মুক্তামালা ছিঁগি মণি-মুক্তা মাটিত পৰিবলৈ ধৰিলে। গৰুড়ে পৰ্বতৰ শিখৰলৈ তুলি নি ঠোঁটেৰে খুটি জীমূতবাহনক খাবলৈ আৰম্ভ কৰিলে। ২২৩-২৪

সেই মুহূৰ্ত্তত আকাশৰপৰা পুষ্পবৃষ্টি হ'বলৈ ধৰিলে। ইফালে 'এওঁ নো কোন' বুলি গৰুড়ো আচৰিত হ'ল। ইতিমধ্যে গোকৰ্ণক প্ৰণাম জনাই শঙ্খচূড় তালৈ ঘূৰি আহিল আৰু বধ্যশিলা তেজেৰে বাঙলী হৈ থকা দেখিলে। ২২৫-২৬

'হায়! হায়! মোৰ কাৰণে সেই মহাত্মাই নিজৰ প্ৰাণ উছৰ্গা কৰিলে। গৰুড়ে নো তেওঁক ক'লৈ নিলে? মই তেওঁক বিচাৰি যাওঁ, কিজানি ক'ৰবাত তেওঁক পাওঁই বা?' এইদৰে চিন্তা কৰি সাধু-প্ৰকৃতিৰ শঙ্খচূড় তেজৰ চিনে চিনে জীমূতবাহনক বিচাৰি যাবলৈ ধৰিলে। ২২৭-২৮

ইফালে ঠোঁটেৰে খুটি থকা অৱস্থাতো জীমূতবাহনক আনন্দ মনেৰে থকা দেখি গৰুড় আচৰিত হ'ল, খাবলৈ এৰি গৰুড়ে ভাৱিবলৈ ধৰিলে। মই যাক খাইছোঁ, তেওঁ কেতিয়াও নাগ নহয়। নিশ্চয় অন্য কোনোবাহে। এওঁৰ এতিয়াও মৃত্যু হোৱা নাই; মুমূৰ্ষু অৱস্থাতো ধীৰ-স্থিৰভাৱে আনন্দ মনেৰে আছে। ২২৯-৩০

গৰুড়ে এইদৰে ভাৱি-চিন্তি থাকোঁতে জীমূতবাহনে সেই অৱস্থাতো নিজৰ অভীষ্ট সিদ্ধিৰ উদ্দেশ্যে গৰুড়ক ক'লে,—"পক্ষিৰাজ, মোৰ শৰীৰত এতিয়াও তেজমাংস আছে। তোমাৰ তৃপ্তি এতিয়াও হোৱা নাই। হঠাতে খাবলৈ এৰিলা কিয়?" ২৩১-৩২

এই কথা শুনা মাত্ৰে অতিশয় আচৰিত হৈ গৰুড়ে সুধিলে। —"তুমি নাগ নোহোৱা। তুমি কোন, মোক কোৱা। ২৩৩

"মই নাগ, তুমি ইচ্ছামতে মোৰ মাংস খোৱা, যেনেকৈ আৰম্ভ কৰিছিলা,

তেনেকৈ খাই শেষ কৰা। ধীৰ পুৰুষে আৰম্ভ কৰা কাম শেষ নকৰাকৈ কেতিয়াও নেৰে।" ২৩৪

জীমূতবাহনে এইদৰে কৈ থাকোঁতেই শঙ্খচূড় আহি তাত উপস্থিত হ'ল, আৰু দূৰৈৰপৰা চিঞৰি চিঞৰি ক'লে।—"গৰুড়! তুমি এওঁক নাখাবা। এওঁ নাগ নহয়, এওঁক নাখাবা। তোমাৰ ভক্ষ্য মইহে। গতিকে এওঁক এৰি দিয়াঁ। এনেকুৱা ভ্ৰম তোমাৰ কেনেকৈ হ'ল?" ২৩৫-৩৬

পক্ষিৰাজ গৰুড় এই কথা শুনি অতিশয় বিভ্ৰান্ত হৈ পৰিল। ইফালে নিজৰ অভীষ্ট সিদ্ধি নোহোৱাত জীমূতবাহনে মনে মনে খেদ কৰিবলৈ ধৰিলে। তাৰ পিছত পৰস্পৰে কথা পতাৰ পিছত গৰুড়ে তেওঁক বিদ্যাধৰসকলৰ ৰজা বুলি জানিব পাৰিলে আৰু ভুলতে নাগ বুলি তেওঁক খোৱা বাবে অনুশোচনা কৰিলে। ২৩৭-৩৮

'মই নিষ্ঠুৰে ডাঙৰ পাপ কৰিলোঁ। নীতি-মাৰ্গ পৰিত্যাগ কৰাসকলে পাপ কৰাটো স্বাভাৱিক। কিন্তু মই সৎপথত আছোঁ। অন্যৰ কাৰণে প্ৰাণ উছৰ্গা কৰা এই মহাত্মাৰ আচৰণ অতিশয় প্ৰসংশনীয়। অজ্ঞানতাৰ মোহত অন্ধ হৈ মই পৃথিৱীকে তললৈ নিলোঁ।' ২৩৯-৪০

এইদৰে ভাবি-চিন্তি পাপৰ প্ৰায়শ্চিত্ত কৰাৰ উদ্দেশ্যে গৰুড়ে জুইত জাঁপ দি প্ৰাণ ত্যাগ কৰিবলৈ ওলাল। তেতিয়া জীমূতবাহনে তেওঁক ক'লে। ॥ ২৪১ ॥

—"পক্ষিৰাজ! তুমি কিয় বিষণ্ণ হৈছাঁ? যদি সঁচাকৈয়ে তুমি পাপলৈ ভয় কৰিছাঁ, তেনেহ'লে আজিৰপৰা সৰ্প-ভক্ষণ পৰিত্যাগ কৰা। ইতিপূৰ্বে যিবিলাক সাপ খালাঁ, সেইবিলাকৰ কাৰণে অনুশোচনা কৰা। এয়েই তোমাৰ পাপৰ উচিত প্ৰায়শ্চিত্ত হ'ব। মিছাকৈয়ে অন্য কথা চিন্তা কৰি লাভ নাই। ২৪২-৪৩

সকলো প্ৰাণীৰ প্ৰতি দয়ালু জীমূতবাহনে এইদৰে কোৱাত গৰুড়ে তেওঁৰ কথা গুৰুৰ বাক্যৰ দৰে শিৰোধাৰ্য্য বুলি গ্ৰহণ কৰিলে। মৃত্যুমুখী ক্ষত-বিক্ষত শৰীৰৰ জীমূতবাহন আৰু অস্থি-শেষ (আগেয়ে খোৱা নাগৰ অস্থি) নাগবিলাকক পুনৰ জীৱিত কৰাৰ উদ্দেশ্যে অমৃত আনিবলৈ বুলি গৰুড় তৎক্ষণাত স্বৰ্গলৈ গ'ল ২৪৪-৪৫

ইফালে জীমূতবাহনৰ ভাৰ্য্যাৰ ভক্তিত তুষ্ট হৈ গৌৰী তাত উপস্থিত হ'ল

আৰু অমৃত সিঞ্চন কৰি জীমূতবাহনক সঞ্জীৱিত কৰিলে। অমৃত পৰশত তেওঁৰ অঙ্গ-প্ৰত্যঙ্গ আগতকৈও অধিক সুন্দৰ হৈ উঠিল। দেৱতাসকলে সেই উপলক্ষে আনন্দত দেৱদুন্দুভি বজাই উৎসৱ কৰিলে। ২৪৬-৪৭

জীমূতবাহন সুস্থ হৈ উঠি বহা দেখি স্বৰ্গৰপৰা অমৃত আনি গৰুড়ে সমগ্ৰ সমুদ্ৰ তীৰতে অমৃত বৰ্ষণ কৰিলে। অমৃত বৰ্ষণত সকলোবিলাক মৃত নাগ পুনৰ জীৱিত হ'ল। সমুদ্ৰৰ বেলাভূমি নাগ কুলেৰে পৰিপূৰ্ণ হৈ পৰিল। গৰুড়ৰ ভয়ৰপৰা সমুদ্ৰৰ বেলাভূমি মুক্ত হোৱাত এনেকুৱা অনুমান হ'ল যেন জীমূতবাহনক দৰ্শন কৰিবলৈ পৃথিৱীৰ তলৰপৰা (সৰ্পকুল-পৰিপূৰ্ণ) পাতালখনেই ওপৰলৈ উঠি আহিছে। ২৪৮-৫০

জীমূতবাহনে অক্ষয় যশস্যা আৰু অজৰ-অমৰ শৰীৰেৰে বিৰাজ কৰিলে আৰু বন্ধুসকলে আহি তেওঁক অভিনন্দন জনালে। ২৫১

জীমূতবাহনে বিদায় দিয়াত শঙ্খচূড় পাতাললৈ গ'ল আৰু নিজ ইচ্ছামতে বিচৰণ কৰিবলৈ ধৰিলে। জীমূতবাহনৰ যশস্যা তিনিও লোকত বিয়পি পৰিল। ২৫২-৫৩

তেতিয়া প্ৰীতি পূৰ্ণভাৱে দেৱতাসকল গৰুড়ৰ ওচৰলৈ আহিল। মাতঙ্গ প্ৰভৃতি যিবিলাক জ্ঞাতি সদায় জীমূতবাহনৰ প্ৰতি বৈৰিভাৱাপন্ন আছিল তেওঁলোকো গৌৰীৰ প্ৰভাৱত তেওঁৰ অনুকূল হৈ পৰিল আৰু তেওঁলোকে ভয়ে ভয়ে আহি তেওঁক প্ৰণাম জনালে। ২৫৪

সেই জ্ঞাতিসকলৰ অনুৰোধত তেতিয়া নিজৰ কৰ্মৰে বিখ্যাত হৈ পৰা জীমূতবাহন মলয়াচল এৰি হিমাচলৰ অধিত্যকাৰ নিজৰ ঘৰলৈ আহিল।

॥ ২৫৫ ॥

নিজ ভৱনলৈ অহাৰ পিছত পিতৃ-মাতৃ, ভাৰ্য্যা মলয়ৱতী আৰু সখিয়েক মিত্ৰাবসুৰ সাহচৰ্য্যত জীমূতবাহনে একছত্ৰী ৰাজত্ব উপভোগ কৰিবলৈ ধৰিলে। দেখা যায় নিজৰ চৰিত্ৰৰ প্ৰভাৱেৰে ত্ৰিজগতৰ সকলো লোকৰ অন্তৰ জয় কৰিব পৰা মহৎলোকসকলক কল্যাণে স্বয়ং অনুসৰণ কৰে (তেনে লোকৰ স্বাভাৱিকতে কল্যাণ হয়)। ২৫৬-৫৭

(মুঃ) যৌগন্ধৰায়ণৰ মুখৰপৰা এই আখ্যান শুনি গৰ্ভৱতী ৰাণী বাসৱদত্তাৰ আখ্যান শ্ৰৱণৰ দোহদ পূৰ্ণ হ'ল আৰু তেওঁ পৰম আনন্দ লাভ কৰিলে। ২৫৮

তাৰ পিছত প্ৰসন্ন দেৱতাবৃন্দৰ নিৰন্তৰ নিদেশত ৰাণী বাসৱদত্তাই এই প্ৰসঙ্গৰ চৰ্চাৰে স্বামীৰ কাষত বহি বিদ্যাধৰৰ ভাৱী চক্ৰৱৰ্তী নিজৰ পুত্ৰৰ জন্মৰ বিষয়ে আলোচনা কৰি সেই দিনটো অতিবাহিত কৰিলে।

॥ ২৫৯ ॥

ইতি মহাকবি শ্ৰীসোমদেৱ ভট্ট-বিৰচিত কথাসৰিৎ-সাগৰৰ
চতুৰ্থ লম্বকৰ দ্বিতীয় তৰঙ্গ।
শ্লোক ২৫৯

## চতুর্থ লম্বক

## তৃতীয় তৰঙ্গ

### বাসৱদত্তাৰ স্বপ্নদৰ্শন

এদিনাখন মন্ত্ৰীসকলৰ সৈতে বিজনত বহি থকা উদয়নৰ ওচৰলৈ গৈ বাসৱদত্তাই কলে। ১

"আৰ্য্যপুত্ৰ! গৰ্ভধাৰণ কৰা সময়ৰপৰা সৰ্ভস্থ সন্তান ৰক্ষাৰ বাবে মই অতি ব্যাকুল হৈ পৰিছোঁ। আজি সেই চিন্তাতে নিমগ্ন হৈ মই শুই থাকোঁতে স্বপ্নত এজন পুৰুষ মোৰ ওচৰত উপস্থিত হোৱা দেখিলোঁ। ২-৩

ভস্ম বিলেপনেৰে শ্বেতকায়, কপালত অৰ্দ্ধচন্দ্ৰ আৰু পিঙ্গল বৰ্ণৰ জটা-জুটেৰে সুশোভিত, হাতত ত্ৰিশূল লৈ থকা সেই পুৰুষজনে মোৰ ওচৰলৈ আহি পৰম স্নেহেৰে মোক ক'লে,—"আই! তুমি তোমাৰ গৰ্ভস্থ সন্তানৰ বাবে অকণো চিন্তা নকৰিবা। তোমাক এই সন্তান ময়েই দিছোঁ আৰু ময়েই তোমাৰ সন্তান ৰক্ষা কৰিম। এই বিষয়ে তোমাৰ প্ৰত্যয় জন্মিবৰ কাৰণে ইয়াৰ লগতে কিছু কথা কওঁ, শুনা। ৪-৬

কাইলৈ পুৱা এজনী তিৰোতাই নিজৰ স্বামীক তৰ্জন-গৰ্জন কৰি টানি অনাৰ দৰে তোমালোকৰ ওচৰলৈ আনিব। দুশ্চৰিত্ৰা সেই স্ত্ৰীয়ে বন্ধু-বান্ধৱৰ কুমন্ত্ৰণাৰ প্ৰভাৱত নিজৰ স্বামীক বধ কৰিব খুজিছে। তাই বৰ মিছলীয়া। তুমি সেই তিৰোতাজনীৰ কথা আগতে উদয়নক ভালকৈ কৈ থবা যাতে তেওঁ সেই অসৎ চৰিত্ৰৰ স্ত্ৰীৰ প্ৰভাৱৰপৰা মুক্ত হৈ থাকিব পাৰে।"

॥ ৭-৯ ॥

এইদৰে স্বপ্নাদেশ দি সেই মহাপুৰুষ অন্তৰ্ধান হ'ল। ময়ো লগে লগে সাৰ পালোঁ আৰু ইফালে ৰাতিও পুৱাল। ১০

ৰাণী বাসবদত্তাই এই স্বপ্নবৃত্তান্ত বৰ্ণনা কৰাত তাত থকা সকলোৱে সেয়া শিৱৰ কৃপা বুলি ক'লে। তেওঁলোকে বিস্ময়াবিষ্ট মনেৰে স্বপ্নবৃত্তান্ত মতে আহিব লগা স্ত্ৰীৰ আগমনৰ বাবে অপেক্ষা কৰিবলৈ ধৰিলে। ১১

এইদৰে থকাৰ এক মুহূৰ্ত্ত মান পিছতে মুখ্য-প্ৰতীহাৰে আহি দুখিতৰ প্ৰতি অনুকম্পাশীল উদয়নক জনালে, "মহাৰাজ! পাঁচোটা পুত্ৰ লগত লৈ

বন্ধু-বান্ধৱ পৰিবেষ্টিতা এগৰাকী মহিলা মহাৰাজক প্ৰাৰ্থনা জনাবলৈ আহিছে ; উক্ত ৰমণীয়ে নিজৰ স্বামীক ধিক্কাৰ দি তৰ্জন-গৰ্জন কৰি আহিছে। ১২-১৩

মুখ্য দুৱৰীৰ কথা শুনি উদয়নে 'মহিলাক ইয়ালৈ আনা' বুলি আদেশ দিলে। সেই মুহূৰ্তত ৰজাই বাসৱদত্তাই কোৱা স্বপ্ন বৃত্তান্ত পাহৰিলে। ১৪

এই ঘটনা-সংঘাতত স্বপ্ন সত্য বুলি বাসৱদত্তাৰ প্ৰত্যয় জন্মিল। সৎপুত্ৰ লাভ কৰাৰ বিষয়ে নিঃসন্দেহ হৈ ৰাণীয়ে পৰম আনন্দ লাভ কৰিলে। ১৫

দুৱৰীৰ আজ্ঞামতে উক্ত ৰমণী স্বামীৰে সৈতে ভিতৰলৈ সোমাল ; দুৱাৰ-মুখত ঠিয় হৈ সকলোৱে কৌতুহলেৰে ৰমণীৰ গতি-বিধি নিৰীক্ষণ কৰিবলৈ ধৰিলে। ভিতৰলৈ সোমাই আহি সেই স্ত্ৰীয়ে দুখ-বেজাৰৰ ভাও ধৰি মুখখন ওন্দোলাই পেলালে। ৰমণীয়ে ৰজা আৰু পৰিষদবৰ্গক যথাক্ৰমে প্ৰণাম জনালে আৰু বাসৱদত্তাৰে সৈতে উপবিষ্ট ৰজা উদয়নৰ আগত এইবুলি নিৱেদন কৰিলে। ১৬-১৭

—"মহাৰাজ! এওঁ মোৰ স্বামী। মই সম্পূৰ্ণ নিৰপৰাধিনী হোৱা সত্ত্বেও মোৰ স্বামীয়ে মোক ভৰণ-পোষণ নিদিয়ে, স্বামীয়ে মোক অনাথিনি কৰিছে।" ১৮

মহিলাই এইদৰে অভিযোগ কৰাত মহিলাৰ স্বামীয়ে ৰজাক জনালে,—"মহাৰাজ! তেওঁ গোটেই মিছা কথা কৈছে। দুষ্ট বন্ধু-বান্ধৱেৰে লগ লাগি এওঁ মোক হত্যা কৰিব খুজিছে। এবছৰ জোৰাকৈ মই এওঁক খাদ্য, বস্ত্ৰ-আভৰণ আদি সকলো বস্তু আচুতীয়াকৈ দিছোঁ। বন্ধু-বান্ধৱ তথা অন্যান্য পক্ষপাতহীন সকলো লোক মোৰ সাক্ষী আছে।" ১৯-২০

পুৰুষজনে এইদৰে কোৱাত ৰজাই অভিমত প্ৰকাশ কৰিলে যে স্বপ্নত মহাদেৱে ৰাণীক দেখা দি কোৱা বৃত্তান্তই এই বিষয়ত সাক্ষী। এই বিষয়ত আৰু আন সাক্ষী-বাদী বিচৰাৰ কি প্ৰয়োজন? এই দুশ্চৰিত্ৰা স্ত্ৰীক সবান্ধৱে শাস্তি দিব লাগে। ৰজাই এইদৰে আদেশ দিয়াত ধীৰ স্বভাৱৰ মন্ত্ৰী যৌগন্ধৰায়ণে মাত লগালে। ২১-২২

—"মহাৰাজাৰ কথা সত্য; কিন্তু সাক্ষী-বাদী নৈহে দোষীক যথোচিত শাস্তি দিয়া উচিত। স্বপ্ন বৃত্তান্ত মানুহে নাজানে, গতিকে তেওঁলোক কেনেকৈ পতিয়ন যাব?" ২৩

মন্ত্ৰীৰ কথা ৰজাই ভাল বুলি শলাগিলে আৰু তৎক্ষণাত তালৈ কেইজন-

মান সাক্ষী অনালে। সাক্ষীবোৰক ৰজাই সোধাত তেওঁলোকে তিৰোতাজনী মিছলীয়া বুলি একেমুখে ক'লে। ২৪

তেতিয়া বৎসৰাজ উদয়নে সেই স্ত্ৰীক নিজৰ সৎস্বভাৱৰ স্বামীৰ প্ৰতি দ্ৰোহ আচৰণ কৰাৰ অপৰাধত অপৰাধী বুলি ঘোষণা কৰি সবান্ধৱে নিজ ৰাজ্যৰপৰা বহিষ্কাৰ কৰিলে। লগতে দয়ালু ৰজাই সৎস্বভাৱৰ স্বামীক দ্বিতীয় বিবাহ কৰিবৰ কাৰণে বহুত ধন-সম্পত্তিও দিলে। ২৫-২৬

দুৰ্দশাগ্ৰস্ত ব্যাকুল স্বামীক নিষ্ঠুৰ স্বভাৱৰ কুলটা স্ত্ৰীয়ে জীয়াই থাকোঁতেই কাউৰীয়ে খোঁটা দি খুঁটিবলৈ ধৰে। সজ স্বভাৱৰ সজ কুলত জন্মা গৃহিণীয়ে গছৰ ছাঁৰ দৰে স্বামীৰ দুখ-কষ্ট দূৰ কৰে। এনেকুৱা গৃহিণী কোনো কোনো পুৰুষে পুণ্যৰ ফলতহে লাভ কৰে। ২৭-২৮

প্ৰসঙ্গক্ৰমে বজাই এইদৰে কোৱাত ওচৰতে বহি থকা কথা চহকী বসন্তকে ৰজাক ক'লে।

—"মহাৰাজ! পৰস্পৰ বিৰোধিতাই হওক, বা স্নেহেই হওক, মানুহৰ প্ৰায়েই পূৰ্বজন্মৰ কৰ্মফল অনুসাৰেহে হয়।" ২৯-৩০

২৮. **সিংহ বিক্ৰমৰ কথা ঃ**

এই বিষয়ে এটা আখ্যান কওঁ, শুনক।

এসময়ত বাৰাণসীত বিক্ৰমচণ্ড নামৰ এজন ৰজা আছিল। তেওঁৰ সিংহ পৰাক্ৰম নামৰ এটা ভৃত্য আছিল। সিংহ বিক্ৰম যুদ্ধ আৰু জুৱাখেল দুয়োটাতে সমানে অতুলনীয় নিপুণ আছিল। ৩২

তেওঁৰ ভাৰ্য্যাৰ নাম কলহকাৰী (দন্দুৰী)। কদৰ্য্য মনৰ দৰে কলহকাৰীৰ শৰীৰো কুৎসিতা। নিজৰ নামৰ সাৰ্থকতা অনুসৰি কলহকাৰী সঁচাকৈয়ে দন্দুৰী আছিল। সিংহ বিক্ৰমে ৰজাৰপৰা পোৱা বেতন আৰু জুৱাখেলত লাভ কৰা সকলো টকা-পইছা আনি কলহকাৰীৰ হাতত দিয়ে। তিনিটা ল'ৰা-ছোৱালীৰ মাক দন্দুৰী কলহকাৰীয়ে তথাপি এক মুহূৰ্তও কাঁজিয়া নকৰাকৈ নাথাকে। ৩৪-৩৫

"তুমি সদায় বাহিৰত পান-ভোজন কৰা। আমাক একোকে নিদিয়া" এই-বুলি পুতেকহঁতৰ সৈতে চিঞৰি-বাখৰি সেই দন্দুৰী তিৰোতাজনীয়ে সদায় স্বামীৰ মনত কষ্ট দিছিল। ৩৬

সিংহ বিক্ৰমে খোৱাবস্তু, কাপোৰ-কানি আৰু অলঙ্কাৰ-পাতি দি তেওঁক

প্ৰসন্ন কৰিবলৈ যত্ন কৰা সত্ত্বেও সেই দম্পতীৰ দিনে-নিশাই ভোগৰ তৃষ্ণা অগ্নিৰ শিখাৰ দৰে নিতৌ বাঢ়িছিলহে জ্বলিছিল। কিছুদিন পিছত দুখ-কষ্ট সহিব নোৱাৰি সিংহবিক্ৰম ঘৰ এৰি দেৱী বিন্ধ্যবাসিনীক দৰ্শন কৰিবলৈ গ'ল। ৩৮

মন্দিৰত নিৰাহাৰে থকা সিংহবিক্ৰমক দেৱীয়ে স্বপ্নাদেশ কৰিলে। "বৎস! উঠা। বাৰাণসী নগৰলৈ যোৱা। তাত তুমি এজোপা ডাঙৰ বটবৃক্ষ দেখিবলৈ পাবা। সেই বটবৃক্ষ জোপাৰ গুৰিত খান্দিলে তুমি বহুত ধন-ৰত্ন পাবা। ৩৯-৪০

সেই ধন-ৰত্নৰ মাজত আকাশৰপৰা খহিপৰা তৰাৰ নিচিনা মণি-মাণিক্য খচিত এটা পাত্ৰ পাবা। পাত্ৰটো শাণত দিয়া তৰোৱালৰ ধাৰৰ দৰে জিক্‌মিকাই আছে। ৪১

সেই পাত্ৰটোলৈ জুমি চালেই তুমি যাৰ পূৰ্বজন্মৰ বিষয়ে জানিব খোজা, তেওঁলোক সকলোৰে পূৰ্বজন্মৰ বিষয়ে জানিব পাৰিবা। এইদৰে তোমাৰ ভাৰ্য্যা আৰু তোমাৰ নিজৰো পূৰ্বজন্মৰ কথা তুমি জানিব পাৰিবা। তেতিয়া তোমাৰ সকলো মনৰ কষ্ট দূৰ হ'ব। তাৰ পিছত তুমি লাভ কৰা ধন-সোণ লৈ সুখেৰে বাস কৰিবা।" ৪২-৪৩

দেৱীয়ে এই স্বপ্নাদেশ কৰাৰ পিছত সিংহপৰাক্ৰমে[১] সাৰ পালে। পিছদিনা ব্ৰতৰ পাৰণ (সামৰণি ক্ৰিয়া) কৰি তেওঁ বাৰাণসী নগৰলৈ যাত্ৰা কৰিলে। ৪৪

বাৰাণসীত উপস্থিত হৈ তেওঁ বটবৃক্ষ জোপা দেখিবলৈ পালে আৰু তাৰ গুৰিৰ বহুত ধন-ৰত্নৰ মাজত উক্ত মণিময় পাত্ৰটোও দেখিলে। ৪৫

পূৰ্বজন্মৰ বিষয়ে জানিব খুজি সিংহপৰাক্ৰমে পাত্ৰটোলৈ চাই দেখিলে যে পূৰ্বজন্মত তেওঁৰ ভাৰ্য্যা এজনী ভালুক আৰু তেওঁ নিজে এটা সিংহ আছিল। ৪৬

পূৰ্বজন্মৰ শত্ৰুতা-জনিত বাসনাৰপৰা তেওঁৰ আৰু ভাৰ্য্যাৰ মাজত ঘোৰ বিদ্বেষ জন্মিছে বুলি বুজিব পাৰি তেওঁ শোক-মোহ সকলো পৰিত্যাগ কৰিলে। ৪৭

ইয়াৰ পিছত পাত্ৰটোলৈ চাই পাত্ৰৰ প্ৰভাৱত সিংহবিক্ৰমে বৰ্তমান দেখা বহুত কন্যা পূৰ্বজন্মত সিংহতকৈ বেলেগ জাতৰ দেখি সেই সকলোবোৰ পৰিত্যাগ কৰিলে। পূৰ্বজন্মত নিজৰ অনুৰূপ সিংহজাতীয় এগৰাকী কন্যা

১. সিংহবিক্ৰম আৰু সিংহপৰাক্ৰম একেজনৰে নাম।

পাত্ৰৰ প্ৰভাৱত দেখিবলৈ পাই তেওঁ সিংহশ্ৰী নামৰ সেই কন্যাক বিয়া কৰালে। সিংহ পৰাক্ৰমে কলহকাৰীক কেৱল গ্ৰাসাচ্ছাদন ( ভোজন আৰু গাৰ কাপোৰ ) দি নৱ পৰিণীতা পত্নীৰে সৈতে সুখেৰে বাস কৰিবলৈ ধৰিলে। ৪৮-৫০

মহাৰাজ! এইদৰে ইহলোকত পূৰ্বজন্মৰ বাসনা অনুসাৰে পুৰুষৰ ভাৰ্য্যা স্নেহপৰায়ণা বা কলহপৰায়ণা হয়। ৫১

[ মূঃ ] বসন্তকে কোৱা এই আখ্যান শুনি উদয়ন আৰু বাসৱদত্তা দুয়ো পৰম আনন্দ লাভ কৰিলে। ৫২

গৰ্ভ-ভাৰালসা বাসৱদত্তাৰ মুখচন্দ্ৰলৈ দিনে-নিশাই চাই চায়ো উদয়নৰ হেঁপাহ নপলোৱা হ'ল। এইদৰে দিন পাৰ হ'বলৈ ধৰিলে। ৫৩

**মন্ত্ৰীসকলৰ পুত্ৰ জন্ম ঃ**

ক্ৰমে সকলো মন্ত্ৰীৰে শুভলক্ষণ যুক্ত পুত্ৰ জন্ম হ'ল। এই পুত্ৰসকলে ভৱিষ্যতৰ সূচনা কৰিলে। ৫৪

প্ৰথমে মুখ্যমন্ত্ৰী যৌগন্ধৰায়ণৰ এটা পুত্ৰ জন্ম হ'ল, নাম মৰুভূতি। তাৰ পিছত ৰুমাণ্বানৰ হৰিশিখ নামৰ পুত্ৰ আৰু বসন্তকৰ তপন্তক নামৰ পুত্ৰৰ জন্ম হ'ল। তাৰ পিছত ইত্যক উপনামেৰে প্ৰখ্যাত দ্বাৰ পালাধ্যক্ষ নিত্যোদিতৰ গোমুখ নামৰ পুত্ৰৰ জন্ম হ'ল। ৫৫-৫৭

এই মন্ত্ৰী পুত্ৰসকল উদয়নৰ ভাৱী পুত্ৰ, ভৱিষ্যতৰ চক্ৰৱৰ্তী ৰজাৰ মন্ত্ৰী হ'ব আৰু তেওঁলোকে শত্ৰুকুল নিৰ্মূল কৰিব। ৫৮

মন্ত্ৰীবৰ্গৰ পুত্ৰ জন্মাত ৰাজধানীত মহোৎসৱ হ'ল। উৎসৱ চলি থাকোঁতেই আকাশী-বাণী হ'ল। কেইদিনমান যোৱাৰ পিছত দেৱী বৎসৰাজ উদয়নৰ মহিষী বাসৱদত্তা আসন্ন প্ৰসৱা হ'ল। ৫৯-৬০

**নৰবাহন দত্তৰ জন্ম ঃ**

বাসৱদত্তা তেতিয়া পুত্ৰৱতী ৰমণীয়ে খিৰিকীত আকণপাত আৰু শমী গছৰ পাত ওলোমাই ধুনীয়াকৈ সজোৱা পৰিষ্কাৰ সূতিকাগৃহত প্ৰসৱৰ বাবে সোমাল। মাঙ্গলিক ৰত্নদীপৰ দীপ্তিৰে দ্বীপ্ত আৰু অস্ত্ৰ-শস্ত্ৰৰ প্ৰভাৱে উজ্বল সূতিকাগৃহ মন্ত্ৰীবৰ্গই বিবিধ তন্ত্ৰ-মন্ত্ৰৰ অনুষ্ঠানেৰে ৰজাৰ পুত্ৰ জন্মৰ বাবে সুৰক্ষিত কৰিলে ; সূতিকাগৃহ ( কৃত্তিকা আদি ) মাতৃগণৰ পক্ষে দুৰ্গম আৰু দুৰ্জয় যেন হৈ পৰিল। ৬২-৬৩

যথা সময়ত সেই সূতিকাগৃহত ৰাণী বাসৱদত্তাই এটি সুদৰ্শন কান্তিমান পুত্ৰ জন্ম দিলে, যেন সুনিৰ্মল আকাশত শুভ্ৰ জ্যোৎস্নাৰে চন্দ্ৰৰ উদয় হ'ল। ৬৪

পুত্ৰৰ শৰীৰৰ কান্তিয়ে কেৱল যে প্ৰসূতি ঘৰ হে জিলিকাই তুলিছিল এনে নহয়। লগতে বাসৱদত্তাৰ অন্তৰৰ সকলো শোক-দুখ দূৰ কৰি তেওঁকো সমানে তুলি ধৰিছিল। ৰজাৰ পুত্ৰ জন্মাত ৰাজ অৱৰোধত অন্তঃপুৰবাসী-সকলে আনন্দ উৎসৱ আৰম্ভ কৰিলে। উদয়নে এজন অন্তঃপুৰবাসীৰ মুখৰ-পৰা পুত্ৰ জন্মাৰ শুভ সংবাদ পালে। ৬৫-৬৬

পুত্ৰ-জন্মৰ প্ৰিয় বাৰ্তাৰে দিয়া কটকীৰ প্ৰতি সন্তুষ্ট হৈ উদয়নে সমগ্ৰ ৰাজ্য-খনকে কটকীক দান কৰিব খুজিছিল, পিছে তেনে কাৰ্য্য অনুচিত হ'ব বুলিহে কেৱল তেওঁ ৰাজ্য দানৰপৰা বিৰত হ'ল, ৰাজ্যৰ লোভত নহয়। ৬৭

বাৰ্তাৰে শুনা মাত্ৰকে উৎসুক হৈ তৎক্ষণাত ৰজা উদয়ন অন্তঃপুৰ পালেহি। পুত্ৰৰ মুখ দৰ্শন কৰি তেওঁৰ বহুকালৰ আশা-আকাংক্ষা ফলৱতী হোৱা বুলি ভাবিলে। ৬৮

নৱজাত বালকৰ আয়ত অধৰ আৰক্তিম, মুৰৰ চুলি কঁপি থকা উণী সূতাৰ দৰে কেঁকোৰা আৰু মুখখন প্ৰস্ফুটিত পদুম তুল্য ; যেন ( লক্ষ্মীৰ ) লীলা-পদ্ম। অন্যান্য নৃপতিবৃন্দৰ ৰাজ্যশ্ৰীয়ে ভয়তে যেন আগতীয়াকৈ নিজ নিজ ৰাজচিহ্ন ছত্ৰ-চামৰেৰে বালকৰ পদযুগল অংকিত কৰি দিছে। ( বালকৰ ভৰিৰ তলুৱাত ছত্ৰ-চামৰ শুভ চিহ্ন আছিল )। ৬৯-৭০

পুত্ৰৰ মুখ দৰ্শন কৰাত ৰজাৰ দুচকুৰপৰা আনন্দাশ্ৰু বৰলৈ ধৰিলে যেন তেওঁৰ অন্তৰৰপৰা পুত্ৰ-স্নেহ হে নিগৰি ওলাই আহিছে। ৰজাৰ হিতৈষী যৌগন্ধৰায়ণ প্ৰভৃতি মন্ত্ৰীবৰ্গই আনন্দ প্ৰকাশ কৰিলে। সেই সময়তে আকাশী-বাণী হ'ল। ৭১-৭২

"মহাৰাজ! আপোনাৰ এই পুত্ৰ কামদেৱৰ অৱতাৰ ৰূপে জন্ম হৈছে। এওঁৰ নাম হ'ব নৰবাহন দত্ত। দেৱতাৰ এযুগ কাল আপোনাৰ এই মহান পুত্ৰ বিদ্যাধৰসকলৰ চক্ৰৱৰ্তী ৰজা হ'ব।" ৭৩-৭৪

ইয়াকে কৈ আকাশী-বাণী নীৰৱ হ'ল। আকাশৰপৰা পুষ্প বৃষ্টি হ'বলৈ ধৰিলে, আৰু দেৱ-দুন্দুভিও বাজিবলৈ ধৰিলে। ৭৫

দেৱতাবিলাকে এইদৰে উৎসৱ পালন কৰাত ৰজা অত্যন্ত উৎসাহিত হ'ল। তেওঁ আনন্দ মনেৰে গোটেই ৰাজ্যত পুত্ৰ-জন্মৰ উৎসৱ পালন কৰাৰ আদেশ দিলে। ৭৬

মন্দিৰত বজোৱা বাদ্য-যন্ত্ৰৰ শব্দই গগন-পৱন এনেকৈ মুখৰিত কৰিলে যে সেই শব্দই যেন সকলো বিদ্যাধৰকে ৰাজকুমাৰ জন্মাৰ বাৰ্তাৰ দিবলৈ হে গৈছিল। উচ্চ প্ৰাসাদৰ ওপৰত বতাহত কঁপি থকা ৰঙা পতাকাবিলাকে পৰস্পৰে পৰস্পৰক আনন্দত সেন্দুৰ সানি ৰঙা কৰিবলৈ ধৰা যেন দেখা গৈছিল। ৭৭-৭৮

নগৰত সকলো ঘৰতে নাচ-গান হ'বলৈ ধৰিলে যেন পৃথিৱীত কামদেৱৰ জন্ম হোৱাৰ আনন্দতে স্বৰ্গৰ অপ্সৰাবিলাকে আহি ঘৰে ঘৰে নাচ-গান কৰিছিল। ৰজাই আনন্দ-উৎসৱত দান কৰা বস্ত্ৰ-আভৰণৰ বাবে সমগ্ৰ নগৰখন ( নগৰৰ সকলো প্ৰজা ) সমানে বিভৱশালী হোৱা যেন দেখা গৈছিল।

ঐশ্বৰ্য্যশালী ৰজাই নিজৰ অনুচৰবৰ্গৰ ওপৰত আনন্দত ধন-ৰত্নৰ বৰ্ষণ কৰাত কোষাগাৰৰ বাহিৰে একোৱেই খালী হৈ নাথাকিল। ( কোষাগাৰ খালী হ'ল, অন্যবোৰ পৰিপূৰ্ণ হৈ পৰিল )। ৮১

চাৰিওফালৰ সামন্ত নৃপতিসকলৰ মহিষীসকলে বিবিধ উপঢৌকন লৈ তালৈ আহি প্ৰাৰ্থনা জনাবলৈ ধৰিলে আৰু তেওঁলোকৰ লগত আহিছিল জাকে জাকে নাচনী ছোৱালী ; বহুত ৰথীয়া, বিবিধ সঙ্গীত-বাদ্যৰ বাদ্যকৰ ; যেন আকাশৰ-পৰা দিক্‌পাল সকলহে নামি আহিছিল। চলন-ফুৰণ সকলোতে নৃত্যৰ ভঙ্গিমা প্ৰকাশ পাইছিল, কথা-বাতৰা মঙ্গলসূচক পূৰ্ণপাত্ৰ[২] যেন হৈছিল, আৰু সকলোৰে ব্যৱহাৰত ত্যাগৰ মহিমা প্ৰকাশ পাইছিল। নগৰখন সঙ্গীত-বাদ্যৰ ধ্বনিত মুখৰিত হৈছিল। মানুহবিলাকে প্ৰসাধন কৰিছিল আৰু গোটেই নগৰখন চাৰণৰ বন্দনা গীতৰে ধ্বনিত হৈ পৰিছিল। ৮২-৮৫

এইদৰে এই উৎসৱ বহুতদিন চলিল আৰু নগৰবাসীৰ মনোৰথ পৰিপূৰ্ণ হ'ল। ৮৬

আকাশী-বাণীয়ে কোৱামতে ৰজাই পুতেকৰ নাম দিলে নৰবাহন দত্ত। ৰাজকুমাৰ কিছুদিনৰ ভিতৰতে প্ৰতিপদৰ জোনৰ দৰে বাঢ়িবলৈ ধৰিলে। ৮৭

অলপ ডাঙৰ হৈ ৰাজকুমাৰে থপক্-থপক্ কৈ এটা দুটা খোজ দিয়াত ভৰিৰ নখৰ উজ্বল কান্তিৰে ঠাইখন উজ্বলি উঠিছিল। ফুলৰ কলিৰ নিচিনা দুটা দাঁত উলিয়াই হাঁহি কুমাৰে দুই এটা অস্ফুট কথা কৈছিল—এইবোৰ দেখি উদয়নে পৰম আনন্দ উপভোগ কৰিলে। ৮৮

২. পূৰ্ণপাত্ৰ—পাত্ৰত চাউল ভৰাই তাৰ ওপৰত তামৰ বা ৰূপৰ মুদ্ৰা দিলে মাঙ্গলিক পূৰ্ণপাত্ৰ হয়।

ইয়াৰ পিছত মন্ত্ৰীসকলে ৰাজকুমাৰৰ ওচৰলৈ নিজৰ কেঁচুৱা ল'ৰা কেইটা আনিলে আৰু ৰাজকুমাৰৰ সৈতে লগ লগাই দিলে। তাকে দেখি ৰজা উদয়নে বৰ আনন্দ উপভোগ কৰিলে। ৮৯

প্ৰথমতে যৌগন্ধৰায়ণে নিজৰ পুত্ৰ মাৰুতিক তালৈ আনিলে। তাৰ পিছত ক্ৰমে ৰুমাণ্বানে নিজ পুত্ৰ হৰিশিখক আৰু ইত্যক নামৰ প্ৰধান দ্বাৰপালে নিজ পুত্ৰ গোমুখক আনিলে। বসন্তকেও নিজ পুত্ৰক আনিলে। পুৰোহিত শান্তিকৰেও ভায়েক আৰু পিঙ্গলকাৰ যমজ-পুত্ৰ ভতিজাক শান্তিসোম আৰু বৈশ্যানৰক তালৈ আনি ৰাজকুমাৰৰ লগ লগাই দিলে। ৯০-৯১

সেই সময়ত মঙ্গল বাদ্যৰ সৈতে আকাশৰপৰা পুষ্প বৃষ্টি হ'ল। ৰজাই ৰাণীৰে সৈতে শিশু মন্ত্ৰীপুত্ৰসকলক মৰম-স্নেহ কৰি পৰম আনন্দ লাভ কৰিলে। ৯২

ছজন মন্ত্ৰীপুত্ৰেৰে পৰিবেষ্টিত হোৱাত ৰাজকুমাৰ নৰবাহন দত্তই তেওঁৰ প্ৰতি অনুৰক্ত এই ছজন মন্ত্ৰীপুত্ৰৰ আনুগত্য ল'বাকালতে লাভ কৰিলে, ৰাজনীতিৰ ছটা গুণেহে[৩] যেন তেওঁক সৰু কালতে আৱৰি ধৰিলে। ৯৩

শিশুপুত্ৰ নৰবাহন দত্তৰ মুখ পদুম ফুলৰ নিচিনাকৈ বিকশিত হৈ পৰিল, ৰাজকুমাৰে ৰাজ অন্তঃপুৰৰ অনুৰাগী লোকসকলৰ ইজনৰপৰা সিজনৰ কোলালৈ গৈ আনন্দ-কলৰৱ কৰিবলৈ ধৰিলে। তাকে দেখি বৎসৰাজ উদয়নৰ সুখ আৰু আনন্দৰ পাৰ নোহোৱা হ'ল। ৯৪

ইতি শ্ৰীমহাকবি সোমদেৱ ভট্ট বিৰচিত কথাসৰিৎ-সাগৰৰ
তৃতীয় তৰঙ্গ।
শ্লোক ৯৪
চতুৰ্থ লম্বক ; শ্লোক ৫৯২

৩. ৰাজনীতিৰ ছটা গুণ=(১) সন্ধি, (২) বিগ্ৰহ (যুদ্ধ), (৩) যান (শত্ৰুৰ অভিমুখে অভিযান), (৪) আসন (শিবিৰত অৱস্থান), (৫) দ্বৈধীভাৱ (পৰস্পৰ বিভেদ সৃষ্টি), (৬) সংশ্ৰয় (পৰাক্ৰমী ৰজাৰ আশ্ৰয় গ্ৰহণ)।

## কথাসৰিৎ-সাগৰ

॥ এই মহৎ কথামৃত প্ৰাচীন কালত পাৰ্বতীৰ প্ৰণয়-ৰূপ মন্দৰ পৰ্বতৰ আলোড়নৰ ফলত হৰৰ মুখ-সমুদ্ৰৰপৰা অমৃতৰূপে ওলাইছিল। যিসকলে আগ্ৰহেৰে এই কথামৃত পান কৰে, মহাদেৱৰ প্ৰসাদত তেওঁলোকে নিৰ্বিঘ্নে সমৃদ্ধি লাভ কৰি এই পৃথিৱীত দেৱতুল্য হৈ বিৰাজ কৰে ॥

## চতুৰ্দাৰিকা নামৰ পঞ্চম লম্বক

### প্ৰথম তৰঙ্গ (২৪)

মদস্রাৱৰ বাবে গণেশে চাৰিওফালে মূৰ জোকাৰি কুমৰপৰা ওলোৱা মদৰ ৰঙা কণিকাৰে পৃথিৱীখন সেন্দুৰীয়া কৰি তুলিছে—যেন নিজৰ তেজঃপুঞ্জেৰে পৃথিৱীখন পুৰি ৰঙাহে কৰিছে ; গণেশে তোমালোকক ৰক্ষা কৰক। ১

[ মুঃ ] একমাত্ৰ পুত্ৰ নৰবাহন দত্তক পালন-পোষণ কৰি ৰজা উদয়নে ৰাণী বাসৱদত্তাৰে সৈতে সুখ-আনন্দত কাল অতিবাহিত কৰিবলৈ ধৰিলে। ২

পুত্ৰৰ ৰক্ষণাবেক্ষণৰ কাৰণে ৰজা উদয়নক ব্যাকুল হোৱা দেখি এবাৰ মন্ত্ৰী যৌগন্ধৰায়ণে ৰজাক নিৰ্জনত ক'লে। ৩

—"মহাৰাজ ! ৰাজকুমাৰ নৰবাহন দত্তৰ কাৰণে আপুনি তিলমানো চিন্তা নকৰিব। এই ৰাজকুমাৰ ভগবান শিৱৰ কৃপাত সকলো বিদ্যাধৰৰ ওপৰত চক্ৰৱৰ্তী হ'বলৈ আপোনাৰ ঘৰত জন্ম লৈছে। ৪-৫

বিদ্যাধৰৰ ৰজাই নিজৰ বিদ্যাৰ প্ৰভাৱত এই ভৱিষ্যৎ তত্ত্বৰ বিষয়ে জানিব পাৰি ঈৰ্ষাপৰায়ণ হৈ পৰিছে আৰু অসহিষ্ণু হৈ তেওঁ পাপ কাৰ্য্য আচৰণ কৰিব খুজিছে। বিদ্যাধৰাধিপতিৰ ষড়যন্ত্ৰৰ কথা বিদিত হৈ ভগৱান শিৱই ৰাজকুমাৰৰ ৰক্ষাৰ কাৰণে স্তম্ভক নামৰ গণাধিপতিক নিযুক্ত কৰিছে। ৬-৭

উক্ত গণাধিপতিয়ে আপোনাৰ পুত্ৰৰ ৰক্ষাৰ বাবে সকলোৰে অদৃশ্য হৈ ইয়াত বাস কৰিছে। নাৰদ মুনিয়ে অলপতে আহি মোক এই বাৰ্তা দিছে। ৮

মন্ত্ৰী যৌগন্ধৰায়ণে ৰজাক এইদৰে কৈ থাকোঁতেই কিৰীটি কুণ্ডলধাৰী এজন পুৰুষ সেইখিনিতে আকাশৰপৰা নামিল। ৯

পুৰুষজনক ৰজাই প্ৰণাম জনাই অতিথি সৎকাৰ কৰিলে আৰু তাৰ পাছত সুধিলে,—"তুমি কোন ? তোমাৰ ইয়ালৈ অহাৰ সকামনো কি ?" ১০

পুৰুষজনে উত্তৰ দিলে,—"মোৰ নাম শক্তিবেগ, মই মনুষ্য হৈয়ো বিদ্যাধৰ-সকলৰ অধিপতি হৈছোঁ, সেইদেখি মোৰ বহুত শত্ৰু। মহাৰাজ, মই মোৰ বিদ্যাৰ ( অলৌকিক শক্তি ) প্ৰভাৱত দিব্যদৃষ্টিৰে জানিব পাৰিছোঁ যে আপোনাৰ পুত্ৰ সকলো বিদ্যাধৰৰ চক্ৰৱৰ্তী ৰজা হ'ব। সেইদেখি মই তেওঁক চাবলৈ আহিছোঁ।" ১১-১২

'মই বিদ্যাধৰৰ ভাৱী চক্ৰৱৰ্তী ৰাজপুত্ৰক দৰ্শন কৰিবলৈ আহিছোঁ' বুলি পুৰুষজনে কোৱাত ৰজা উদয়ন অতিশয় সন্তুষ্ট আৰু আনন্দিত হ'ল। বিস্ময়ত অভিভূত হৈ তেওঁ সুধিলে। ১৩

—"বন্ধু! কোৱাচোন বাৰু বিদ্যাধৰত্ব কেনেকৈ লাভ কৰিব পাৰি? বিদ্যাধৰত্বনো কেনেকুৱা? তুমি কেনেকৈ বিদ্যাধৰত্ব লাভ কৰিলা? সকলো কথা মোক কোৱা।" ১৪

ৰজাৰ কথা শুনি বিদ্যাধৰ শক্তিবেগে নম্ৰভাৱেৰে ৰজাক ক'লে। ১৫

"মহাৰাজ! এই জন্ম অথবা পূৰ্বজন্মত ভগৱান শিৱক আৰাধনা কৰা ধৈৰ্য্যশীল লোকে শিৱৰ কৃপাত বিদ্যাধৰত্ব লাভ কৰিব পাৰে। এই বিদ্যাধৰত্ব বহুত বিধৰ আছে। সেইবিলাক বিদ্যা খড়্গ, মালা, আদিৰ সাধনত সিদ্ধিৰ দ্বাৰা লাভ কৰা যায়। মই বিদ্যাধৰত্ব কেনেকৈ লাভ কৰিলোঁ, কওঁ শুনক।" ॥ ১৬-১৭ ॥

এইদৰে কৈ শক্তিবেগে ৰজা উদয়ন আৰু বাসৱদত্তাৰ আগত আত্মবৃত্তান্ত ক'বলৈ ধৰিলে। ১৮

## ২৯. সোণৰ নগৰীৰ কথা:

পুৰাণিকালত বৰ্দ্ধমান নামেৰে পৃথিৱীৰ ভূষণস্বৰূপ এখন নগৰ আছিল। সেই নগৰত পৰোপকাৰী নামৰ এজন শত্ৰুবিজয়ী ৰজা আছিল। বৰ্দ্ধিষ্ণু সেই ৰজাৰ ৰাণীৰ নাম কনকপ্ৰভা। কনকপ্ৰভা মেঘত জিলিকি উঠা বিজুলীৰ নিচিনা। বিজুলী চঞ্চল; কিন্তু কনকপ্ৰভা ধীৰ-স্থিৰ স্বভাৱৰ। ১৯-২০

ৰাণী কনকপ্ৰভাৰ গৰ্ভত কালক্ৰমত ৰজাৰ এটি কন্যা জন্ম হ'ল। বিধাতাই কিজানি ৰূপ-সৌন্দৰ্য্যৰে লক্ষ্মীৰ গৰ্ব খৰ্ব কৰিবলৈকে সেই মানৱী কন্যাৰ সৃষ্টি কৰিছিল। ২১

সকলো লোকৰ নয়নৰ চন্দ্ৰিকা সেই কন্যা দিনে দিনে ডাঙৰ-দীঘল হ'বলৈ ধৰিলে। ৰজাই কন্যাৰ মাতৃৰ নামৰ লগত সঙ্গতি ৰাখি জীয়েকৰ নাম থলে কনকৰেখা। ২২

জীয়েক গাভৰু হলত পিতৃ ৰজাই এদিন ৰাণী কনকপ্ৰভাক অকলশৰীয়াকৈ ক'লে—"কন্যা কনকৰেখাৰ যিমানেই বয়স বাঢ়ি গৈছে সিমানেই মোৰ চিন্তাও বাঢ়িছে। কন্যাৰ বিয়াৰ চিন্তাই মোক উদ্বিগ্ন কৰিছে। ২৩-২৪

সুৰ-তাল-হীন গীত কাণত পৰিলে যেনেকৈ মন বিৰূপ হৈ উঠে, সৎ পাত্ৰত

অৰ্পণ কৰিব নোৱাৰা কন্যাৰ চিন্তায়ো তেনেকৈ উদ্বেগ জন্মায়, আনকি অন্যৰ তেনে কন্যাৰ কথা কাণত পৰিলেও মন বিৰূপ হৈ উঠে। অজ্ঞানতাৰ বাবে অসৎ পাত্রত দান কৰা বিদ্যাৰপৰা যশস্যা লাভ নোহোৱাৰ দৰে অসৎ পাত্রত দান কৰা কন্যাৰপৰাও গৌৰৱ বা ধৰ্ম্ম একোৱেই নহয়; কেৱল অনুশোচনাহে কৰিবলগা হয়। মই এই আমাৰ কন্যা কোন ৰজাৰ হাতত গটাওঁ, কোননো এওঁৰ যোগ্য স্বামী হ'ব, এইটোৱেই মোৰ ডাঙৰ চিন্তা হৈ পৰিছে।" ২৬-২৭

কনকপ্ৰভাই ৰজাৰ কথা শুনি হাঁহি মাৰি ক'লে।—"আপুনি ছোৱালীৰ বিয়াৰ চিন্তা কৰি মৰিছে, ইফালে ছোৱালীয়ে আকৌ বিয়াত সোমাবই নোখোজে। আজি পুতলা সাজি ধেমালি কৰি থাকোঁতে কনকৰেখাক মই সুধিছিলোঁ, বোলো তোমাৰ বিয়াখননো কেতিয়া দেখিবলৈ পাম। ২৯

মোৰ প্ৰশ্ন শুনি কনকৰেখাই খং কৰি মোক ক'লে, "মা মোক এনেকুৱা কথা আৰু দুনাই নকবা। মোক কালৈকো বিয়া নিদিবা। তোমাৰ সৈতে মোৰ বিচ্ছেদ বিধাতাৰ অভিপ্ৰেত নহয়। মই কুমাৰী হৈয়েই সুখ-শান্তিৰে আছোঁ। যদি মোক বিয়া দিয়া, মই মৰিলো বুলি ধৰিবা। অৱশ্যে ইয়াৰ এটা কাৰণ আছে।" ৩০-৩১

"মহাৰাজ! এই কথা শুনি মই ব্যাকুল হৈ কনকপ্ৰভাৰ কাষলৈ আহিলোঁ। বিবাহৰ কথাতে যেতিয়া বাধা, দৰা-বিচৰাৰ প্ৰশ্নই নুঠে।" ৩২

ৰাণীৰ মুখৰপৰা এই কথা শুনি চিন্তিত হৈ ৰজা কন্যাৰ অন্তঃপুৰলৈ আহিল। তেওঁ জীয়েকক ক'লে। ৩৩

—"হে কন্যা! পতিলাভ কৰিবলৈ দেৱাসুৰৰ কন্যাই তপস্যা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰে, তুমি স্বামী-বৰণ কৰিবলৈ কিয় বাৰু অমত হৈছা?" ৩৪

পিতাকৰ কথা শুনি ৰাজকুমাৰী কনকৰেখাই তললৈ চাই এইদৰে ক'লে, "পিতৃদেৱ, মোৰ এতিয়া বিয়াৰ প্ৰতি অকণো মন নাই। আপোনাৰ এই বিষয়ত ইমান আগ্ৰহ হোৱাৰ কাৰণনো কি?" ৩৫-৩৬

জীয়েকৰ কথাত বুদ্ধিমান পৰোপকাৰী ৰজাই এইদৰে উত্তৰ দিলে। ৩৭

—"কন্যা! শুনা, কন্যাদানৰ বাহিৰে পিতৃৰ মনৰ বেদনা দূৰ কৰাৰ আৰু কি উপায় আছে? পিতৃ-মাতৃৰ অধীনত থকা কন্যা কেতিয়াও স্বতন্ত্ৰ হৈ থাকিব নোৱাৰে। লোকৰ কাৰণেই কন্যাৰ জন্ম। অন্যৰ কাৰণেই কন্যা তুলি-তালি ডাঙৰ কৰা হয়। বাল্য অৱস্থাৰ পিছত স্বামী নোহোৱাকৈ পিতৃৰ ঘৰত থকা কন্যাৰ জীৱন নিৰৰ্থক। পিতৃৰ ঘৰত কন্যা ঋতুমতী হ'লে পিতৃ-

মাতৃৰ অধোগতি হয়। তেনে কন্যাক বৃষলী[1] আৰু সেই কন্যাৰ স্বামীক বৃষলী-পতি বুলি কোৱা হয়।" ৩৮-৪০

ৰজাই এইদৰে কোৱাত কুমাৰী কনকৰেখাই নিজৰ মনোগত অভিপ্ৰায় তৎক্ষণাত প্ৰকাশ কৰিলে। ৪১

—"পিতাদেউ! এয়েই যদি আপোনাৰ সিদ্ধান্ত হয়, তেনেহ'লে ব্ৰাহ্মণেই বা ক্ষত্ৰিয়ই হওক যি যুৱকে কনকপুৰী নামৰ নগৰখন দেখিছে, তেওঁলৈকে মোক বিয়া দিয়ক। তেৱেঁই মোৰ স্বামী হ'ব। ইয়াৰ অন্যথা কৰি মিছাকৈয়ে বিবাহৰ বিড়ম্বনা নকৰিব।" ৪২-৪৩

জীয়েকে এইদৰে কোৱাত ৰজাই মনতে চিন্তা কৰিলে। ভাগ্যক্ৰমে কন্যাই বিয়াৰ প্ৰস্তাৱত মান্তি হৈছে। কিবা কৰ্ম্মফলত কোনো দেৱীয়ে কন্যাৰূপে মোৰ ঘৰত জন্ম লৈছে। নহ'লেনো এই সৰু ছোৱালীজনীয়ে কনকপুৰীৰ কথা কেনেকৈ জানিব?" ৪৫

ইয়াকে ভাবি ৰজাই জীয়েকৰ কথা শলাগিলে আৰু তাকে কৰিম বুলি ক'লে। ৰজা তাৰপৰা গৈ নিজৰ দৈনন্দিন কামত ব্যস্ত হৈ পৰিল। ৪৬

অন্য এদিন ৰাজসভাত বহি থাকোঁতে ৰজাই ওচৰত থকা সভাসদসকলক সুধিলে—"আপোনালোকৰ ভিতৰত কোনোবাই কনকপুৰী দেখিছেনে? যিজনে কনকপুৰী দেখিছে, ব্ৰাহ্মণেই হওক বা ক্ষত্ৰিয়ই হওক তেওঁলৈকে ৰাজকুমাৰী কনকৰেখাক বিয়া দিম আৰু তেওঁকেই ৰাজ্যৰ যুৱৰাজো পাতিম।" ৪৭-৪৮

ৰজাৰ কথা শুনি ইজনে সিজনৰ মুখলৈ চাই সভাসদসকলে এইবুলি উত্তৰ দিলে—"মহাৰাজ, আমি কনকপুৰীৰ নামেই শুনা নাই, দেখাৰতো কথাই নাই।" ৪৯

তেতিয়া ৰজাই দুৱৰীক মাতি আনি আদেশ দিলে—"ঢোল বজাই গোটেই নগৰতে ঘোষণা কৰি দিয়া—কোনোবাই কনকপুৰী দেখিছনে নাই, আৰু তুমি নিজে এই কথাৰ সন্ধেদ লোৱা।" ৰজাই এইদৰে আদেশ দিয়াত 'তথাস্তু' বুলি শলাগি দুৱৰীয়ে তাৰপৰা প্ৰস্থান কৰিলে। ৫০-৫১

ৰাজভৱনৰপৰা আহি দুৱৰীয়ে আদেশ দিয়াত ৰাজকৰ্ম্মচাৰীবিলাকে সমগ্ৰ নগৰত ঘূৰি ঘূৰি ঢোল বজাই এই আচৰিত ঘোষণা প্ৰচাৰ কৰিবলৈ ধৰিলে—"ব্ৰাহ্মণ নাইবা ক্ষত্ৰিয় কোনো যুৱকে যদি কনকপুৰী দেখিছে তেনেহ'লে তেওঁ

১. বৃষলী—পতিতা

সেই কথা প্ৰকাশ কৰক। ৰজাই তেওঁলৈ নিজৰ কন্যাদান কৰিব আৰু তেওঁক যুৱৰাজো পাতিব।" ৫৩-৫৪

তেতিয়া নগৰৰ চাৰিওফালে প্ৰচাৰ কৰা এই বাৰ্তাৰিয়ে সকলোকে বিস্ময়াভিভূত কৰিলে।—"নগৰত আজি কনকপুৰীৰ বিষয়ে কি আচৰিত ঘোষণা হৈছে? কনকপুৰী দেখা নালাগে ইমান দিনে কনকপুৰীৰ নাম নুশুনাকৈ আমি বুঢ়া হলোঁহি।"—সেই ঘোষণা শুনি নগৰৰ লোকসকলে পৰস্পৰে এইদৰে কোৱা-কুই কৰিবলৈ ধৰিলে। কিন্তু 'ময়েই কনকপুৰী দেখিছোঁ' বুলি কোৱা মানুহ কোনো নোলাল। ৫৫-৫৬

ইতিমধ্যে সেই ঘোষণা নগৰবাসী বলদেৱ দ্বিজৰ পুত্ৰ শক্তিদেৱৰ কাণত পৰিল। ৫৭

যুৱক শক্তিদেৱ জুৱা খেলত আসক্ত। জুৱা খেলি তেওঁ সকলো ধনসম্পত্তি হেৰুৱাইছে। তেওঁ ৰাজকন্যা লাভৰ ঘোষণা শুনি উৎসাহিত হৈ চিন্তা কৰিবলৈ ধৰিলে—'জুৱা খেলত মোৰ যথা-সৰ্বস্ব গৈছে; মই বিত্তহীন। এই অৱস্থাত মই পিতৃৰ ঘৰলৈ যাব নোৱাৰোঁ আৰু গণিকাৰ ঘৰতো সোমাব নোৱাৰোঁ। মোৰ এতিয়া জীৱন ধাৰণৰ কোনো উপায় নাই। এইটো এটা ভাল সুযোগ মিলিছে। গতিকে 'মই কনক নগৰী দেখিছোঁ' বুলি ঘোষকবিলাকক মিছাকৈ ক'ম। মোৰ কথাত কোননো পতিয়ন নাযাব?'

কোনোবাই সেই নগৰ দেখিছে জানো? এয়ে হ'লে ৰাজকুমাৰীৰ কৈতিয়াবা সৈতে মোৰ মিলন হোৱা সম্ভৱ হ'ব। ৬০-৬১

ইয়াকে স্থিৰ কৰি শক্তিদেৱে তেতিয়া ঘোষণাকাৰী ৰাজকৰ্ম্মচাৰীহঁতৰ ওচৰলৈ গৈ মিছাকৈ ক'লে—"শুনাহঁক, মই কনকপুৰী দেখিছোঁ।" ৬২

ৰাজকৰ্মচাৰীবিলাকে ক'লে—"তোমাৰ ভাগ্য সুপ্ৰসন্ন। তেনেহ'লে দ্বাৰপালৰ ওচৰলৈ আহাঁ।"—এইদৰে কোৱাত শক্তিদেৱ তেওঁলোকৰ সৈতে দ্বাৰপালৰ ওচৰলৈ আহিল। ৬৩

শক্তিদেৱে দ্বাৰপালৰ আগত সেই একেদৰে মিছাকৈ কনকপুৰী দেখা বুলি ক'লে। দুৱৰীয়ে তেওঁক ৰজাৰ ওচৰলৈ লৈ গ'ল। ৬৪

ৰজাৰ আগতো ধূৰ্ত জুৱাৰী শক্তিদেৱে অবিকল একে মিছা কথাকে ক'লে। জুৱা খেলত সৰ্বস্ব হেৰুওৱা জুৱাৰীয়ে কৰিব নোৱাৰা কি বেয়া কাম আছে? ৬৫

ৰজাই শক্তিদেৱৰ কথাৰ যথাৰ্থতা নিৰূপণৰ বাবে তেওঁক জীয়েকৰ ওচৰলৈ

পঠালে। দুৱৰীৰ মুখৰপৰা সকলো বৃত্তান্ত শুনি কন্যা কনকৰেখাই তেওঁৰ সম্মুখত উপস্থিত শক্তিদেৱক সুধিলে—"তুমি কনকপুৰী দেখিছানে?" ৬৬-৬৭

"ওঁ, মই দেখিছো। বিদ্যাৰ্থী অৱস্থাত পৃথিৱী ভ্ৰমণ কৰি ফুৰোতে মই সেই নগৰখন এবাৰ দেখিছো"—এইবুলি শক্তিদেৱে কন্যাক ক'লে। ৬৮

—"তুমি কোন বাটেদি কেনি তালৈ গৈছিলা?"—কন্যাই দুনাই তেওঁক সুধিলে। বিপ্ৰই (শক্তিদেৱে) উত্তৰ দিলে। ৬৯

"ইয়াৰপৰা মই হৰপুৰ নামে নগৰলৈ গৈছিলো। তাৰপৰা ক্ৰমে বাৰাণসীত উপস্থিত হ'লো। বাৰাণসীৰপৰা কেইদিনমানৰ ভিতৰতে পৌণ্ড্ৰ-বৰ্দ্ধণ পালোঁগৈ। তাৰপৰা গৈ মই কনকপুৰীত উপস্থিত হ'লো। মই দেখিলোঁ—কনকপুৰী ইন্দ্ৰপুৰী-সদৃশ; পুণ্যাত্মাসকলৰ সুখ-ভোগৰ ক্ষেত্ৰ। সেই নগৰীয় সৌন্দৰ্য্য চকু নচাপৰাকৈ একেথৰে চাই থাকিবলগীয়া। ৭০-৭২

তাত কিছুদিন থাকি বিদ্যালাভ কৰি কালক্ৰমত মই ইয়ালৈ ঘূৰি আহিলো। মই এই বাটেদিয়েই তালৈ গৈছিলোঁ, আৰু সেই অপূৰ্ব নগৰখন দেখিছিলোঁ।" ॥ ৭৩ ॥

ধূৰ্ত ব্ৰাহ্মণ শক্তিদেৱে মনেৰে সাজি কনকপুৰী নগৰৰ বিষয়ে কোৱাত ৰাজকুমাৰীয়ে বৰকৈ হাঁহি তেওঁক ক'লে। ৭৪

—"মহাব্ৰাহ্মণ! সঁচা, তুমি সঁচাকৈয়ে কনকপুৰী দেখিছা। কোৱাচোন কোৱা তুমি কোন বাটেদি তালৈ গৈছিলা, আকৌ এবাৰ কোৱা।"—তাকে শুনি ধৃষ্টতা দেখুৱাই শক্তিদেৱে আকৌ ক'বলৈ আৰম্ভ কৰোতেই ৰাজকুমাৰীয়ে দাসীৰ হতুৱাই তেওঁক ঘৰৰ বাহিৰ কৰি উলিয়াই পঠিয়ালে। ৭৫-৭৬

ধূৰ্ত ওলাই যোৱাৰ পিচত তেতিয়া কনকৰেখা পিতাকৰ ওচৰলৈ পালেগৈ। ব্ৰাহ্মণে কোৱা কথা সঁচানে বুলি ৰজাই যেতিয়া তেওঁক সুধিলে, ৰাজকুমাৰীয়ে পিতাকক ক'লে,—"পিতাদেউ, আপুনি ৰজা হৈয়ো বিচাৰ-বিবেচনা নোহোৱাকৈ কাম কৰিছে। আপুনি নেজানেনে যে ধূৰ্তই সৰল প্ৰকৃতিৰ মানুহক সদায় প্ৰৱঞ্চনা কৰে। সেই ধূৰ্ত বিপ্ৰয়ো মোক প্ৰৱঞ্চনা কৰিবলৈ চেষ্টা কৰিছিল। মিছলীয়া বটুৱে[২] কনকপুৰী দেখা নাই। ধূৰ্তবিলাকে নানাপ্ৰকাৰে প্ৰৱঞ্চনা কৰি ফুৰে। ৭৮-৮০

এই প্ৰসঙ্গত মই শিৱ আৰু মাধৱ নামৰ দুটা ধূৰ্তৰ কথা কওঁ শুনক। ইয়াৰ পিছত কন্যাই দুটা ধূৰ্তৰ আখ্যান ক'বলৈ ধৰিলে। ৮১

---

২. বটু=ব্ৰাহ্মণ ব্ৰহ্মচাৰী; প্ৰায়ে অৱজ্ঞা অৰ্থত প্ৰযুক্ত।

**২৯. (ক) শিৱ আৰু মাধৱ নামৰ দুটা ধূৰ্ত্তৰ কথা :**

ৰত্নপুৰ নামে এখন নগৰ আছিল। ৰত্নপুৰ নামটো সাৰ্থক হোৱাকৈ নগৰখন ধন-ৰত্নেৰে পৰিপূৰ্ণ। সকলো নগৰতকৈ শ্ৰেষ্ঠ নগৰ ৰত্নপুৰত শিৱ আৰু মাধৱ নামৰ দুটা ধূৰ্ত্তই বাস কৰিছিল। সিহঁত দুটাই অনেক ধূৰ্ত্ত গোটাই এটা ধূৰ্ত্তৰ দল গঠন কৰি নানা ঠগ-প্ৰবঞ্চনাৰে নগৰৰ আঢ্যৱন্ত লোক-সকলৰ ধন-ৰত্ন অপহৰণ কৰিছিল। ৮২-৮৩

এসময়ত সিহঁত দুটাই পৰস্পৰে এইদৰে আলোচনা কৰিলে—'আমি এই নগৰখনৰ ধন-সোণ লুটি-পুটি শেষ কৰিলোঁ; গতিকে এতিয়া আমি উজ্জয়িনী নগৰত বাস কৰিবলৈ যাওঁ। শুনিছোঁ উজ্জয়িনীৰ ৰাজ পুৰোহিত শঙ্কৰস্বামী বৰ ধনী। উপায়-কৌশলৰে তেওঁৰপৰা ধন অপহৰণ কৰি আমি সেই ধনেৰে মালৱদেশৰ ৰমণীৰ সঙ্গসুখ উপভোগ কৰিম। ৮৪-৮৬

তাৰ ব্ৰাহ্মণসকলে কোৱা শুনিছোঁ যে শঙ্কৰস্বামী বৰ কৃপণ। তেওঁ চকু-মুখ ঘোপা কৰি বামুণসকলক দিবলগীয়া দক্ষিণাৰ আধাহে দিয়ে। তেওঁৰ সাতোটা ধন-সোণেৰে ভৰি থকা কলহ আছে। আমি আৰু কোৱা শুনিছোঁ বোলে সেই বিপ্ৰৰ এক অপূৰ্ব সুন্দৰী কন্যাৰত্ন আছে। সেই কন্যাকো আমি দুয়ো উপভোগ কৰিব পাৰিম।' ৮৭-৮৮

শিৱ আৰু মাধৱ দুয়ো ধূৰ্ত্তই এইদৰে আলোচনা কৰি উপস্থিত কৰ্ত্তব্যৰ বিষয়ে স্থিৰ কৰি সেই নগৰৰপৰা উজ্জয়িনী নগৰলৈ যাত্ৰা কৰিলে। ৮৯

লাহে লাহে সিহঁত উজ্জয়িনী পালেগৈ। তাত উপস্থিত হৈ মাধৱে পৰিষদ-বৰ্গৰে পৰিবেষ্টিত হৈ ৰাজপুত্ৰৰ বেশ কৰি গাওঁৰ বাহিৰত কোনো এঠাইত অৱস্থান কৰিলে। ৯০

নানা ভেশচন কৰিব পৰা শিৱয়ো অবিকল ব্ৰহ্মচাৰীৰ বেশ ধাৰণ কৰি মাধৱতকৈ আগতে গৈ নগৰত প্ৰৱেশ কৰিলে। সি উজ্জয়িনী নগৰৰ শিপ্ৰা নদীৰ পাৰত এটা মঠত থাকিবলৈ ললে। সকলোকে দেখুৱাই মানুহৰ বিশ্বাস জন্মাবলৈ শিৱই মৃত্তিকা, কুশ, ভিক্ষাপাত্ৰ, মৃগচৰ্ম আদি সকলো বস্তু আড়ম্বৰপূৰ্ণভাৱে থলে। ৯১-৯২

সেই ধূৰ্ত্তই নিতৌ ৰাতিপুৱা গাত দাঠকৈ মাটি সানিছিল—ঠিক যেন ভৱিষ্যতে অবীচি নামে নৰকৰ মাটিত লেটি লোৱাৰ পূৰ্ব্বাভাসৰূপে গাত সেই দৰে মাটি সানি নৰকৰ সূত্ৰপাত কৰিছিল। নিতৌ শিপ্ৰা নদীৰ পানীত বুৰ মাৰি তললৈ মুখ কৰি বহুত সময় আছিল—ঠিক যেন ভৱিষ্যতে নিজৰ কুকৰ্মৰ

বাবে নৰকলৈ অধোগামী হোৱাবহে অভ্যাস কৰিছিল। পানীৰপৰা উঠি আহি সেই ধূৰ্ত্তই বহুত সময় একেথৰে সূৰ্য্যলৈ চাই ঠিয় হৈ আছিল। সেইদৰে ঠিয় হৈ থাকি সি যে শূলত উঠাব যোগ্য ইয়াকে দেখুৱাইছিল। তাৰ পিছত দেৱতাৰ ওচৰলৈ গৈ হাতত এমুঠি কুশ লৈ পদ্মাসন কৰি সি বহিছিল। সেই অৱস্থাত তাৰ চকুৰে-মুখে ধূৰ্ত্তালি প্ৰকাশ হৈছিল। ৯৩-৯৬

মাজে-সময়ে সাধুসকলৰ নিৰ্ম্মল অন্তৰ তুল্য শ্বেত পুষ্প আহৰণ কৰি পুষ্পাঞ্জলি দি সি শিৱক পূজা কৰিছিল। পূজাৰ শেষত মিছাকৈয়ে জপ কৰাৰ ভাও ধৰি শিৱই ধ্যানমগ্ন হৈ অৱস্থান কৰিছিল নিজৰ কুকৰ্ম্মৰ বাবে ভৱিষ্যতে নৰকগামী হোৱাবহে যেন ধ্যান কৰিছিল। কৃষ্ণসাৰ পহুৰ ছাল পিন্ধি শিৱ আবেলি পৰত নগৰলৈ ভিক্ষা কৰিবলৈ ওলাই গৈছিল। আৰু প্ৰৱঞ্চনাৰ প্ৰতিমূৰ্ত্তি ৰূপে নগৰত ভ্ৰমি ফুৰিছিল। ৯৭-৯৯

হাতত এডাল দণ্ড লৈ মৃগচৰ্ম্ম পৰিধান কৰি সেই মৌনী ধূৰ্ত্তই ব্ৰাহ্মণ-সকলৰ ঘৰৰপৰা ভিক্ষা লৈছিল। সেই ধূৰ্ত্তই ভিক্ষালব্ধ অন্ন তিনি সত্যৰ দৰে তিনিভাগ কৰি এভাগ কাউৰীক দিছিল, এভাগ আলহি-অতিথিক দিছিল, আৰু দম্ভৰ বীজ ৰূপ এভাগেৰে নিজৰ পেটৰ মোনা পূৰ কৰিছিল। ভোজনৰ পিছত জপৰ মালা হাতত লৈ জপ কৰাৰ ভাও ধৰি শিৱ আসনত বহিছিল যেন সেইদৰে কিমান পাপ কৰিছে সেইটোহে সি এটা এটাকৈ গণনা কৰিছে। ৰাতি সেই ধূৰ্ত্তে অকলশৰে মঠৰ ভিতৰত আছিল আৰু নগৰৰ লোকসকলৰ সৰু-সুৰা দুৰ্ব্বলতাৰো সুযোগ কেনেকৈ ল'ব পাৰি সেই কথা চিন্তা কৰিছিল। ১০০-৩

এইদৰে সেই ধূৰ্ত্তই নিতৌ কষ্টেৰে ভণ্ড তপস্যা কৰি সেই নগৰবাসী লোকসকলৰ মন আকৃষ্ট কৰিবলৈ ধৰিলে। ১০৪

'এওঁ বৰ শান্ত স্বভাৱৰ তপস্বী।'—এই কথা চাৰিওফালে প্ৰচাৰ হৈ পৰিল আৰু সকলো মানুহে আহি তপস্বীক সেৱা কৰিবলৈ ধৰিলে। ১০৫

ইতিমধ্যে ধূৰ্ত্ত শিৱৰ এই প্ৰভাৱৰ কথা গুপ্তচৰৰ মুখেদি জানিব পাৰি মাধৱ সেই নগৰলৈ আহিল। শিৱ থকা ঠাইপৰা কিছু দূৰৈত ৰাজপুত্ৰৰ ছদ্মবেশত এটা মন্দিৰত মাধৱে থাকিবলৈ ললে। এদিন মাধৱ স্নান কৰিবলৈ শিপ্ৰা নদীলৈ আহিল। ১০৬-১০৭

স্নান কৰাৰ পিছত অনুচৰসকলৰ সৈতে গৈ মাধৱে দেৱতাৰ আগত ধ্যানমগ্ন শিৱক দেখিবলৈ পাই ভক্তিত গদ্‌গদ্ হৈ শিৱৰ ভৰিত দীঘল দি পৰি সেৱা কৰিলে। ১০৮

তেতিয়া মাধৱে তাত উপস্থিত ভক্তসকলৰ আগত এইদৰে ক'লে—"মই বহুত তীর্থ অনেকবাৰ দর্শন কৰিছোঁ, কিন্তু আজিলৈকে এনেকুৱা তপস্বী ক'তো দেখা নাই।"

শিৱই তেতিয়া গর্বত ডিঙিটো কাটি কৰি মাধৱলৈ কেৰাহিকৈ অলপ চাই আগৰ দৰেই জপত নিৰত হ'ল আৰু মাধৱ নিজৰ থকা ঠাইলৈ গ'ল। ১০৯-১০

শিৱ আৰু মাধৱ ৰাতি দুয়ো একে ঠাইতে লগ লাগি আনন্দেৰে পান-ভোজন সমাপন কৰিলে আৰু তাৰ পিছত ভৱিষ্যৎ কৰ্ত্তব্যৰ সম্বন্ধে আলোচনা কৰিলে। ১১১

ৰাতিপুৱাৰ আগতেই শিৱ তাৰপৰা কোনেও নজনাকৈ নিজৰ মঠলৈ আহিল। ইফালে মাধৱে পুৱা নিজৰ লগৰীয়া এটা ধূৰ্ত্তক এইদৰে নির্দেশ দিলে। ১১২

"তুমি এতিয়াই এই কাপোৰজোৰ লৈ ৰাজ পুৰোহিত শংকৰস্বামীৰ ওচৰলৈ যোৱা আৰু তেওঁক কবা যে নিজৰ বংশ-পৰিয়ালৰ হাতত পৰাভূত হৈ দক্ষিণাপথৰপৰা মাধৱ নামৰ এজন ৰাজপুত্ৰ ইয়ালৈ আহিছে। ৰাজপুত্ৰই অপাৰ ধন-বস্ত্ৰও লগত আনিছে। ১১৩-১৪

তেওঁৰ লগত আৰু কেইজনমান ৰাজপুত্ৰও আহিছে। এওঁলোক সকলোৱে মাধৱৰ নেতৃত্বত আপোনালোকৰ বজাক সেৱা কৰিব খোজে। ৰাজপুত্ৰ মাধৱে সেইকাৰণে আপোনাৰ দর্শন লাভৰ ইচ্ছা কৰি অনুমতি বিচাৰি মোক আপোনাৰ ওচৰলৈ পঠিয়াইছে।" এইদৰে তুমি ৰাজপুৰোহিতৰ আগত সবিনয়ে নিৱেদন কৰিবা। ১১৫-১৬

মাধৱৰ নির্দেশত সেই ধূৰ্ত্ত উপঢৌকন লৈ ৰাজ পুৰোহিতৰ ঘৰত উপস্থিত হ'ল। তাৰ পিছত সুযোগ বুজি নির্জনত সেই উপঢৌকন পুৰোহিতক দি ধূৰ্ত্তই মাধৱে কোৱা কথা তেওঁক জনালে। ১১৭-১৮

ৰাজ পুৰোহিতেও উপঢৌকন লাভ কৰি ভৱিষ্যতে আৰু পোৱাৰ আশাত প্ৰলুব্ধ হৈ ধূৰ্ত্তই জনোৱা কথাত সন্মতি জনালে। লোভীবিলাকক আকর্ষণ কৰিবলৈ উপঢৌকন ( ঘোচ ) আদিয়েই একমাত্ৰ ঔষধ। ১১৯

ধূৰ্ত্তটো ঘূৰি অহাৰ পিছদিনা সুযোগ বুজি মাধৱে নিজেই ৰাজ পুৰোহিতক দেখা কৰিবলৈ গ'ল। ৰাজপুত্ৰৰ ছদ্মবেশত থকা বহু ধূৰ্ত্তই হাতত একোডাল লাঠি লৈ কৌশলেৰে সেৱাপ্ৰাৰ্থীৰ বেশ ধাৰণ কৰি মাধৱক আৱৰি লৈ গৈছিল। মাধৱ অহাৰ বাৰ্তাৰ পুৰোহিতক আগতেই জনোৱা হৈছিল;

পতিকে পুৰোহিতে নিজেই আহি মাধৱক আদৰ-অভ্যৰ্থনা জনাই আনন্দ প্ৰকাশ কৰিলে। ১২০-২২

কিছুসময় ৰাজ পুৰোহিতৰ সৈতে কথা-বতৰা পাতি তেওঁৰপৰা বিদায় লৈ মাধৱ নিজৰ থকা ঠাইলৈ উভতি আহিল। পিছদিনাখন মাধৱে আকৌ এজোৰ কাপোৰ পুৰোহিতক উপহাৰ দিলে আৰু পিছত নিজে গৈ তেওঁক সাক্ষাৎ কৰি এইদৰে ক'লে। ১২৩-২৪

"মোৰ হাতত ধন-সোণ যথেষ্ট আছে। কিন্তু পৰিয়ালৰ লোকৰ বাবেহে ৰাজ-সেৱাৰ প্ৰাৰ্থী হৈছোঁ আৰু আপোনাৰ সহায় বিচাৰিছোঁ।" ১২৫

মাধৱৰ কথা শুনি পুৰোহিতে ভৱিষ্যতে আৰু উপহাৰ পোৱাৰ লোভত মাধৱৰ অনুৰোধ ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দিলে। পুৰোহিত ক্ষন্তেক পিছতে ৰজাৰ ওচৰলৈ গৈ মাধৱৰ কথা ৰজাক জনালে। পুৰোহিতৰ সন্মান ৰক্ষাৰ্থে ৰজায়ো তেওঁৰ কথাত সন্মতি জনালে। ১২৬-২৭

পিছদিনা ৰাজ পুৰোহিতে নি লগৰীয়াহঁতৰে সৈতে মাধৱক ৰজাক ভেটালে আৰু তেওঁৰ গুণ শতমুখে বখানিলে। ৰজায়ো মাধৱৰ ৰাজকুমাৰ যেন ৰূপ দেখি তেওঁক আদৰ-সাদৰ কৰি ৰাজকৰ্মত নিযুক্ত কৰিলে। ১২৮-২৯

মাধৱে দিনত ৰাজকাৰ্য্য নিৰ্বাহ কৰি নিতৌ ৰাতি আলোচনা কৰিবলৈ শিৱৰ ওচৰলৈ যাবলৈ ধৰিলে। ১৩০

এদিন স্বভাৱ-লুভীয়া পুৰোহিতে আৰু উপহাৰ পোৱাৰ আশাত মাধৱক ক'লে—"তুমি মোৰ ঘৰতে থাকা।" ১৩১

পুৰোহিতৰ আগ্ৰহত মাধৱ লগৰীয়াহঁতৰে সৈতে পুৰোহিতৰ ঘৰলৈ গৈ বাস কৰিবলৈ ধৰিলে। বাঢ়ৈটোকা চৰায়ে বাঁহ ললে গছৰ মৃত্যু হোৱাৰ দৰে পুৰোহিতৰ ঘৰত মাধৱৰ বাস তেওঁৰ ভাৱী বিনাশৰ কাৰণ স্বৰূপ হ'ল। ১৩২

মাধৱে নকল মণি-মুকুতাৰ কিছুমান অলঙ্কাৰ গঢ়াই সেইবিলাক এটা কলহত ভৰাই পুৰোহিতৰ কোষাগাৰত থোৱালে। মাধৱে মাজে-সময়ে অলঙ্কাৰবোৰ কলহৰপৰা উলিয়াই ছলেৰে তাৰে অলপ অলপ পুৰোহিতক দেখুৱায়। এইদৰে ঘাঁহে পশুৰ মন আকৰ্ষণ কৰাদি মাধৱে লুব্ধ পুৰোহিতৰ মন তাৰে আকৰ্ষণ কৰিলে। ১৩৩-৩৪

এইদৰে মাধৱে পুৰোহিতৰ বিশ্বাস জন্মালে। তাৰ পিছত মাধৱে মিছাকৈ বেমাৰৰ ভাও ধৰি খাবলৈ লাহে লাহে এৰি দিলে। তেওঁ ক্ষীণাই গ'ল। ১৩৫

কিছুদিন যোৱাৰ পিছত এদিন খবৰ লবলৈ পুৰোহিত মাধৱৰ শয্যাৰ

কাষত আহি ঠিয় হ'ল। তেতিয়া মাধৱে ক্ষীণ মাতেৰে শেহাই-শেহাই পুৰোহিতক ক'লে। ১৩৬

"হে বিপ্রবৰ ! মোৰ শৰীৰৰ অৱস্থা বৰ বেয়া। ইহকাল-পৰকালৰ মঙ্গলৰ বাবে মই মোৰ যথা সৰ্বস্ব দান কৰিব খুজিছোঁ। আপুনি এজন সজ ব্রাহ্মণ ইয়ালৈ মাতি আনক ( যাতে মই তেওঁক দান কৰিব পাৰোঁ )। জীৱনেই যেতিয়া অস্থায়ী এনে অৱস্থাত জ্ঞানীলোকৰ ধন-সোণৰ প্ৰতি অকণো মোহ নাই।"

॥ ১৩৭-৩৮ ॥

দানোপজীৱী লুভীয়া পুৰোহিতে 'বাৰু, তুমি কোৱামতেই কৰিম' বুলি কোৱাত কৃতজ্ঞ হোৱা যেন দেখুৱাই মাধৱ তেওঁৰ ভৰিত লুটি খাই পৰিল।

॥ ১৩৯ ॥

তেতিয়া পুৰোহিতে মাধৱৰ দান লবৰ বাবে যি ব্রাহ্মণকে আনে কাৰো প্ৰতি মাধৱে শ্রদ্ধা নেদেখুৱায়, আৰু একো একোটা বিশেষ কাৰণ দেখুৱাই সকলোকে অযোগ্য বুলি ঘূৰাই পঠালে। ১৪০

তাকে দেখি তেওঁৰ পাৰ্শ্বচৰ এটা ধূৰ্ত্তই পুৰোহিতক ক'লে—'উলা-মুলা বামুণ এওঁৰ পছন্দ নহয়। সেই দেখি শিপ্রা নদীৰ পাৰত শিৱ নামৰ যি জন পৰম তপস্বী ব্রাহ্মণ আছে, তেওঁ এওঁৰ মনঃপুত হয়নে চোৱা আৱশ্যক।"

॥ ১৪১-৪২ ॥

( সঙ্গী ধূৰ্ত্তই ) এইদৰে কোৱাত মাধৱে দুখত কেঁকাই পুৰোহিতক মিনতি কৰি ক'লে,—"হয়, হয়, প্ৰভু ! আপুনি অনুগ্ৰহ কৰি সেই ব্রাহ্মণজনক অনাওক। তেওঁৰ সমান জ্ঞানী সজ ব্রাহ্মণ আৰু এজন ক'তো দেখা নাযায়।" ১৪৩

মাধৱে এইদৰে কোৱাত পুৰোহিত শিপ্ৰাৰ তীৰৰ শিৱৰ ওচৰলৈ গ'ল আৰু শিৱক ধ্যানমগ্ন হৈ থকা দেখিলে। ১৪৪

পুৰোহিতে শিৱক প্ৰদক্ষিণ কৰিলে আৰু তেওঁৰ সন্মুখত বহিল। সেই মুহূৰ্তে কপট-ধ্যানমগ্ন ধূৰ্ত্তয়ো নয়ন উন্মীলিত কৰিলে। তাকে দেখি ভক্তি-নম্রভাৱে সেৱা জনাই পুৰোহিতে মিনতি জনালে,—"প্ৰভু ! যদি কোপ নকৰে তেনেহ'লে অধমে প্ৰভুক কিঞ্চিত নিবেদন কৰিব খুজিছোঁ।" ১৪৫-৪৬

পুৰোহিতৰ কথা শুনি ধূৰ্ত্তে শিৱই ওঁঠটো অলপ ওপৰমুৱা কৰি ক'বলৈ ইঙ্গিত দিলে। অনুমতি পাই পুৰোহিতে ক'বলৈ ধৰিলে। ১৪৭

"ইয়াত ( উজ্জয়িনীত ) দাক্ষিণাত্যৰ এজন ৰাজকুমাৰ আহি আছেহি।

তেওঁৰ বহুত ধন-ৰত্ন আছে। সম্প্ৰতি অসুস্থ হৈ পৰাত ৰাজপুত্ৰই নিজৰ যথাসৰ্ব্বস্ব দান কৰিব খুজিছে। আপুনি যদি গ্ৰহণ কৰিবলৈ সন্মত হয়, তেনেহ'লে বহুমূলীয়া ৰত্ন-খচিত অলঙ্কাৰ আদি তেওঁ আপোনাক দান কৰিব।" ১৪৮-৪৯

তাকে শুনি ধূৰ্ত্ত শিৱই লাহে লাহে মৌনব্ৰত ভঙ্গ কৰি ক'লে।—"হে ব্ৰাহ্মণ! মই ভিক্ষাজীৱী ব্ৰহ্মচাৰী, মোৰ ধন-সোণৰ প্ৰয়োজন কি?" ১৫০

পুৰোহিতে তেতিয়া দুনাই তেওঁক ক'লে।—"প্ৰভু আপুনি এনেকুৱা কথা আৰু নক'ব, আপুনি আশ্ৰমৰ ক্ৰম (ব্ৰহ্মচৰ্য্যাশ্ৰম, গৃহাশ্ৰম আদি) নাজানে জানো? এতিয়া আপোনাৰ গৃহাশ্ৰমত প্ৰৱেশৰ সময়। বিয়া-বাৰু কৰাই গৃহস্থী হৈ ঘৰতে থাকি ধনেৰে গৃহাশ্ৰমীয়ে দেৱতা, পিতৃ আৰু অতিথিৰ সেৱা-শুশ্ৰূষা কৰি ধৰ্ম্ম, অৰ্থ, কাম এই তিনি বৰ্গ লাভ কৰিব পাৰে, সকলো আশ্ৰমৰ ভিতৰত গৃহস্থাশ্ৰমেই শ্ৰেষ্ঠ।" ১৫১-৫২

তেতিয়া শিৱই উত্তৰ দিলে।—"মোৰ বিয়া-বাৰু কেনেকৈ হ'ব? মই যি-কোনো পৰিয়ালৰ ছোৱালী বিয়া নকৰাওঁ।" ১৫৩

শিৱৰ কথা শুনি পুৰোহিতে ৰাজকুমাৰে দান কৰিব খোজা ধনৰ আৰু সেই ধনেৰে চিৰদিন সুখ ভোগ কৰাৰ কল্পনা কৰিলে। ইয়াকে মনত ভাবি সুযোগ বুজি লুব্ধ পুৰোহিতে ক'লে।—"যদি আপোনাৰ এয়ে সিদ্ধান্ত, তেনেহ'লে মই জনাওঁ যে মোৰ এজনী অপূৰ্ব সুন্দৰী কন্যা আছে। কন্যাটিৰ নাম বিনয়স্বামিণী। সেই কন্যাটিকে মই আপোনাক দিম। মাধৱৰপৰা যি ধন-ৰত্ন পাব, সেইখিনি মই ভালকৈ ৰক্ষা কৰিম। গতিকে আপুনি এতিয়া গৃহস্থাশ্ৰমী হওক।" ১৫৫-৫৬

পুৰোহিতৰ কথা শুনি নিজৰ অভীষ্ট সিদ্ধি হোৱা বুলি জানি ধূৰ্ত্ত শিৱই উত্তৰ দিলে—"হে ব্ৰাহ্মণ! যদি আপোনাৰ ইমানেই আগ্ৰহ, তেনেহ'লে মই আপোনাৰ বাক্য পালন কৰিম, কিন্তু মই তপস্বী; ধন-সোণ আৰু ৰত্নৰ বিষয়ে মোৰ অকণো জ্ঞান নাই। আপোনাৰ কথামতেই মই আগবাঢ়িছোঁ। গতিকে আপুনি যি ভাল দেখে তাকে কৰক।" ১৫৭-৫৮

শিৱৰ কথা শুনি পুৰোহিত সন্তুষ্ট হ'ল। "বাৰু সেয়ে হ'ব" বুলি কৈ সেই মুহূৰ্ত্তই ধূৰ্ত্ত শিৱক নিজৰ ঘৰলৈ আনিলে। ১৫৯

ধূৰ্ত্তৰ নাম শিৱ (মঙ্গল) যদিও প্ৰকৃততে সি অমঙ্গল খনি। শিৱক ঘৰত বহুৱাই থৈ যি যি কথা হৈছিল, সকলোখিনি পুৰোহিতে মাধৱক ক'লে।

কথা শুনি মাধৱে আনন্দ প্ৰকাশ কৰিলে। তাৰ পিছত পুৰোহিতে কষ্টৰে তুলি-তালি ডাঙৰ কৰা নিজ কন্যাক ধূৰ্ত্ত শিৱৰ হাতত অৰ্পণ কৰিলে। নিজৰ মূৰ্খতাৰ বাবে কষ্টোপাৰ্জিত সম্পত্তি হেৰুওৱাৰ দৰে কষ্টৰে ডাঙৰ-দীঘল কৰা কন্যাক পুৰোহিতে ধূৰ্ত্ত শিৱৰ হাতত বিসৰ্জন দিলে। বিয়াৰ তিনি দিনৰ দিনা দান গ্ৰহণৰ বাবে বেমাৰৰ ভাও ধৰি পৰি থকা মাধৱৰ ওচৰলৈ শিৱক পুৰোহিতে আনিলে। ১৬২

"অদ্ভুত তপস্বী আপোনাক প্ৰণাম কৰোঁ" এই বুলি কৈ মাধৱ শয্যাৰপৰা উঠি ধূৰ্ত্ত শিৱৰ চৰণত পৰিল। তেতিয়া কৃত্ৰিম মণি-মুকুতাৰে গঢ়া অলংকাৰ ভৰাই থোৱা মাধৱৰ ভাণ্ডটো কোষাগাৰৰপৰা অনা হ'ল আৰু সেই পাত্ৰ মাধৱে শিৱক দান কৰিলে। ১৬৩-৬৪

শিৱই দান গ্ৰহণ কৰি 'মই ধন-বস্তুৰ আও-ভাও একো নেজানো আপুনিহে জানে' বুলি কৈ পাত্ৰটো পুৰোহিতক গতাই দিলে। ১৬৫

"মই আগেয়েই অলংকাৰ ৰক্ষাৰ প্ৰতিশ্ৰুতি দিছোঁ। গতিকে আপুনি চিন্তা কৰিবলগীয়া কি আছে?"—এইদৰে কৈ পুৰোহিতে তৎক্ষণাত অলংকাৰৰ সেই পাত্ৰটো গ্ৰহণ কৰিলে। ১৬৬

শিৱই তেওঁলোক সকলোকে আশীৰ্বাদ দি ভাৰ্য্যাৰ শয়ন কক্ষত সোমাল। পুৰোহিতেও অলংকাৰৰ ভাণ্ডটো নি কোষাগাৰত থলেগৈ। ১৬৭

পিছদিনাৰপৰা মাধৱেও লাহে লাহে বেমাৰ কমাৰ ভাও ধৰিলে আৰু মহৎদানৰ পুণ্যৰ ফলত ৰোগ মুক্ত হোৱা বুলি প্ৰকাশ কৰিলে। পুৰোহিত ওচৰলৈ অহাত "আপোনাৰ সহায়ত আৰু ধৰ্মৰ বলত মই মহা বিপদৰপৰা ৰক্ষা পালোঁ" বুলি মাধৱে পুৰোহিতৰ উচ্চ প্ৰশংসা কৰিলে। ১৬৮-৬৯

"এখেতৰ প্ৰভাৱতে মই জীৱন ঘূৰাই পালোঁ" এইবুলি ঘোষণা কৰি মাধৱে প্ৰকাশ্যে শিৱৰ সৈতে মিত্ৰতা কৰিলে। ১৭০

কিছুদিন যোৱাৰ পিছত শিৱই এদিন পুৰোহিতক ক'লে—"আপোনাৰ ঘৰত আৰু এইদৰে মই কিমানদিন খাই থাকিম? সেইদেখি আপুনিয়েই মূল্য দি সেই অলংকাৰখিনি কিনি নলয় কিয়? যদিও অলংকাৰখিনিৰ মূল্য বহুত বেছি, তথাপি আপুনি যি পাৰে তাকে মোক দিয়ক।" ১৭১-৭২

শিৱৰ কথাত পতিয়ন গৈ পুৰোহিতে অলংকাৰখিনি বহুমূলীয়া ভাবি নিজৰ যথা-সৰ্বস্ব দি অলংকাৰখিনি কিনি ললে। ১৭৩

ক্ৰয়-সম্পাদনৰ বাবে পুৰোহিতে সেই মৰ্মে বিক্ৰীপত্ৰত শিৱৰ হস্তাক্ষৰ ল'লে

আৰু তেওঁ দিয়া ধনৰ তুলনাত অলংকাৰৰ মূল্য বহুত গুণে বেছি বুলি ভাবি নিজেও এখন পত্ৰত হস্তাক্ষৰ কৰি শিৱক দিলে। ১৭৪

তেতিয়া পুৰোহিত আৰু শিৱ দুয়ো ইজনে সিজনৰ হস্তাক্ষৰযুক্ত পত্ৰ নিজৰ হাতত ললে। পুৰোহিত নিজৰ ঘৰত থাকিল আৰু শিৱই সপত্নীক তাৰপৰা গৈ সুকীয়াকৈ ঘৰ-দুৱাৰ লৈ থাকিবলৈ ধৰিলে। ১৭৫

তাৰ পিছত শিৱ আৰু মাধৱ একেলগ হ'ল আৰু দুয়ো পুৰোহিতৰ সুখ উপভোগ পূৰ্বক বাস কৰিবলৈ ধৰিলে। ১৭৬

কিছুদিনৰ পিছত ধনৰ আৱশ্যক হোৱাত পুৰোহিতে সেই অলংকাৰ এপদ অলংকাৰৰ দোকানত বেচিবলৈ গ'ল। দোকানত ৰত্ন বণিকে অলংকাৰ পদ ভালকৈ পৰীক্ষা কৰি চাই ক'লে—'যি সোণাৰীয়ে এই অলংকাৰ গঢ়িছে, তেওঁ নিশ্চয় অদ্ভুত কাৰিকৰ। কাঁচ আৰু স্ফটিকৰ টুকুৰাত বিবিধ ৰং লগাই আচল ৰত্ন যেন কৰিছে : ই মণিও নহয় সোণো নহয়।' ১৭৭-৭৯

ৰত্ন বণিকৰ কথা শুনি পুৰোহিত হতভম্ব হৈপৰিল। তেওঁ লৰালৰিকৈ ঘৰলৈ গৈ কোষাগাৰত থোৱা গোটেইখিনি অলংকাৰ আনি বেপাৰীহঁতক দেখুৱালে। ১৮০

অলংকাৰখিনি দেখি তেওঁলোকে আগতে দেখুওৱা অলংকাৰৰ দৰেই সকলোবোৰ নকলী বুলি ক'লে। সেই কথা শুনা মাত্ৰকে পুৰোহিতৰ মূৰত যেন বজ্ৰপাত পৰিল। পুৰোহিত লৰি-ঢাপৰি তিতা দাঁহে শিৱৰ ওচৰ পালেগৈ আৰু শিৱক অলংকাৰখিনি দি ক'লে—"তোমাৰ অলংকাৰ তুমি ঘুৰাই লোৱা আৰু মই দিয়া ধনখিনি মোক দিয়া।" ১৮১-৮২

শিৱই উত্তৰ দিলে—"এতিয়ালৈকে ক'ত আৰু তোমাৰ ধন মোৰ হাতত আছে, ইমান দিনে মই খাই শেষ কৰিলোঁ।" ১৮৩

এইদৰে দুয়োৰে কাঁজিয়া লাগিল। তেতিয়া শিৱ আৰু পুৰোহিত দুয়ো মধ্যস্থ মাধৱক লৈ ৰজাৰ আগত গোচৰ দিবলৈ গ'ল। ১৮৪

"মহাৰাজ! কাঁচ আৰু স্ফটিকৰ টুকুৰাত ৰং সানি বিশেষ প্ৰণালীৰে পিতলেৰে গঢ়া নকলী অলংকাৰ কিছুমান শিৱই মোক আচল বুলি দি আচল-নকলৰ একো ভু-ভা নোপোৱা মোৰ যথা-সৰ্বস্ব ঠগ-প্ৰৱঞ্চনাৰে অপহৰণ কৰিছে।" পুৰোহিতে এইদৰে ৰজাৰ আগত প্ৰাৰ্থনা কৰিলে। ১৮৫-৮৬

তেতিয়া শিৱই ৰজাক নিবেদন কৰিলে।—"মহাৰাজ! মই ল'ৰা কালৰে পৰা ব্ৰহ্মচাৰী। এখেত পুৰোহিতে একান্ত আগ্ৰহ দেখুৱাই নেৰা-নেপেৰাকৈ

থকাতহে মই অনিচ্ছাৰে এই ( অলংকাৰ ) দান গ্ৰহণ কৰিছিলোঁ। দান লোৱাৰ সময়তে মই তেওঁক কৈছিলোঁ যে মণি-মুকুতা আদি বস্তুৰ বিষয়ে মই তেনেই অনভিজ্ঞ; গতিকে এই বিষয়ত তেখেতে যে সিদ্ধান্ত কৰে সেয়ে হ'ব। তেখেতেও 'মই তোমাৰ সেই দায়িত্ব গ্ৰহণ কৰিবলৈ সাজু' বুলি কোৱাতহে মই অলংকাৰৰ দান গ্ৰহণ কৰিছিলোঁ। দান লোৱাৰ পিছত সকলোখিনি অলংকাৰ মই তেখেতক গতাই দিছোঁ। প্ৰভু, তাৰ পিছত এখেতে স্ব-ইচ্ছাই সকলোখিনি মূল্য দি মোৰপৰা কিনি লৈছে। এই কথাৰ প্ৰমাণৰূপে আমি দুয়ো পৰস্পৰৰ হস্তাক্ষৰ কৰা পত্ৰ আমাৰ হাতত আছে। সম্প্ৰতি ইয়াৰ সিদ্ধান্ত মহাৰাজৰ হাতত।" —এইদৰে শিৱই নিজৰ বক্তব্য শেষ কৰিলত মাধৱে পুৰোহিতক উদ্দেশ্যে কৰি ক'লে। ১৮৭-৯১

"পুৰোহিত! আপুনি মাননীয় ব্যক্তি, আপুনি এইদৰে নক'ব (অভিযোগ কৰা উচিত হোৱা নাই)। মোৰ ইয়াত কি অপৰাধ? মই আপোনাৰো একো বস্তু লোৱা নাই, শিৱৰপৰাও একো লোৱা নাই। এয়া মোৰ পৈত্ৰিক সম্পত্তি, মই আপোনাৰ ওচৰত ন্যাস ৰূপে থৈছিলোঁ। পিছত ( আপোনাৰ মাধ্যমত ) তাকে ব্ৰাহ্মণক দান কৰিছোঁ। ১৯২-৯৩

আৰু যদি সঁচাকৈয়ে এইবোৰ সোণৰ অলংকাৰ নহয়, আৰু বাখৰবোৰ আচল বস্তু নহয়—বৰং সনা কাঁচহে, তেনেহ'লে এনেকুৱা নকলী বস্তু দান কৰাৰ পৰা মোৰ কি ফল হ'ব? একান্ত শুদ্ধ চিত্তে কৰা দানতহে মোৰ বিশ্বাস। দানৰ ফলত মই দুৰাৰোগ্য ৰোগৰপৰা মুক্ত হোৱা আপুনি নিজেই দেখিছে।" ১৯৪-৯৫

মাধৱে অতি সহজভাৱে এইদৰে ক'লে। ( গোকাট মিছা ) কথা কওঁতেও মাধৱৰ মুখত ভাৱান্তৰ প্ৰকাশ হোৱা নাছিল। কথা শুনি ৰজা আৰু মন্ত্ৰীবৰ্গ সকলোৱে ৰবকৈ হাঁহিলে। ৰজা শিৱৰ প্ৰতি সন্তুষ্ট হ'ল। ১৯৬

পুৰোহিতৰ ( বিলাই-বিপত্তি দেখি ) সভাসদ বৰ্গয়ো পেটে পেটে হাঁহি একেমুখে ক'লে—"এই বিষয়ত শিৱ আৰু মাধৱৰ একো অপৰাধ নাই।"

॥ ১৯৭ ॥

পুৰোহিতে নিজৰ ধনো হেৰুৱালে আৰু ৰাজসভাত হাস্যাস্পদো হ'ল। লাজে-অপমানে তেওঁ ঘৰলৈ উভতিল। অতি লোভত অন্ধ হৈ পৰিলে কাৰনো বিপদ নহয়? ১৯৮

ইফালে ৰজাৰ অনুগ্ৰহ লাভ কৰি শিৱ আৰু মাধৱ দুয়োটা উচ্চাৱিনীত সুখেৰে বাস কৰিবলৈ ধৰিলে। ১৯৯

মৎস্যজীৱীয়ে মাছ ধৰিবলৈ পানীত জাল পেলোৱাৰ দৰে এই সংসাৰত ধূৰ্ত্তবিলাকে ভিভাৰে শ-শ সূতাৰ জাল তৈয়াৰ কৰে ( নানা মিছা কথা প্ৰচাৰ কৰে )। ২০০

## ২৯. (খ) কনকপুৰীৰ কথা ( পূৰ্বানুবৃত্ত ):

"পিতাদেৱ ! ঠিক সেইদৰে এই ধূৰ্ত্ত বিপ্ৰয়ো কনকপুৰী দেখিছোঁ —বুলি মিছা কথা কৈ আপোনাক প্ৰৱঞ্চনা কৰি মোক ভাৰ্য্যাৰূপে পাবলৈ ছলনাৰ আশ্ৰয় লৈছিল। ২০১

সেইদেখি এতিয়া মোৰ বিয়াৰ বাবে আপুনি খৰ-খেদা নকৰিব। মই কন্যা হৈ সুখেৰে আছোঁ। চাওঁ আৰু কি হয় ?" ২০২

জীয়েক কনকৰেখাই এইদৰে কোৱাত ৰজা পৰোপকাৰীয়ে জীয়েকক দুনাই ক'লে—"গাভৰু ছোৱালীৰ বহুতদিন কুমাৰী হৈ থকা উচিত নহয়। আনৰ ভাল দেখিলে গাত পোৰণি উঠা ঈৰ্ষালু লোকে মিছাকৈয়ে এনে বদনাম ৰটে। ২০৩-৪

বিশেষকৈ উত্তম লোকৰ বদনাম মানুহে বেছিকৈ উলিয়ায়। প্ৰসঙ্গক্ৰমে হৰস্বামীৰ আখ্যান কওঁ শুনা।" ২০৫

## ২৯. (গ) হৰস্বামীৰ কথা :

গঙ্গাৰ পাৰত কুসুমপুৰ[১] নামৰ এখন নগৰ আছে। সেই নগৰত হৰস্বামী নামে এজন তীৰ্থযাত্ৰী তপস্বী আছিল। গঙ্গাৰ তীৰৰ এটা কুটিৰত হৰস্বামীয়ে বাস কৰি লব্ধ অন্নেৰে জীৱন ধাৰণ কৰিছিল। তপস্বীৰ তপস্যাৰ প্ৰভাৱৰ কথা চাৰিওফালে প্ৰচাৰ হোৱাত তেওঁ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ পৰিছিল। ২০৬-৭

এদিনাখন তপস্বী হৰস্বামী ভিক্ষাৰ বাবে ওলাই অহা দেখি তেওঁৰ প্ৰভাৱ সহ্য কৰিব নোৱাৰা এটা খলুৱাই উপস্থিত লোকসকলক সম্বোধন কৰি ক'বলৈ ধৰিলে। ২০৮

১. বৰ্ত্তমানৰ পাটনা

"এও কেনেকুৱা ভণ্ড তপস্বী আপোনালোকে জানেনে? এৱেঁই নগৰৰ আটাইবোৰ শিশু খাই শেষ কৰিছে।" ২০৯

সেই কথাত হয়ভৰ দি তেওঁৰে নিচিনা আৰু এটা ধূৰ্ত্তই ক'লে—"সঁচা, ময়ো মানুহে এনেকৈ কোৱা শুনিছোঁ।" "হয়, হয়, এইটো সচাঁ" বুলি তৃতীয় এজনেও (ধূৰ্ত্তেও) সেই কথা সমৰ্থন কৰিলে। কিয়নো সৎলোকৰ নিন্দা দুৰ্জনৰ মুখে মুখে বাগৰি শিকলি যেন হৈ পৰে আৰু তাত সৎলোকে বান্ধ খায়। ২১০-১১

ক্ৰমে এইদৰে তপস্বীৰ নিন্দাবাদ ইকাণ-সিকাণ হৈ সহস্ৰ কাণ হ'ল আৰু গোটেই নগৰতে কলঙ্ক প্ৰচাৰ হৈ পৰিল। ২১২

হৰস্বামীয়ে নগৰৰ আটাইবোৰ ল'ৰা-ছোৱালী খাইছে বুলি ভয়তে বাপেক-মাকে নিজৰ ল'ৰা-ছোৱালীক ঘৰৰ বাহিৰলৈ ওলাব নোৱাৰাকৈ বলেৰে ঘৰৰ ভিতৰত ৰাখিলে। ২১৩

তেতিয়া নিজৰ সন্তানৰ বিনাশৰ ভয়ত নগৰৰ ব্ৰাহ্মণসকল একত্ৰ হৈ আলোচনাক্ৰমে হৰস্বামীক নগৰৰপৰা বহিষ্কাৰ কৰিবলৈ সিদ্ধান্ত কৰিলে। 'এই কথা শুনিলে ক্ৰুদ্ধ হৈ তেওঁ কিজানি আমাকো খায়ে পেলায়' এইবুলি ভয়তে তেওঁলোক কোনো হৰস্বামীক সেই সিদ্ধান্তৰ কথা জনাবলৈ নগ'ল। তেওঁলোকে বাৰ্তাৰি দি দূতে পঠালে। ২১৫

দূতবিলাকেও হৰস্বামীৰ ওচৰলৈ যাবলৈ ভয় কৰি দূৰৈৰপৰাই তেওঁক জনালে—"প্ৰভু! আপুনি আমাৰ নগৰ পৰিত্যাগ কৰি যাব লাগে বুলি ব্ৰাহ্মণ-সকলে আজ্ঞা কৰিছে।" ২১৬

এনে অদ্ভুত আদেশ শুনি হৰস্বামীয়ে সুধিলে,—"মই কি কাৰণে নগৰ পৰিত্যাগ কৰি যাব লাগে?" দূতহঁতে উত্তৰ দিলে—"কাৰণ নগৰৰ ল'ৰা-ছোৱালী দেখা মাত্ৰেই আপুনি বোলে খায়।" ২১৭

সিহঁতৰ কথা শুনি সকলো ভয় দূৰ কৰি প্ৰত্যয় জন্মাবলৈ হৰস্বামী নিজেই ব্ৰাহ্মণসকলৰ ওচৰলৈ গ'ল। তেওঁক অহা দেখিয়েই ব্ৰাহ্মণবিলাক লৰি গৈ মঠৰ ওপৰত উঠিল। উৰা বাৰ্তাৰিত বিশ্বাস কৰি অন্ধ হৈ পৰা মানুহে সঁচা-মিছাৰ বিচাৰ কৰিব নোৱাৰে। ২১৮-১৯

এই অৱস্থা দেখি হৰস্বামীয়ে তলৰপৰাই মঠৰ ওপৰত উঠি থকা ব্ৰাহ্মণ-সকলক এজন এজনকৈ নাম ধৰি মাতি ক'বলৈ ধৰিলে। ২২০

"ব্ৰাহ্মণসকল! ই তোমালোকৰ কেনে মূৰ্খতা? তোমালোকে পৰস্পৰে

আলোচনা কৰিব নোচোৱা কিয় ? মই কেতিয়া ক'ত কিমান শিশু ভক্ষণ কৰিলোঁ ?" ২২১

তাকে শুনি তেওঁলোকে যেতিয়া নিজৰ ভিতৰত পৰস্পৰ আলোচনা কৰিলে তেতিয়া তেওঁলোকে দেখিলে যে সকলোৰে ল'ৰা-ছোৱালী জীয়াই আছে।
॥ ২২২ ॥

ক্রমে তাত নিযুক্ত লোকসকলে আৰু অন্যান্য নাগৰিকেও সেই কথা সঁচা বুলি ক'লে, ক'লে যে তেওঁলোকৰ ল'ৰা-ছোৱালী জীৱিত আছে। তেতিয়া ব্রাহ্মণ, বণিক আদি সকলোৱে একে বাক্যে ক'লে—"আমি উৰা বাতৰিত পতিয়ন গৈ এই বেচেৰা সাধুক মিছাকৈয়ে অপবাদ দিছিলোঁ। আমাৰ সকলোৰে ল'ৰা-ছোৱালী জীয়াই আছে, এনেস্থলত এওঁ আকৌ কাৰ শিশু ভক্ষণ কৰিলে ?"
॥ ২২৩-২৪ ॥

সকলো মানুহে এইদৰে কোৱা-কুই কৰি থাকোঁতেই শুদ্ধ স্বভাৱৰ হৰস্বামী সেই নগৰ এৰি অন্য ঠাইলৈ যাবলৈ ওলাল। কিয়নো দুৰ্জনে বটা কলঙ্কত তেওঁৰ মনত বৰ বিৰক্তি জন্মিছিল। মনস্বী সাধুৱে দুৰ্জনৰ বসতি-পূৰ্ণ কুদেশত কেতিয়াও বাস কৰিবলৈ ভাল নাপায়।

তেতিয়া বণিক আৰু ব্রাহ্মণ সকলোৱে হৰস্বামীৰ ভৰিত ধৰি সেই নগৰতে থাকিবলৈ তেওঁক কাকূতি-মিনতি কৰিলে। তেওঁলোকৰ প্রার্থনাত হৰস্বামী কোনোমতে তাত থাকিবলৈ মান্তি হ'ল। ২২৭

"এইদৰে সজ্জনৰ প্রতি ঈর্ষাপৰায়ণ হৈ বিদ্বেষত জ্বলি-পুৰি দুর্জনে প্রায়ে সাধুসকলৰ গাত মিথ্যা কলঙ্ক আৰোপ কৰি দুর্ণাম ৰটনা কৰা দেখা যায়। এনেস্থলত সামান্য ত্রুটীও যদি সাধু-চৰিতত তেনে লোকে দেখে, তেনেহ'লে সেই সুযোগে যেন জ্বলা জুইত ঘিঁউহে ঢালে। ২২৮

সেই কাৰণে মোৰ আই ! তুমি যদি মোৰ অন্তৰৰ বেদনা দূৰ কৰিব খুজিছা, তেনেহ'লে তুমি তোমাৰ এই পূর্ণ যৌৱনত স্বেচ্ছাই বহুদিন কন্যা হৈ থাকিব নোৱাৰা (বিবাহ বন্ধনত সোমাই মোৰ মনোবেদনা দূৰ কৰা)। দুষ্টলোকে অপবাদ প্রচাৰ কৰিবলৈ সহজে সুযোগ পাব।" ২২৯

ৰজাই এইদৰে বাৰে বাৰে কোৱা সত্ত্বেও কনকৰেখা নিজৰ মতত আগৰ দৰেই অচল-অটল হৈ থাকিল আৰু ৰজাক দুনাই (একে কথাকে) ক'লে।—"মই আগতেই কৈছোঁ নহয়—ব্রাহ্মণেই হওক বা ক্ষত্রিয়েই হওক যিজনে কনকপুৰী

দেখিছে, এনে এজন যুৱকলৈ মোক বিয়া দিয়ক। গতিকে তেনে এজন যুৱক সোনকালে বিচাৰি উলিয়াওক।" ২৩০-৩১

কন্যাৰ দৃঢ় নিশ্চয়তাৰ কথা শুনি ৰজাই কন্যাক জাতিস্মৰ বুলি ধাৰণা কৰিলে। জীয়েকৰ মনোমত স্বামী লাভৰ বাবে আৰু অন্য কোনো উপায় নেদেখি তেতিয়া ৰজাই বিদেশৰপৰা নগৰলৈ অহা যাত্ৰীসকলৰ মাজত ঢোল বজাই নিতৌ এই ঘোষণা প্ৰচাৰৰ ব্যৱস্থা কৰিলে।—"ব্ৰাহ্মণ-ক্ষত্ৰিয় কোনোবাই যদি কনকপুৰী দেখিছে, তেনেহ'লে তেওঁ আগবাঢ়ি আহি সেই কথা কওক। ৰজাই তেওঁলৈকে ৰাজকন্যাক বিয়া দিব আৰু তেওঁক ৰাজ্যৰ যুৱৰাজো পাতিব।" পটহ[২] বাদ্যৰ সৈতে নগৰৰ সকলো ঠাইতে এই ঘোষণা বাৰে বাৰে প্ৰচাৰ হ'ল ; কিন্তু কনকপুৰী দেখা কোনো এজন ক'তো নোলাল। ২৩২-৩৩

ইতি শ্ৰীমহাকবি সোমদেৱ ভট্ট বিৰচিত কথাসৰিৎ-সাগৰৰ
পঞ্চম লম্বকৰ প্ৰথম অধ্যায়।
শ্লোক—২৩২

২. পটহ = ডাঙৰ ঢোল

## পঞ্চম লম্বক

## দ্বিতীয় তৰঙ্গ (২৫)

৩০. **কনকপুৰী বিচাৰি শক্তিদেৱৰ যাত্ৰা ঃ**

ইতিমধ্যে ৰাজকন্যাক লাভ কৰিবলৈ আশা কৰা ব্ৰাহ্মণ যুৱক শক্তিদেৱে ৰাজকুমাৰীৰ দ্বাৰা অপমানিত হৈ মনৰ দুখত চিন্তা কৰিবলৈ ধৰিলে। ১

কনকপুৰী দেখিছোঁ বুলি ফাঁকি দি মই ৰাজকুমাৰীক নাপালোঁ, অপমানহে পালোঁ। গতিকে ৰাজকুমাৰীক লাভ কৰিবলৈ কনকপুৰী বিচাৰি মই সমগ্ৰ পৃথিৱী ভ্ৰমণ কৰিম ; নগৰখন পাম নহ'লেবা মোৰ প্ৰাণেই যাব। ॥ ২-৩ ॥

কনকপুৰী নগৰখন চাই ঘূৰি আহি সেই পণত যদি মই ৰাজকন্যাক লাভ কৰিব নোৱাৰোঁ, তেনেহ'লে মই জীয়াই থকাৰেই বা কি প্ৰয়োজন ? ৪

এইদৰে প্ৰতিজ্ঞা কৰি ব্ৰাহ্মণ যুৱক শক্তিদেৱে তেতিয়া বৰ্দ্ধমান নগৰৰপৰা দক্ষিণ দিশলৈ যাত্ৰা কৰিলে। ক্ৰমে তেওঁ বিন্ধ্যাৰণ্য পালেগৈ আৰু নিজৰ গহীন মনোবাঞ্ছাৰ প্ৰতিৰূপ গভীৰ বিন্ধ্যাৰণ্যত প্ৰৱেশ কৰিলে। ৫-৬

অৰণ্যত প্ৰখৰ সূৰ্য্যতাপত কষ্ট পোৱা শক্তিদেৱক পবনৰ মৃদু-মন্দ আলোড়নত কঁপি থকা গছৰ কোমল কেঁচা পাতবোৰে যেন বিচিহে দিছিল। ভয়ংকৰ সিংহ আদিয়ে পশু আদি চিকাৰৰ জন্তুবোৰ মাৰোঁতে সিহঁতে বৰকৈ চিঞৰাত এনেহে লাগিছিল যেন অসংখ্য চোৰ-ডকাইতৰ উপদ্ৰৱত অৰণ্যখনে দিনে-নিশাই কান্দিব লাগিছে। ৭-৮

অৰণ্যৰ ঠায়ে ঠায়ে মৰুভূমিৰপৰা উঠা তীব্ৰ উত্তাপ আৰু প্ৰতিফলিত সূৰ্য্যৰ প্ৰখৰ কিৰণে যেন সূৰ্য্যৰ তাপকো নিজৰ স্বতন্ত্ৰতা ৰক্ষা কৰিবলৈ চেৰ পেলাব খুজিছিল। ৯

ক'তো পানী এটোপা পাবলৈ নোপোৱা যাত্ৰাপথত একেবাহে গৈ থাকোঁতেও পৃথিৱীৰ ইমূৰ পোৱা বাটটো শক্তিদেৱৰ বাবে নেযায়-নুপুৱায় যেন লাগিছিল। দুখে-কষ্টে গৈ কিছুদিনৰ মূৰত দুৰ্গম পথ অতিক্ৰম কৰি শক্তিদেৱ এখন নিৰ্জন ঠাইত ওলাল গৈ। তাত তেওঁ পানীৰে পৰিপূৰ্ণ এটা ডাঙৰ সৰোবৰ দেখিবলৈ পালে। ১০-১১

সৰোবৰৰ প্ৰফুল্ল কমলবাজি ৰাজছত্ৰ আৰু তাৰ মাজে মাজে ঘূৰি ফুৰা

শ্বেতহংসৰ পাল শুকুলা চামৰ যেন দেখা গৈছিল; (এইবিলাক ৰাজকীয় চিহ্নেৰে) যেন সেই সৰোবৰ সকলো সৰোবৰৰ ওপৰত একছত্ৰী ৰজাহে হৈছিল। ১২

শক্তিদেৱে সৰোবৰত গা-পা ধুই গাৰ ভাগৰ দূৰ কৰিলে। সৰোবৰৰ উত্তৰফালে ফলেৰে ভৰি থকা বৃক্ষৰাজিৰে সুশোভিত এখন আশ্ৰম তেওঁ দেখিবলৈ পালে। ১৩

আশ্ৰমৰ মাজত এজোপা বট বৃক্ষৰ গুৰিত বহি থকা এজন বৃদ্ধ তপস্বী তেওঁ দেখিলে। নাম সূৰ্য্যতপা। অন্যান্য তপস্বীয়ে বৃদ্ধ মুনিজনক বেঢ়ি আছে। ১৪

মুনিয়ে এশ আঠোটা স্ফটিকৰ এধাৰি শুভ্ৰ মালা কাণৰ ওচৰলৈ নি জপ কৰি আছিল—ঠিক যেন তেওঁৰ বয়স অনুসাৰেই মালাগুটিৰ সংখ্যা আৰু বৃদ্ধ অৱস্থাৰ কাণৰ কাষৰ ৰূপালী কেশৰ বৰণ অনুসাৰেই মালাৰ বৰ্ণ শুভ্ৰ হৈছে। ১৫

শক্তিদেৱে ওচৰলৈ গৈ মুনিক প্ৰণাম জনালে আৰু মুনিয়েও যথোচিত আতিথ্যৰে তেওঁক অভিনন্দন জনালে। খাবলৈ ফল-মূল দি মুনিয়ে তেওঁক সুধিলে, "ভদ্ৰ! তুমি কোন? ক'ৰপৰা আহিছা? কোনফালে যাবা? সকলোখিনি তুমি মোক কোৱা।" ১৬-১৭

শক্তিদেৱে বিনয়াৱনত হৈ উত্তৰ দিলে—"প্ৰভু! মই সম্প্ৰতি বৰ্দ্ধমানৰপৰা আহিছোঁ। কনকপুৰীলৈ যাম বুলি প্ৰতিজ্ঞা কৰি মই বাহিৰ ওলাইছোঁ; কিন্তু কনকপুৰী ক'ত আছে, মই নাজানো। প্ৰভুৱে যদি জানে, অনুগ্ৰহ কৰি কওক।" ১৮-১৯

—"বোপা! এই আশ্ৰমতে মোৰ এশ আঠ বছৰ পাৰ হ'ল, ইমানদিনে সেই নগৰৰ নামকে মই শুনা নাই।" ২০

মুনিয়েও কনকপুৰীৰ বিষয়ে এইদৰে কোৱাত শক্তিদেৱ অতিশয় বিষণ্ণ হৈ পৰিল। তেওঁ দুনাই মুনিক ক'লে—"তেনেহ'লে মই পৃথিৱী ভ্ৰমণ কৰি কৰিয়েই মৰিম।" ২১

তেতিয়া কথা-বতৰাৰপৰা লাহে লাহে শক্তিদেৱৰ সকলো কথা জানিব পাৰি মুনিয়ে ক'লে—"তোমাৰ যদি এয়ে সিদ্ধান্ত, তেনেহ'লে মই যি কৰিবলৈ কওঁ তাকে কৰা। ইয়াৰপৰা তিনিশ যোজন দূৰত কাম্পিল নামে এখন নগৰ আছে। সেই ৰাজ্যৰ উত্তৰ নামে এটা পৰ্বতত এখন আশ্ৰম আছে।

সেই আশ্ৰমতে মোৰ জ্যেষ্ঠ ভ্ৰাতৃ দীৰ্ঘতপা নামে মুনিয়ে বাস কৰে। তেওঁৰ ওচৰলৈ যোৱা। তেওঁ অতি বৃদ্ধ। কনকপুৰীৰ কথা কিজানি ক'ব পাৰিব।" ২৪

তাকে শুনি মুনিৰ কথাত পতিয়ন গৈ শক্তিদেৱে "বাৰু তাকে কৰিম" বুলি কৈ ৰাতিটো তাতে কটালে। পিছদিনা পুৱা তেওঁ লৰা-লৰিকৈ তাৰপৰা প্ৰস্থান কৰিলে। ২৫

অতিশয় কষ্টৰে শত-শত গভীৰ অৰণ্য অতিক্ৰম কৰি শক্তিদেৱে অৱশেষত কাম্পিল ৰাজ্য পালেগৈ। উত্তৰ পৰ্বতত উঠি তেওঁ আশ্ৰমত দীৰ্ঘতপা মুনিক দেখিবলৈ পালে। মুনিক দেখি শক্তিদেৱে প্ৰণাম জনালে আৰু মুনিয়ে তেওঁক যথোচিত স্বাগত অভিনন্দন জনালে। ২৬-২৭

সন্তুষ্ট হৈ শক্তিদেৱে দীৰ্ঘতপাৰ কাষ চাপি ৰাজকন্যাই কোৱা কনকপুৰীৰ বিষয়ে কৈ নিবেদন কৰিলে,—"প্ৰভু! মই এতিয়া সেই কনকপুৰী বিচাৰি যাত্ৰা কৰিছোঁ, কিন্তু কনকপুৰী ক'ত আছে নাজানো। আপুনি কৃপা কৰি কওক, ক'ত সেই নগৰ? মই সেই নগৰলৈ যেনে-তেনে যাবই লাগিব। সেই নগৰখনলৈ যাব পৰা সকলো কথাৰ সন্ধেদৰ বাবে সূৰ্য্যতপা মুনিয়ে মোক আপোনাৰ ওচৰলৈ পঠাইছে।" ২৮-২৯

শক্তিদেৱে এইদৰে কোৱাত দীৰ্ঘতপা মুনিয়ে তেওঁক ক'লে।—"মোৰ ইমান বয়স হ'ল—আজিহে কনকপুৰীৰ নাম তোমাৰ মুখৰপৰা শুনিলোঁ। নানা দেশৰপৰা অহা কিমান লোকৰ সৈতে যে মোৰ পৰিচয় নহৈছে? (কিন্তু কোনেও সেই নগৰৰ নাম মোক কোৱা নাই)। সেই নগৰৰ নামকে মই আজিলৈকে শুনা নাই, দেখা দূৰতে থক।

বোপা! মই অনুমান কৰিছোঁ সেই নগৰ কোনোবা দূৰ-দ্বীপান্তৰতহে আছে কিজানি। এই বিষয়ে বাৰু মই এটা উপায় দিওঁ। ৩০-৩২

ঃ সাগৰৰ মাজত উৎস্থল নামৰ এটা দ্বীপ আছে। সেই দ্বীপত-সত্যব্ৰত নামৰ নিষাদ ৰজাৰ বাস। সত্যব্ৰত অতি সমৃদ্ধিশালী ৰজা। সমুদ্ৰৰ অন্যান্য বহুত দ্বীপলৈ তেওঁৰ যাতায়ত আছে। তেওঁ কিজানি কনকপুৰী দেখিছে, নহলেবা নাম শুনিছে। ৩৩-৩৪

সেই উদ্দেশ্যে তুমি প্ৰথমে সাগৰৰ পাৰত থকা বিটঙ্কপুৰ নামে নগৰলৈ যোৱা। সেই নগৰৰ কোনো সাৰ্থবাহৰ[১] বাণিজ্য পোতত উঠি অভীষ্ট

১. সাৰ্থবাহ—নৌ বাণিজ্য কৰা সদাগৰ।

সিদ্ধিৰ বাবে সমুদ্ৰ মধ্যাস্থিত উৎস্থল দ্বীপৰ নিষাদাধিপতিৰ ভৱনলৈ-যোৱা। ৩৫-৩৬

মুনিৰ কথা শুনি 'বাৰু তাকে কৰিম' বুলি শলাগি শক্তিদেৱে মুনিৰপৰা বিদায় লৈ তৎক্ষণাত আশ্ৰমৰপৰা প্ৰস্থান কৰিলে। বহুদূৰ পথ আৰু নানা দেশ পাৰ হৈ অৱশেষত শক্তিদেৱ সমুদ্ৰতীৰৰ তিলক স্বৰূপ বিটঙ্কপুৰীত উপস্থিত হ'লগৈ। ৩৭-৩৮

বিটঙ্ক নগৰত শক্তিদেৱে উৎস্থল দ্বীপলৈ সমুদ্ৰ পথেৰে যাতায়ত কৰা সমুদ্ৰদত্ত নামৰ এজন বণিকৰ ঘৰ বিচাৰি উলিয়াই তেওঁৰে সৈতে মিত্ৰতা স্থাপন কৰিলে। এদিন তেওঁৰে সৈতে তেওঁৰ বাণিজ্যপোতত উঠি পৰস্পৰ মিত্ৰতাকে পাথেয় কৰি শক্তিদেৱে উৎস্থল দ্বীপলৈ যাত্ৰা কৰিলে। ৩৯-৪০

সমুদ্ৰত বাণিজ্যপোত কিছুদূৰ আগবাঢ়োঁতেই বিজুলীৰ চিক্-মিকণিৰে ৰঙা জিভা মেলি প্ৰলয়ংকৰ ৰূপে আকাশত ভয়ঙ্কৰ ৰাক্ষসৰ দৰে মেঘে দেখা দিলে। লগে লগে পাতল বস্তু উৰাই আৰু গধুৰবোৰ বগৰাই পেলোৱা বিধি-সদৃশ[২] প্ৰচণ্ড ধুমুহা ববলৈ ধৰিলে। ৪১-৪২

বতাহৰ কোবত সাগৰত পৰ্বত প্ৰমাণ ঢৌ উঠিবলৈ ধৰিলে, নিজৰ আশ্ৰয়-দাতা সমুদ্ৰ প্ৰভঞ্জনৰ হাতত অপমানিত হোৱা দেখিয়েই যেন সাগৰৰ তলৰপৰা পাখি লগা[৩] পৰ্বতবোৰ খণ্ডত ওপৰলৈ মূৰ দাঙি উঠিছে। ৪৩

ধনীৰ ভাগ্য ওপৰলৈ উঠি তললৈ নমাৰ দৰে ঢৌৰ কোবত বাণিজ্যপোত কেতিয়াবা ওপৰলৈ উঠে, আকৌ ক্ষন্তেকতে তল পায় গৈ। ক্ৰমে এইদৰে নাওঁখনে তল-ওপৰ কৰিবলৈ ধৰিলে। ৪৪

কিছুসময়ৰ পিছত নাওঁখন ঢৌত এবাৰ ওপৰলৈ উঠি যেন ভাৰ সহ্য কৰিব নোৱাৰিয়েই দুখণ্ড হ'ল—বণিকৰ তীব্ৰ ক্ৰন্দন ধ্বনিত নাওঁ ভগাৰ শব্দ মিলি গ'ল। ৪৫

বাণিজ্যপোত দুখণ্ড হোৱাত পোতৰ অধিকাৰী সদাগৰজন তক্তা এচটাত ধৰি উটি গ'ল। কিছুদূৰত অন্য এখন নাওঁ পাই তাতে উঠি তেওঁ সাগৰৰ পাৰ পালেগৈ। ৪৬

---

২. বিধি—অৰ্থাৎ নিয়মে সামান্য বিৰোধ নাইকিয়া কৰে আৰু গুৰুতৰ-বিলাক নিয়মৰ তললৈ আনে।

৩. পাখি লগা—পৰ্বতবোৰৰ পূৰ্বে পাখি আছিল। এসময়ত ইন্দ্ৰই পৰ্বতৰ পাখি কাটিবলৈ ধৰাত পৰ্বতবোৰ আহি সাগৰৰ তলত আশ্ৰয় লৈছিল।

পানীত পৰাৰ পিছত শক্তিদেৱৰ শৰীৰ ক্ষত-বিক্ষত হৈ পৰিল; এনেতে মুখ মেলি অহা এটা প্ৰকাণ্ড মাছে পাই শক্তিদেৱক গিলি পেলালে। তাৰ পিছত সেই মাছটো সাগৰৰ মাজত ঘূৰি ফুৰোঁতে দৈৱক্ৰমে উৎস্থল দ্বীপৰ কাষ পালেহি। ৪৭-৪৮

তেতিয়া কৈৱৰ্ত্তাধিপতি সত্যৱ্ৰতৰ মাছমৰীয়াবিলাকে সেই ডাঙৰ মাছটো পাই দৈৱক্ৰমে ধৰিলে। ধীবৰবিলাকে অতিকায় মাছটো দেখি কৌতূহলবশতঃ তৎক্ষণাত তেওঁলোকৰ অধিপতি সত্যৱ্ৰতৰ ওচৰলৈ নিলে। ৪৯-৫০

সত্যৱ্ৰতেও তেনেকুৱা অতিকায় মাছ এটা দেখি কৌতূহলী হৈ ভৃত্যৰ দ্বাৰা তেতিয়াই মাছটো কটালে। মাছটো কটাত মাছৰ পেটৰপৰা জীৱন্ত শক্তিদেৱ ওলাই আহিল, যেন আশ্চৰ্য্যজনক দ্বিতীয় গৰ্ভবাসৰপৰাহে শক্তিদেৱে মুক্তি পালে। ৫১-৫২

মাছৰ পেটৰপৰা জীৱন্ত এজন যুৱক ওলাই অহা দেখি অতিশয় বিস্ময়াবিষ্ট হৈ দাসৰাজ সত্যৱ্ৰতে 'স্বস্তি', 'স্বস্তি' বুলি মঙ্গল কামনা কৰিলে আৰু তেওঁক সুধিলে। ৫৩

"তুমি কোন? তুমি সম্প্ৰতি কেনে আছা? তুমিনো কেনেকৈ মাছৰ পেটত সোমালা? ব্ৰাহ্মণ! তোমাৰ এই সকলো বৃত্তান্ত নিশ্চয় অদ্ভুত!" ৫৪

দাসৰাজৰ প্ৰশ্ন শুনি শক্তিদেৱে তেওঁক ক'লে—"মই শক্তিদেৱ নামৰ ব্ৰাহ্মণ। মই বৰ্দ্ধমানৰপৰা আহিছোঁ। মই কনকপুৰীলৈ যাব লাগে। যোৱাটো অপৰিহাৰ্য্য; কিন্তু কনকপুৰী ক'ত নজনা বাবে দূৰে দূৰে মই বহুকাল পৃথিৱী ভ্ৰমণ কৰি ফুৰিছোঁ। ৫৫-৫৬

তাৰ পিছত দীৰ্ঘতপা নামে এজন মুনিৰ কথামতে সেই নগৰখন সমুদ্ৰ মধ্যস্থ কোনো দ্বীপত থকা সম্ভৱ বুলি ভাবি বিচাৰি উলিওৱাৰ উদ্দেশ্যে সমুদ্ৰ মধ্যস্থ উৎস্থল দ্বীপৰ দাসৰাজ সত্যৱ্ৰতৰ ওচৰলৈ নাৱত আহিছিলোঁ। মাজ সাগৰতে বাণিজ্যপোত ভগাত মই সাগৰত পৰিলোঁ আৰু লগে লগে এটা মাছে মোক গিলি পেলালে; তাৰ পিছত এতিয়া এইখিনিত এনেকৈ উপস্থিত হৈছোঁ।" ৫৭-৫৮

শক্তিদেৱৰ কথা শুনি সত্যৱ্ৰতে ক'লে—"ময়েই সত্যৱ্ৰত আৰু এয়ে তোমাৰ গন্তব্য উৎস্থল দ্বীপ। মই জীৱনত বহুত দ্বীপ দেখিছোঁ; কিন্তু তোমাৰ ঈপ্সিত কনকপুৰী কতো দেখা নাই। ওঁ, সেই নগৰখন কোনোবা অইন দ্বীপত আছে বুলি কোৱা শুনিছোঁ।" ৫৯-৬০

দাসৰাজ সত্যব্ৰতে এইদৰে কোৱাত শক্তিদেৱ অতিশয় বিষণ্ণ হৈ পৰিল। শক্তিদেৱক বিষণ্ণ দেখি অতিথিপ্ৰিয় সত্যব্ৰতে সেই মুহূৰ্ত্তে আকৌ ক'লে। ॥ ৬১ ॥

"ব্ৰাহ্মণ যুৱক! তুমি হতাশ নহ'বা, আজি ৰাতিটো ইয়াতে থাকা; কাইলৈ পুৱা তোমাৰ অভীষ্ট সিদ্ধিৰ বাবে কিবা এটা ব্যৱস্থা কৰিম।" ৬২

দাসৰাজে এইদৰে আশ্বাস দি শক্তিদেৱক বিদায় দিলে। তেওঁ তেতিয়া অতিথি সৎকাৰ সুলভ ব্যৱস্থা থকা ব্ৰাহ্মণৰ মঠ এটালৈ গ'ল। ৬৩

মঠ নিবাসী বিষ্ণুদত্ত নামৰ এজন ব্ৰাহ্মণে শক্তিদেৱক খাবলৈ দিলে। তাৰ পিছত শক্তিদেৱে তেওঁৰে সৈতে কথা-বতৰা পাতিবলৈ ধৰিলে। কথা প্ৰসঙ্গত বিষ্ণুদত্তই শক্তিদেৱক তেওঁৰ আত্ম-বৃত্তান্ত সুধিলে। তেতিয়া শক্তিদেৱে নিজৰ বংশ-কুল, দেশ আদিৰ বিষয়ে সকলো কথা চমুকৈ তেওঁৰ আগত ক'লে। ॥ ৬৪-৬৫ ॥

শক্তিদেৱৰ বৃত্তান্ত শুনি বিষ্ণুদত্তই তেওঁৰ পৰিচয় পাই তৎক্ষণাত তেওঁক সাৱটি ধৰিলে। বিষ্ণুদত্তৰ দুচকুৰে দি ধাৰাসাৰে আনন্দাশ্ৰু বৰলৈ ধৰিলে। আনন্দত থোকা-থুকি মাতেৰে বিষ্ণুদত্তই ক'বলৈ ধৰিলে। ৬৬

"ভাগ্যৰ বলতহে তোমাক আজি দেখা পালোঁ। তুমি মোৰ মোমাইৰ পুত্ৰ, ভাই। আমি দুয়ো একেখন দেশৰে মানুহ। মই ল'ৰাকালতে সেই দেশ এৰি বহুদিন হ'ল ইয়ালৈ আহিছোঁ। তুমি ইয়াতে কিছুদিন থাকা। ইয়াত থাকিলেই নানা দেশৰপৰা অহা বণিকসকলে ইজনে সিজনৰপৰা শুনা কথাত তোমাৰ অভীষ্ট নগৰীৰ সম্ভেদ পোৱা যাব। ৬৭-৬৮

ইয়াকে কৈ বিষ্ণুদত্তই নিজৰ বংশ পৰিচয় দিলে আৰু যথোচিত আদৰ-সাদৰ দেখুৱাই শক্তিদেৱৰ পৰিচৰ্য্যা কৰিলে। শক্তিদেৱেও বন্ধু লাভ কৰি নিজৰ সকলো পথশ্ৰম পাহৰি পেলালে। বিদেশত বন্ধু লাভ মৰুভূমিত অমৃতৰ নিজৰাৰ সন্ধান পোৱাৰ তুল্য। ৬৯-৭০

বিষ্ণুদত্তৰ কথা শুনি শক্তিদেৱে নিজৰ অভীষ্ট সিদ্ধি চমু চাপিছে বুলি ভাবিলে। কাৰ্য্যৰ মাজত দেখা দিয়া মাঙ্গলিক ঘটনাই মূলকাৰ্য্য সুসম্পন্ন হোৱাৰে সূচনা কৰে। ৭১

পিছত ৰাতি শয্যাত শুলে যদিও অভীপ্সিত কাৰ্য্য সম্পন্ন কেনেকৈ হ'ব বুলি চিন্তাগ্ৰস্ত হোৱা শক্তিদেৱৰ চকুলৈ হলে টোপনি নাহিল। শক্তিদেৱৰ কাষতে শুই থকা বিষ্ণুদত্তই শক্তিদেৱৰ মন ভাল লগাবলৈ বুলি তেওঁৰ প্ৰচেষ্টাৰ সমৰ্থনসূচক এটা সাধু ক'বলৈ আৰম্ভ কৰিলে। ৭২-৭৩

**২৯. (গ) অশোকদত্ত আৰু বিজয়দত্তৰ ( কপালস্ফোট ৰাক্ষস ) কথা ঃ**

পুৰণি কালত যমুনাৰ পাৰৰ এখন ডাঙৰ অগ্ৰহাৰ ( ব্ৰাহ্মণক দান দিয়া ) গাৱঁত গোবিন্দস্বামী নামে এজন শ্ৰেষ্ঠ ব্ৰাহ্মণ আছিল। গুণী গোবিন্দস্বামীৰ ক্ৰমে তেওঁৰে নিচিনা গুণী দুটা পুত্ৰ জন্মিল। ল'ৰা দুটাৰ ডাঙৰটোৰ নাম অশোকদত্ত আৰু সৰুটোৰ নাম বিজয়দত্ত। ৭৪-৭৫

তেওঁলোক সেই গাৱঁত বাস কৰি থকা অৱস্থাতে এসময়ত তাত ভীষণ দুৰ্ভিক্ষই দেখা দিলে। তেতিয়া গোবিন্দস্বামীয়ে ভাৰ্য্যাক ক'লে। ৭৬

—"আকালত দেশ উচ্ছন্ন হ'বলৈ ধৰিছে। মই চকুৰ আগত নিজৰ মিতিৰ-কুটুম, বন্ধু-বান্ধৱৰ দুখ-দুৰ্গতি চাই থাকিব নোৱাৰোঁ। সেইদেখি কাক কিমান বস্তু দিব লাগে ঠিক কৰা ; আমাৰ ঘৰত যিমানখিনি খাদ্যসম্ভাৰ আছে সকলোখিনি আগবঢ়াই দি এই ৰাজ্যৰপৰা অন্য দূৰ দেশলৈ যাওঁ। আমি ইষ্ট-মিত্ৰৰে সৈতে বাৰাণসীত আশ্ৰয় লম গৈ।" এইবুলি ভাৰ্য্যাৰে সৈতে পৰামৰ্শ কৰি গোবিন্দস্বামীয়ে নিজৰ ভঁৰালৰ সকলোখিনি ধান-চাউল বিলাই দিলে। ৭৭-৭৯

তাৰ পিছত পুত্ৰ-পৰিবাৰ আৰু ভৃত্যৰ সৈতে গোবিন্দস্বামীয়ে সেই দেশৰপৰা প্ৰস্থান কৰিলে। উত্তম লোকে নিজৰ জাতি-কুটুম্বৰ বিপদ-আপদ নীৰৱে চাই থাকিব নোৱাৰে। ৮০

যাওঁতে বাটত তেওঁ ভস্ম-বিভূষিত জঁটা-জুঁটধাৰী মুণ্ড-মালা-পৰিধানকাৰী, অৰ্দ্ধচন্দ্ৰ সুশোভিত সাক্ষাৎ মহাদেৱ যেন এজন তপস্বী দেখিলে। ৮১

যোগীৰ ওচৰলৈ গৈ গোবিন্দস্বামীয়ে তেওঁক প্ৰণাম জনালে আৰু পুত্ৰ-স্নেহত উৎকণ্ঠিত হৈ দুয়ো পুত্ৰৰ ভৱিষ্যৎ শুভা-শুভৰ কথা যোগীক সুধিলে। যোগীয়ে ভৱিষ্যৎ বাণী কৰিলে—"ব্ৰাহ্মণ! তোমাৰ দুয়োটা ল'ৰাৰে ভৱিষ্যৎ কল্যাণময়। পিছে কনিষ্ঠ পুত্ৰ বিজয়দত্তৰ সৈতে তোমাৰ বিচ্ছেদ ঘটিব। তাৰ পিছত জ্যেষ্ঠ অশোকদত্তৰ প্ৰভাৱত তোমালোক আটাইৰে পুনৰ্মিলন হ'ব।" ৮২-৮৪

ত্ৰিকালজ্ঞ যোগীয়ে এইদৰে ভৱিষ্যৎ ব্যক্ত কৰাত গোবিন্দস্বামীয়ে একে সময়তে সুখ-দুখ অনুভৱ কৰিলে। তেওঁ যোগীৰপৰা বিদায় লৈ প্ৰস্থান কৰিলে। ৮৫

গোবিন্দস্বামী বাৰাণসীত উপস্থিত হৈ নগৰৰ বাহিৰৰ এটা দেৱী মন্দিৰত

থাকিবলৈ ললে আৰু দেৱীৰ পূজা-অৰ্চনা আদিত দিনটো অতিবাহিত কৰিলে। ৮৬

ৰাতি মন্দিৰৰ বাহিৰৰ গছৰ তলত দেশ দেশান্তৰৰপৰা অহা যাত্ৰীসকলেৰে সৈতে গোবিন্দস্বামী সপৰিয়ালে শুলে। ৮৭

গছ-পাত আদি ছটিয়াই ৰাতি শুবলৈ প্ৰস্তুত কৰা পান্থশয্যাত পৰাৰ লগে লগে পথশ্ৰমত ক্লান্ত সকলো যাত্ৰী নিদ্ৰামগ্ন হৈ পৰিল; কিন্তু গোবিন্দস্বামীৰ চকুত টোপনি নাই। তেওঁ উজাগৰে আছিল। এনেতে তেওঁৰ কনিষ্ঠ পুত্ৰ বিজয়দত্তৰ তীৰকঁপে কঁপনি জ্বৰ উঠিল। ৮৮-৮৯

জ্বৰৰ প্ৰকোপত বিজয়দত্তৰ গাৰ নোম ঠিয় হ'ল, আত্মীয়-স্বজনৰ ভৱিষ্যৎ বিয়োগৰ সম্ভৱনাৰ ভয়ত হে যেন তেওঁৰ গাত কঁপনি আৰু নোম এইদৰে শিয়ঁৰি উঠিল। ৯০

জাৰত কঁপি কঁপি বিজয়দত্তই পিতাকক জগাই ক'লে—"পিতাদেউ! কপঁনি জ্বৰত মোৰ বৰ জাৰ লাগিছে। অলপ খৰি-খেৰ বিচাৰি আনি জাৰ পলাবলৈ একুৰা জুই ধৰা, নহলে মই অকণো সুখ-শান্তি নেপাওঁ আৰু ৰাতিটোও পাৰ কৰিব নোৱাৰিম।" ৯১-৯২

পুত্ৰৰ দুখ-কষ্টত আকুল হৈ তেতিয়া গোবিন্দস্বামীয়ে ক'লে—"বোপাই! এই ৰাতিখননো কেনেকৈ জুই ধৰোঁ?" "পিতাদেউ! সৌৱা ওচৰতে জুই জ্বলি থকা দেখিছোঁ। সেই ডাঙৰ জুইকুৰাতে গৈ মই কিয় হাত-ভৰি সেঁকি নহওঁ? মোৰ গাত কঁপনি উঠিছে, সেইদেখি আপুনি মোক হাতত ধৰি সেইখিনিলৈ লৈ বলক।" —পুতেকে এইদৰে কোৱাত গোবিন্দস্বামীয়ে দুনাই পুতেকক ক'লে। ৯৩-৯৫

"সেইখন মৰিশালি, সেয়া তাত চিতাৰ জুই জ্বলিছে। তুমি ল'ৰা, ভূত-পিশাচেৰে পৰিপূৰ্ণ মৰিশালিলৈ তোমাক ৰাতিখন কেনেকৈ নিম?" ৯৬

পুত্ৰবৎসল পিতৃৰ কথাত বীৰ বালক বিজয়দত্তই উপহাস কৰি উত্তৰ দিলে। ৯৭

—"পিতাদেউ! বেচেৰা ভূত-পিশাচবোৰে মোক কি কৰিব? মই কিবা অলপ ধতুৰা ল'ৰা নেকি? মোক আপুনি নিঃশঙ্কচিত্তে তালৈ নিয়ক।" ৯৮

ল'ৰাৰ নেৰা-নেপৰা আগ্ৰহ পেলাব নোৱাৰি গোবিন্দস্বামীয়ে হাতত ধৰি পুতেকক তালৈ (শ্মশান) নিলে। ল'ৰাও জুইৰ তাপত হাত-ভৰি সেঁকিবলৈ চিতাৰ কাষ চাপিল। ৯৯

অগ্নিৰ শিখা দপ্-দপ্ কৈ জ্বলি উঠি ছিল, ধোঁৱাৰে ওপৰখন ঢাকি ধৰিছিল আৰু চিতাগ্নিয়ে নৰদেহ ভস্ম কৰিছিল। এনে ৰূপত চিতাগ্নিক ঠিয় হৈ থকা কুট্কুৰা চুলিৰে মুখ ঢাকি থোৱা, লক্-লক্কৈ ৰঙা জিভা মেলি নৰমাংস ভক্ষণ কৰা ৰাক্ষসৰ গৃহ-দেৱী যেন হৈ লাগিছিল। ১০০

খন্তেকপৰ জুইৰ তাপ লৈ আশ্বস্ত হৈ ল'ৰাটোৱে পিতাকক সুধিলে—"পিতাদেউ! চিতাগ্নিৰ মাজত গোলাকাৰ এইটো কি বস্তু দেখা গৈছে?" ১০১

—"বোপাই! এইটো মানুহৰ মূৰ, অগ্নিত পুৰি ভস্ম কৰা হৈছে।" ওচৰতে বৈ থকা বাপেকে এইদৰে বুজাই ক'লে। ১০২

তেতিয়া নিজৰ সাহস যেন হৈ জ্বলি থকা চিতাৰ অন্ধৰা খৰি এডালেৰে খোচ্ মাৰি ল'ৰাটোৱে মানুহৰ মূৰটো ফুটাই দিলে। লগে লগে মূৰটোৰপৰা ওপৰলৈ চিটিকি অহা চৰ্বিয়ে ল'ৰাটোৰ মুখখন বুৰাই পেলালে; ঠিক যেন শ্মশান বহ্নিয়ে বালকক ৰাক্ষসী সিদ্ধিহে দান কৰিলে। ১০৩-৪

মুখত লগা মানুহৰ মূৰৰ চৰ্বি চেলেকি বালক বিজয়দত্ত তৎক্ষণাত এটা ভয়ংকৰ ৰাক্ষস হৈ পৰিল। তাৰ মূৰৰ চুলি ঠিয় হ'ল, দীঘলীয়া হৈ দাঁত ওলাল আৰু হাতত সি খোলা তৰোৱাল ললে। ১০৫

ৰাক্ষসত পৰিণত হৈ সি চিতাগ্নিৰ মাজৰপৰা নৰ-কপাল টানি তাত লাগি থকা চৰ্বি জুইৰ আগ যেন ৰঙা জিভাৰে চেলেকিবলৈ ধৰিলে। ১০৬

তাৰ পিছত নৰ-কপাল দলিয়াই পেলাই তৰোৱাল দাঙি লৈ নিজৰ পিতৃ গোবিন্দস্বামীক বধ কৰিবলৈ খেদি গ'ল। ১০৭

সেই মুহূৰ্ত্তে শ্মশানৰপৰা অশৰীৰী বাণী ওলাল—"হে কপালস্ফোট দেৱ! নিজপিতৃক বধ নকৰিবা, এইফালে আহা।" ১০৮

এই বাণী ওলোৱাৰ পিছত বিজয়দত্তই ৰাক্ষস কপালস্ফোট বুলি নিজৰ নাম পালে। ৰাক্ষসৰূপী বটুৱে তেতিয়া পিতাকক এৰিলে আৰু তাত অন্তৰ্ধান হ'ল। ১০৯

বিজয়দত্তৰ পিতাক গোবিন্দস্বামীয়ে "হা পুত্ৰ! হা মোৰ গুণী পুত্ৰ বিজয়দত্ত! তুমি আমাক এৰি ক'লৈ গ'লা"—বুলি ৰাউচিজুৰি কান্দিবলৈ ধৰিলে।" ১১০

গোবিন্দস্বামী চণ্ডীৰ মন্দিৰলৈ ঘূৰি আহিল। পিছদিনা পুৱা ভাৰ্য্যা আৰু জ্যেষ্ঠ পুত্ৰ অশোকদত্তৰ আগত ৰাতি যি যি ঘটনা ঘটিছিল, সকলোখিনি ক'লে। ১১১

বিনামেঘে বজ্রপাত হোৱাৰ নিচিনা কৰুণ ঘটনাত তপস্বী গোবিন্দস্বামীৰ ভাৰ্য্যা আৰু পুত্ৰ দুয়োকে শোকৰ জুয়ে পুৰিবলৈ ধৰিলে ; তেওঁ নিজেও শোক-সন্তপ্ত হৈ পৰিল। তাত থকা অন্যান্যলোক আৰু দেৱী-দৰ্শন কৰিবলৈ বাৰাণসীলৈ অহা তীৰ্থযাত্ৰী সংঘয়ো ঘটনা শুনি সমানে দুখপ্ৰকাশ কৰিলে। ১১২-১৩

ইতিমধ্যে বাৰাণসীলৈ তীৰ্থযাত্ৰাৰ বাবে অহা সমুদ্ৰদত্ত নামৰ এজন বৰ ধনী সদাগৰে গোবিন্দস্বামীক তেনে অৱস্থাত দেখিবলৈ পাই কথা-বতৰাৰে তেওঁক আশ্বাস দিলে আৰু তাৰ পিছত সপৰিয়ালে তেওঁক নিজৰ ঘৰলৈ লৈ গ'ল। ১১৪-১৫

সদাগৰে গোবিন্দস্বামীক আৰু পৰিয়ালক সেৱা-শুশ্ৰূষা কৰি গা-পা ধুবলৈ দিলে আৰু খাবলৈ আহাৰো দিলে। মহৎলোকৰ অন্তৰত স্বাভাৱিকতে আনৰ দুখত অনুকম্পা জন্মে। গোবিন্দস্বামী আৰু তেওঁৰ ভাৰ্য্যা দুয়ো মহাযোগীৰ ভৱিষ্যৎ বাণী সুঁৱৰি পুত্ৰৰ সৈতে দুনাই মিলনৰ আশা বুকুত বান্ধি কোনোমতে ধৈৰ্য্য ধাৰণ কৰিলে। ১১৬-১৭

সেইদিন ধৰি গোবিন্দস্বামী সভাৰ্য্যে বাৰাণসীত অতিশয় আঢ্যৱন্ত সেই সদাগৰৰ অনুৰোধত তেওঁৰ ঘৰতে বাস কৰিবলৈ ধৰিলে। তাত বিদ্যাধ্যয়ন সমাপ্ত কৰি গোবিন্দস্বামীৰ জীৱিত পুত্ৰ অশোকদত্তই মল্লযুদ্ধ শিকিবলৈ ধৰিলে। ১১৮-১৯

কালক্ৰমত অশোকদত্ত মল্লযুদ্ধত ইমান পাৰ্গত হৈ উঠিল যে পৃথিৱীৰ কোনো মল্লযোদ্ধাই তেওঁক পৰাস্ত কৰিব নোৱাৰা হ'ল। ১২০

এসময়ত দেৱযাত্ৰাৰ[৪] সময়ত বাৰাণসীত বহুত মল্লযোদ্ধা সমৱেত হ'ল। তাৰ মাজত দাক্ষিণাত্যৰ এজন সু-প্ৰসিদ্ধ মল্লযোদ্ধাও আছিল। দাক্ষিণাত্যৰ এই মল্লযোদ্ধাজনে বাৰাণসীৰ ৰজা প্ৰতাপমুকুটৰ আটাইবোৰ মল্লবীৰক যুদ্ধত পৰাস্ত কৰিলে। ১২১-২২

তেতিয়া সদাগৰৰ মুখৰপৰা অশোকদত্তৰ খবৰ পাই ৰজা প্ৰতাপমুকুটে অশোকদত্তক অনাই উক্ত মল্লবীৰৰ সৈতে যুদ্ধ কৰিবলৈ আদেশ দিলে। দাক্ষিণাত্যৰ মল্লবীৰে হাতেৰে বাহুত চপৰিয়াই মল্লযুদ্ধৰ প্ৰাঙ্গণত উপস্থিত হৈ প্ৰাত্যাহ্বান জনালে। অশোকদত্তই উক্ত মল্লযোদ্ধাক হাত পকাই মাটিত পেলাই দিলে। ১২৩-২৪

৪. কোনো দেৱতাৰ পূজা উপলক্ষে হোৱা উৎসৱ।

মহামল্ল মাটিত বাগৰি পৰাত যি শব্দ উঠিল ( জনতাৰ হৰ্ষধ্বনি সহ ) ৰঙ্গভূমিয়ে যেন সন্তুষ্ট হৈ সেই শব্দৰে অশোকদত্তক ধন্যবাদহে জনালে। ১২৫

অশোকদত্তৰ বিক্ৰম দেখি ৰজা তেওঁৰ প্ৰতি সন্তুষ্ট হ'ল ; তেওঁক বহুত ধন-ৰত্ন দিলে আৰু নিজৰ পাৰ্শ্বচৰ নিযুক্ত কৰিলে। ১২৬

মল্লযুদ্ধত পাৰ্গত অশোকদত্ত মল্লযুদ্ধ-বিশেষজ্ঞ ৰজাৰ বৰ প্ৰিয়পাত্ৰ হৈ পৰিল আৰু কিছুদিনৰ ভিতৰতে ৰজাৰপৰা পোৱা ধন-সম্পত্তিৰে আঢ্যৱন্ত হৈ উঠিল। ১২৭

এবাৰ শিৱ-চতুৰ্দশীৰ ৰাতি ৰজাই নগৰৰ বাহিৰত প্ৰতিষ্ঠিত শিৱৰ পূজা-অৰ্চনা কৰিবলৈ নগৰৰপৰা বাহিৰলৈ গৈছিল। শিৱপূজা সমাপ্ত কৰি এখন শ্মশানৰ কাষেদি নগৰলৈ উভতি আহোঁতে ৰজাই শ্মশানৰ মাজৰপৰা অহা কৰুণ কথাষাৰ শুনিবলৈ পালে। ১২৮-২৯

"হে প্ৰভু! দণ্ডাধিকাৰীয়ে হত্যাৰ মিছা অভিযোগত বিদ্বেষৰ বশৱৰ্তী হৈ মোৰ প্ৰাণদণ্ডৰ আদেশ দিছে ; মোক শূলত দিয়া আজি তিনিদিন হ'ল। মই মহাপাপী ; মোৰ প্ৰাণ এতিয়াও ওলাই যোৱা নাই। হে প্ৰভু! পিয়াহত মোৰ অণ্ঠ-কণ্ঠ শুকাই গৈছে, মোলৈ অলপ পানী পঠাই দিয়ক।" ১৩০-৩১

এই কৰুণ আৰ্তনাদ শুনি ৰজাই পাৰ্শ্বস্থ অশোকদত্তক তুমিয়েই পানী পঠিওৱা বুলি আদেশ দিলে। ১৩২

"মহাৰাজ! এই ৰাতিখন শ্মশানলৈ কোনে পানী লৈ যাব ? গতিকে মই নিজেই নিওঁ" এইদৰে কৈ অশোকদত্ত পানী লৈ নিজেই ( শ্মশানলৈ ) গ'ল।

॥ ১৩৩ ॥

ৰজা নিজ নগৰলৈ গ'ল। ইফালে বীৰ অশোকদত্তই চাৰিওদিশে ঘন-ঘোৰ অন্ধকাৰে ঢাকি ভয়াবহ কৰা কালৰাত্ৰিৰ নিবাস স্বৰূপ ভীষণ শ্মশানত প্ৰৱেশ কৰিলে। শ্মশানৰ ঠায়ে ঠায়ে শিয়ালে কামুৰি অনা নৰমাংস পৰি থকাত শিৱা বলি৫ দিয়া যেন হে অনুমান হৈছিল, শ্মশানত জ্বলি থকা চিতাৰ জুইৰ পোহৰে কোনো ঠাই পোহৰ কৰি থৈছিল, আৰু কোনো ঠাইত উল্লাহত নাচি থকা বেতালৰ তাল-বাদ্যৰ শব্দত শ্মশান মুখৰিত হৈ আছিল। ১৩৪-৩৬

( মৰিশালিখনৰ ভিতৰলৈ সোমাই ) অশোকদত্তই চিঞৰি সুধিলে—"ইয়াত কোনে ৰাজাক পানী খুজিছিল ?"

৫. কোনো কোনো তান্ত্ৰিকে নিতৌ সন্ধিয়া শিয়ালক খাবলৈ বন্ধা বস্তু দিয়ে, তাকে শিৱা বলি বোলা হয়।

"ময়েই খুজিছিলোঁ" বুলি কোৱা কথা এষাৰ কোনোবা ফালৰপৰা অহা তেওঁ শুনিলে। ১৩৭

মাত শুনা অনুসাৰে সেইফালে গৈ তেওঁ এখন চিতাৰ কাষ পালেগৈ আৰু এজন মানুহক তাত শূলত দি থোৱা দেখিলে। ১৩৮

শূলবিদ্ধ পুৰুষজনৰ কাষত মাটিত বহুমূলীয়া অলঙ্কাৰ পৰিধান কৰা আগেয়ে কেতিয়াও নেদেখা এগৰাকী অপূৰ্ব সুন্দৰী ৰমণী অশোকদত্তই দেখিবলৈ পালে। কৃষ্ণপক্ষৰ ক্ষীণ চন্দ্ৰ অস্ত যোৱাত চন্দ্ৰৰ ৰশ্মিত ৰমণীয় হৈ ৰজনী-ৰূপিনী ৰমণী হে যেন চিতাগ্নিত সহমৃতা হবলৈ আহিছে—ৰমণীক যেন এনে দেখা গ'ল। ১৩৯-৪০

"আই! আপুনি কোন? আপুনি ইয়াত বহি কিয় কান্দি আছে?" অশোকদত্তই সুধিলে। ৰমণীয়ে উত্তৰত ক'লে। ১৪১

"মই কুলক্ষণী, শূলত দিয়া এই পুৰুষৰ ভাৰ্য্যা। স্বামীৰ সহমৃতা হম বুলি স্থিৰ কৰি চিতাৰ জুইত জাঁপ দিবলৈ এওঁৰ প্ৰাণ ওলোৱালৈ অপেক্ষা কৰি আছো। আজি তিনিদিন হ'ল, তথাপি এওঁৰ প্ৰাণ যোৱা নাই। এওঁ প্ৰতি মুহূৰ্ত্তে পানী খুজি আছে, আৰু মই এয়া পানী আনিও থৈছো। কিন্তু বন্ধু! শূলত চবোৱা এওঁৰ মুখখন বহুত ওপৰত আছে, পানী খুৱাবলৈ মই ঢুকি নেপাওঁ।" ১৪২-৪৪

ৰমণীৰ কথাৰ উত্তৰত বীৰ অশোকদত্তই ক'লে—"ৰজাই এয়া মোৰ হাতত এওঁলৈ পানী পঠিয়াইছে। সেইদেখি মই পিঠি পাতি দিছোঁ, আপুনি মোৰ পিঠিত ভৰি দি ঠিয় হৈ এওঁৰ মুখত পানী দিয়ক। আপদ কালত পৰ পুৰুষক স্পৰ্শ কৰিলে স্ত্ৰীৰ দোষ নহয়।" ১৪৫-৪৬

এই কথা শুনি 'বাৰু' বুলি ৰমণীয়ে শলাগিলে আৰু হাতত পানীৰ লোটাটো লৈ শূলৰ কাষত মূৰ চাপৰাই পিঠি পাতি দিয়া অশোকদত্তৰ পিঠিত ভৰি দুখন দি উঠিল। ১৪৭

খন্তেক পিছতে তেওঁৰ পিঠিত আৰু মাটিত তেজৰ টোপাল পৰা দেখি কিনো হৈছে বুলি অশোকদত্তই ওপৰলৈ মূৰ দাঙি চালে। তেওঁ দেখি আচৰিত হ'ল যে সেই ৰমণীয়ে এখন ছুৰি কটাৰীৰে কাটি শূলবিদ্ধ পুৰুষৰ মঙহ খাব লাগিছে। ১৪৮-৪৯

তাকে দেখি অশোকদত্তই ৰমণীক বিকাৰগ্ৰস্তা বুলি ভাবি খঙত গৰ্জি উঠিল। তেওঁ ৰমণীৰ নূপুৰ-মণ্ডিত ভৰি এটাত ধৰি টানি তেওঁক মাটিলৈ থেকেচা মাৰি পেলালে। ১৫০

সেই ৰমণীয়েও সেই মুহূৰ্তে ভৰিটো টানি এচাৰি নিজৰ মায়াৰ বলেৰে আকাশলৈ উৰা মাৰি ক'ৰবাত অদৃশ্য হৈ পৰিল। ইফালে ভৰিত ধৰি টানোতে ৰমণীৰ ভৰিৰপৰা নুপুৰটো এপাত নুপুৰ অশোকদত্তৰ হাততে থাকি গ'ল।

॥ ১৫১-৫২ ॥

প্ৰথমতে কোমল, মধ্যত নিম্নগামী ( তললৈ পেলোৱা ) আৰু শেষত ভয়ংকৰ ৰূপ ধৰা দুৰ্জনৰ সঙ্গতিৰ তুল্য, প্ৰথমে পিছল, মাজত নিম্নগামী আৰু অন্তত ভয়ানক স্ত্ৰী অশোকদত্তৰ হাতৰপৰা সাৰি এৰাই গ'ল। ১৫৩

উক্ত ৰমণী অদৃশ্য হোৱাৰ বিষয়ে চিন্তা কৰি আৰু নিজৰ হাতত থাকি যোৱা দিব্য নুপুৰপাতলৈ চাই অশোকদত্তই একে সময়তে শোক আৰু হৰ্ষ সমানে অনুভৱ কৰিলে। ১৫৪

নুপুৰপাত লৈ অশোকদত্ত তাৰ পিছত শ্মশানৰপৰা ৰাতিয়েই ঘৰলৈ গ'ল। পিছদিনা পুৱা গা-পা ধুই তেওঁ ৰাজসভালৈ আহিল। ৰজাই "কালি ৰাতি সেই মানুহজনক পানী দিলে নে" বুলি সোধাত অশোকদত্তই সেই নুপুৰপাত ৰজাক অৰ্পণ কৰিলে। ১৫৫-৫৬

"এই নুপুৰপাত আকৌ ক'ত পালা" বুলি ৰজাই সোধাত তেওঁ আগদিনা ৰাতি ঘটা নিজৰ ভীষণ অভিজ্ঞতা আৰু অদ্ভুত ঘটনাৰ কথা ৰজাক ক'লে।

॥ ১৫৭ ॥

ৰজাই অশোকদত্তৰ অনন্যসাধাৰণ সাহস দেখি আৰু অন্যান্য গুণৰ বাবেও তেওঁৰ প্ৰতি পৰম সন্তুষ্ট হ'ল। নুপুৰপাত লৈ ৰজাই নি ৰাণীক দিলেগৈ আৰু আনন্দত নুপুৰ প্ৰাপ্তিৰ বৃত্তান্তও ক'লে। ১৫৮-৫৯

মণি-মুক্তা খচিত নুপুৰপাত দেখি ৰাণীয়ে তালৈ চাই সেইপাত দিব্য নুপুৰ বুলি বুজিলে। তেতিয়া ৰাণীয়ে পেটে পেটে অশোকদত্তৰ সাহ আৰু বীৰত্বৰ প্ৰশংসা কৰিবলৈ ধৰিলে। ১৬০

তেতিয়া ৰজাই ৰাণীক ক'লে,—"দেৱী! অশোকদত্ত বংশ, কুল, বিদ্যা, সত্যবাদিতা আৰু ৰূপত মহত্তকৈও মহীয়ান। যদি অশোকদত্ত আমাৰ মনস্বিনী কন্যা মদনলেখাৰ স্বামী হয়, তেনেহ'লে বৰ ভাল হ'ব বুলি মই ভাবো। ১৬১-৬২

'ক্ষণস্থায়ী চঞ্চলা লক্ষ্মীতকৈ এনে গুণসমূহ শ্ৰেষ্ঠ গতিকে অশোকদত্তলৈ মই মদনলেখাক বিয়া দিব খুজিছোঁ।" ১৬৩

ৰজাৰ কথাৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই ৰাণীয়ে ক'লে—"আপোনাৰ কথা যুক্তি-

সঙ্গত। যুৱক অশোকদত্ত আমাৰ কন্যাৰ সকলোপ্ৰকাৰে উপযুক্ত স্বামী হ'ব।" মদনলেখায়ো মধু উদ্যানত অশোকদত্তক দেখাৰেপৰা তেওঁৰ প্ৰতি আসক্ত হৈ পৰিছে। তেতিয়াৰেপৰা কন্যা উদাস হৈ পৰিছে; একো কথা তাইৰ কাণত নোসোমায় আৰু একোতে চকু নপৰে। ১৬৪-৬৫

মদনলেখাৰ সখীয়েকৰ মুখৰপৰা সকলো শুনি মই চিন্তা-মগ্ন হৈ শুবলৈ গ'লো। শেহ ৰাতি ছিলু-মিলুকৈ টোপনি অহাত এটা সপোন দেখিলোঁ। সপোনত এগৰাকী দিব্য ৰমণীয়ে মোক দেখা দি ক'লে—"আই! তোমাৰ কন্যা মদনলেখাক অশোকদত্তৰ বাহিৰে আন কালৈকো বিয়া নিদিবা। এওঁ অশোকদত্তৰ পূৰ্বজন্মৰ ভাৰ্য্যা।" ১৬৬-৬৭

স্বপ্নাদেশ পাই পিছদিনা পুৱা সাৰ পায়েই নিচেই পুৱাতে গৈ মই মদনলেখাক প্ৰবোধ দি আহিলোঁ; স্বপ্নৰ বৃত্তান্তত মোৰ বিশ্বাস জন্মিছে।
॥ ১৬৮ ॥

এতিয়া আৰ্য্যপুত্ৰয়ো সেই একে কথাকে কৈছে; গতিকে ঋতু জন্মা[৬] লতাই বৃক্ষত আশ্ৰয় লোৱাৰ দৰে মদনলেখাৰ অশোকদত্তৰ সৈতে মিলন হওক।" ১৬৯

প্ৰিয়তমা ভাৰ্য্যাই এইদৰে কোৱাত ৰজাই বৰ সন্তোষ পালে। ৰজাই ৰাজ্যত উৎসৱ পাতিলে আৰু অশোকদত্তক নিমন্ত্ৰণ কৰি আনি কন্যাদান কৰিলে। ১৭০

লক্ষ্মীৰে সৈতে বিনয়ৰ সংযোগত পৰস্পৰৰ শোভা বৃদ্ধি হোৱাৰ দৰে ৰাজকন্যাৰ ব্ৰাহ্মণ পুত্ৰৰ সৈতে মিলনে পৰস্পৰৰ শ্ৰীবৃদ্ধি কৰিলে। ১৭১

এসময়ত ৰাণীয়ে অশোকদত্তই অনা মণিমণ্ডিত নূপুৰপাত দেখুৱাই ৰজাক ক'লে—"আৰ্য্যপুত্ৰ! অকল এপাত নূপুৰ অকণো ভাল নেদেখি, সেইকাৰণে এইপাতৰ নিচিনা আৰু এপাত নূপুৰ গঢ়াই দিয়ক।"
॥ ১৭২-৭৩ ॥

ৰাণীৰ কথামতে ৰজাই সেইপাত নূপুৰৰ নিচিনা আৰু এপাত নূপুৰ গঢ়িবলৈ সোণাৰীক আদেশ দিলে। ১৭৪

নূপুৰপাত ভালকৈ চাই সোণাৰীহঁতে ক'লে,—"মহাৰাজ! এইপাত দিব্য নূপুৰ, ই মনুষ্যৰ শিল্প নহয়। ইয়াৰ নিচিনা দ্বিতীয় এপাত গঢ়িবৰ আমাৰ শক্তি নাই। এই নূপুৰপাতত খটোৱা মণি-মুকুতাৰ নিচিনা মণি-

৬. বছৰৰ বেলেগ বেলেগ ঋতুত গছা-লতা।

মৃতুকা পৃথিৱীত আৰু পাবলৈ নাই, গতিকে য'ত এই নূপুৰপাত পাইছিল, তাত লগৰপাত নূপুৰো বিচাৰক।" ১৭৫-৭৬

সোণাৰীহঁতৰ কথা শুনি ৰজা আৰু ৰাণী দুয়ো বৰ বিষণ্ণ হৈ পৰিল। তাকে দেখি তাত উপস্থিত থকা অশোকদত্তই "ময়েই আপোনাৰ বাবে এই নূপুৰপাতৰ লগৰ ইপাতো আনিম" বুলি ক'লে। অশোকদত্তই এইদৰে প্ৰতিজ্ঞা কৰাত তেওঁৰ এনে দুঃসাহসৰ পৰিণামৰ অমঙ্গল আশঙ্কা কৰি মৰমতে ৰজাই তেওঁক বাধা দিলে। কিন্তু দৃঢ়প্ৰতিজ্ঞ অশোকদত্তই ৰজাৰ বাধা-নিষেধ নামানি নূপুৰ বিচাৰি ওলাল। আগৰ নূপুৰপাত লৈ এদিন ৰাতি আকৌ তেওঁ শ্মশানলৈ গ'ল। ১৭৭-৭৯

কৃষ্ণপক্ষৰ চতুৰ্দশীৰ নিশা পূৰ্বে য'ত নূপুৰপাত পাইছিল, চিতাগ্নিৰে ধুৱঁলী-কুৱঁলী হৈ থকা সেই শ্মশানত অশোকদত্ত সোমাল। ১৮০

ৰছীৰে বান্ধি ডিঙিত মানুহ ওলোমাই লোৱা, গছৰ সমান ওখ ভয়ংকৰ ৰাক্ষসেৰে[৭] পৰিপূৰ্ণ শ্মশানত সোমাই অশোকদত্তই আগেয়ে দেখা সেই ৰমণীক তাত নেদেখিলে। তেতিয়া ৰমণীক দেখা পাবলৈ বুলি অশোকদত্তই ভাবি-চিন্তি মহামাংস (নৰমাংস)[৮] বিক্ৰী কৰাৰ উপায় স্থিৰ কৰিলে।

॥ ১৮১-৮২ ॥

তেতিয়া তেওঁ ৰছী কাটি গছত বান্ধি থোৱা মৰা-শ এটা কান্ধত লৈ শ্মশানত ঘূৰি ঘূৰি চিঞৰি এইবুলি ঘোষণা কৰিবলৈ ধৰিলে—"মই মহামাংস বিক্ৰী কৰিব খুজিছোঁ, কোনোবাই লবনে?" ১৮৩

"হে মহাপুৰুষ! মহামাংস লৈ তুমি মোৰ পিছে পিছে আহা" দূৰৈৰপৰা স্ত্ৰী-কণ্ঠৰ সমিধান আহিল। তাকে শুনি সেই কথামতে তেওঁৰ অনুসৰণ কৰি গৈ অশোকদত্তই দূৰৈত এজোপা গছৰ তলত বহু ৰমণী পৰিবৃতা, নানা ৰত্ন-অলংকাৰৰ জেউতিৰে জিলিকি আসনত উপবিষ্টা এক দিব্য ৰমণী দেখিবলৈ পালে। মৰুভূমিত পদুম ফুল ফুলি থকাৰ দৰে সেই ৰমণীক শ্মশানত দেখি তেওঁৰ অদ্ভুত যেন লাগিল। ১৮৪-৮৫

তিৰোতা গৰাকীয়ে আগবঢ়াই লৈ যোৱাত অশোকদত্তই গছৰ তলত

৭. ডিঙিত চিপজৰী লগাই আত্মহত্যা কৰা বহুত মানুহ গছ এজোপাত ওলমি থাকিলে যেনে দেখা হয় ৰাক্ষসবোৰো তেনেকুৱা।

৮. বেতাল আদিৰ সিদ্ধিৰ বাবে মঙহ দিয়া।

উপবিষ্ট দিব্য ৰমণীৰ ওচৰ পাই ক'লে—"মই মহামাংস বিক্ৰী কৰিছোঁ, লওক।" ১৮৭

দিব্য ৰমণীয়ে সুধিলে—"মহাপ্ৰাণ পুৰুষ! তুমি কি দামত নো মহামাংস বিক্ৰী কৰিছা?" ১৮৮

ৰমণীয়ে দাম সোধাত কান্ধত থকা মৰা-শটোলৈ আঙুলিয়াই আৰু নিজৰ হাতত থকা নূপুৰপাত দেখুৱাই তেওঁ ক'লে যে যি এইপাতৰ নিচিনা অন্য এপাত নূপুৰ মোক দিব, তেওঁকে মহামাংস দিম। যদি আপোনাৰ তেনে নূপুৰ আছে, তেনেহ'লে মহামাংস গ্ৰহণ কৰক।" ১৮৯-৯০

অশোকদত্তৰ কথা শুনি ৰমণীয়ে উত্তৰ দিলে—"ওঁ, মোৰ হাতত এনে এপাত নূপুৰ আছে, প্ৰকৃততে তোমাৰ হাতত থকাপাতো মোৰেই নূপুৰ, তুমি অপহৰণ কৰিছা। ১৯১

তুমি কিছুদিন পূৰ্বে শূলবিদ্ধ পুৰুষৰ কাষত যি ৰমণী দেখিছিলা ময়ে সেই ৰমণী; এতিয়া অন্যবেশত থকা বাবে তুমি মোক চিনি পোৱা নাই। ১৯২

এতিয়া মহামাংস বিক্ৰী কৰাৰ প্ৰয়োজন নাই। মই যি কওঁ সেই কথা যদি তুমি পালন কৰা, তেনেহ'লে তোমাৰ হাতত থকা নূপুৰ পাতেৰে সৈতে একে মোৰ ইপাত নূপুৰো তোমাক দিম।" ১৯৩

"আপুনি যি কৰিবলৈ কয় তাকে কৰিম" বুলি অশোকদত্তই তৎক্ষণাত ৰমণীৰ প্ৰস্তাৱত সন্মতি জনালে। ১৯৪

**অশোকদত্তৰ সৈতে বিদ্যুৎপ্ৰভাৰ বিবাহ:**

তেতিয়া উক্ত দিব্য ৰমণীয়ে নিজৰ মনোগত অভিপ্ৰায় প্ৰকাশ কৰি ক'বলৈ ধৰিলে।

"ভদ্ৰ! শুনা, হিমালয়ৰ শিখৰত ত্ৰিঘণ্টা নামৰ এখন নগৰ আছে। তাত লম্বজিহ্ব (দীঘল জিভীয়া) নামৰ বীৰ ৰাক্ষসাধিপতিয়ে বাস কৰিছিল। মই তেওঁৰে ভাৰ্য্যা; মোৰ নাম বিদ্যুৎশিখা। মই মায়াবিনী (ইচ্ছামতে নানা ৰূপ ধৰিব পাৰোঁ)। ১৯৫-৯৬

তেওঁৰ ঔৰসত মোৰ এটি কন্যা জন্ম হোৱাৰ পিছতে দুৰ্ভাগ্যক্ৰমে কপালস্ফোট নামে ৰাক্ষসৰ সৈতে যুদ্ধত তেওঁৰ মৃত্যু হ'ল। মোৰ স্বামীৰ মৃত্যুৰ পিছত কপালস্ফোট সন্তুষ্ট হৈ কৃপা কৰি মোৰ নিজৰ নগৰখন মোক

ঘূৰাই দিলে। তেতিয়াৰেপৰা কন্যাটিৰে সৈতে মই সুখে-সন্তোষে সেই নগৰত বাস কৰি আছোঁ। ১৯৭-৯৮

মোৰ ছোৱালী এতিয়া গাভৰু হৈছে। তাইলৈ এজন বীৰ পুৰুষ স্বামী কেনেকৈ পাওঁ এয়ে মোৰ মনত এতিয়া ঘাই চিন্তা। ১৯৯

তুমি যেতিয়া চতুৰ্দ্দশীৰ দিনা ৰাতি ৰজাৰে সৈতে এই বাটেদি গৈছিলা, তেতিয়া তোমাক দেখি সেইকাৰণে মই চিন্তা কৰিবলৈ ধৰিলোঁ—

'এই ভব্য যুৱক বীৰপুৰুষ মোৰ কন্যাৰ যোগ্য স্বামী হ'ব ; এওঁক কন্যাৰ স্বামী ৰূপে পাবলৈ মই কিয় কৌশলৰ আশ্ৰয় নলওঁ ?' ২০০-১

—ইয়াকে স্থিৰ কৰি শূলবিদ্ধ পুৰুষৰ মিছা আৰ্ত্তিৰে পানী খুজি তোমাক মই ছলনাৰে শ্মশানৰ মাজলৈ আনিলোঁ। ২০২

মায়াবিনী মই মায়াৰে দিব্য ৰূপ তোমাক দেখুৱাই আৰু মিছা কথা কৈ তোমাক কিছু সময়ৰ বাবে প্ৰলুব্ধ কৰি ৰাখিছিলোঁ। ২০৩

তোমাক আকৌ মোৰ ওচৰলৈ টানি আনিবলৈ জানি শুনিয়েই মোৰ এপাত নূপুৰ মই তোমাৰ হাতত এৰি থৈ আহিছিলোঁ, যাতে সেই নূপুৰে ৰছীৰে টানি অনাৰ দৰে দুনাই তোমাক মোৰ ওচৰলৈ আনে। ২০৪

আজি মই তোমাক আকৌ লগ পালোঁ, তুমি আমাৰ ঘৰলৈ আহি মোৰ কন্যাক বিয়া কৰোৱা। নূপুৰপাতো নিবা।" —নিশাচৰীয়ে এইদৰে কোৱাত অশোকদত্তই তেওঁৰ কথাত মান্তি হ'ল, আৰু তাৰ পিছত আকাশ মাৰ্গেৰে নিশাচৰীয়ে মায়াৰ প্ৰভাৱত তেওঁৰ নগৰলৈ গ'ল। ২০৫-৬

অশোকদত্তই হিমালয়ৰ শৃঙ্গত জিলিকি থকা সোণৰ নগৰ এখন দেখিলে, আকাশ ভ্ৰমণত সূৰ্য্য ক্লান্ত হৈয়ে যেন সেই নগৰত স্থিৰ হৈ থকাত সূৰ্য্যৰ প্ৰতিবিম্বত সমুজ্জ্বল হৈছে। ২০৭

অশোকদত্তই সেই নগৰত নিজৰ সাহসৰ মূৰ্ত্তিমতী সিদ্ধি স্বৰূপা ৰাক্ষস ৰাজৰ কন্যা বিদ্যুৎপ্ৰভাক ভাৰ্য্যা লাভ কৰিলে। শাহুৱেকৰ ঐশ্বৰ্য্যবিভূতি উপভোগ কৰি সেই নগৰত বিদ্যুৎপ্ৰভাৰে সৈতে অশোকদত্তই কিছু কাল বাস কৰিলে। ২০৮-৯

এদিনাখন অশোকদত্তই শাহুৱেকক ক'লে,—"আই ! মই এতিয়া বাৰাণসী নগৰলৈ যাব লাগে, সেইদেখি নূপুৰপাত মোক দিয়ক। বাৰাণসীৰ ৰজাৰ ৰাণীৰ হাতত থকা নূপুৰপাতৰ নিচিনা আৰু এপাত নূপুৰ আনি দিম বুলি মই ৰজাৰ আগত প্ৰতিজ্ঞা কৰি আহিছোঁ।" ২১০-১১

এইদৰে কোৱাত শাহুৰেকে নিজৰ ( ভৰিৰ পৰা ) দ্বিতীয়পাত নূপুৰ জোৰায়েকক দিলে আৰু লগতে এটা স্বৰ্ণকমলো উপহাৰ দিলে। ২১২

অশোকদত্তই নূপুৰ আৰু স্বৰ্ণকমল শাহুৰেকৰপৰা পাই আকৌ আহিম বুলি কৈ সেই নগৰৰপৰা বাৰাণসীলৈ বুলি প্ৰস্থান কৰিলে। শাহুৰেকে নিজেই নিজৰ মায়াৰ বলত আকাশ পথেদি আনি অশোকদত্তক পূৰ্বোক্ত শ্মশানত নমাই দিলেহি। ২১৩-১৪

শ্মশানত গছৰ তলত ঠিয় হৈ ৰাক্ষস ৰাণীয়ে তেওঁক ক'লে—"মই প্ৰত্যেক কৃষ্ণপক্ষৰ চতুৰ্দ্দশী ৰাতি ইয়ালৈ আহোঁ, গতিকে তুমি যেতিয়াই ৰাতি শ্মশানলৈ আহা তেতিয়া চতুৰ্দ্দশীৰ ৰাতি মোক এই বৰ গছজোপাৰ তলত পাবা।'

॥ ২১৫-১৬ ॥

উত্তৰত 'বাৰু' বুলি শলাগি অশোকদত্তই ৰাক্ষস ৰাণীৰপৰা বিদায় লৈ পিতাকৰ ঘৰলৈ আহিল। ২১৭

কনিষ্ঠ পুত্ৰৰ বিচ্ছেদত অশোকদত্তৰ মাক-বাপেক দুখত এনে কাতৰ হৈ আছিল, তাতে আকৌ অশোকদত্ত বহুতদিন ঘৰত নথকাত তেওঁলোক অতিশয় বিষণ্ণ হৈ পৰিছিল। এনে অৱস্থাত অশোকদত্ত হঠাতে আহি উপস্থিত হোৱাত তেওঁৰ পিতৃ-মাতৃ দুয়ো অতিশয় আনন্দিত হ'ল। আশাকদত্ত ঘূৰি অহাৰ বাৰ্তাৰ শুনি শহুৰেক ৰজাও আহি তাত উপস্থিত হ'ল। ২১৮-১৯

অশোকদত্তই শহুৰেক ৰজাক প্ৰণাম জনালে। শহুৰেকে তেওঁক তুলি লৈ বুকুত সাৱটি ধৰি আনন্দ লাভ কৰিলে। সুখ স্পৰ্শত ৰজাৰ গাৰ নোম শিঙৰি উঠিল ঃ যেন বীৰ অশোকদত্তক স্পৰ্শৰ ভয়তহে নোম ঠিয় হৈছে। ২২০

তেতিয়া আনন্দৰ মূৰ্ত প্ৰতীক যেন হোৱা অশোকদত্তক লগত লৈ ৰজা ৰাজ অন্তঃপুৰত সোমাল। ২২১

অশোকদত্তই তেতিয়া দুয়োপাত নূপুৰ লগলগাই এজোৰ কৰি ৰজাক দিলে ; নূপুৰজোৰ ঝনু-ঝনু শব্দ কৰি যেন অশোকদত্তৰ গুণ-গৰিমা বখানি তেওঁৰ স্তুতিহে কৰিছিল। ৰাক্ষস-ৰাজৰ কোষৰপৰা আহৰণ কৰা হাতৰ লীলা কমল স্বৰূপ স্বৰ্ণকমলো তেওঁ ৰজাৰ হাতত দিলে। ২২২-২৩

তেতিয়া ৰজা-ৰাণী দুয়ো অশোকদত্তক তেওঁৰ প্ৰৱাসৰ বৃত্তান্ত সুধিলে আৰু তেৰোঁ শ্ৰুতিমধুৰ সকলো কথা ভাঙি-পাতি ক'লে। ২২৪

"বিচিত্ৰ আচৰণেৰে চিত্ত চমৎকাৰজনক শুভ্ৰ যশস্যা কোনোৱে জানো অসীম সাহস প্ৰকাশ নকৰিলে ক'ৰবাত লাভ কৰিব পাৰে"—এইবুলি ৰজাই প্ৰশংসা-

সূচক উক্তি কৰিলে। ৰজাই জোৰাঁয়েকৰ দ্বাৰা কৃতকৃত্য হোৱা বুলি ভাবিলে আৰু নূপুৰজোৰ পাই ৰাণীও সন্তুষ্টা হ'ল। দুয়ো তেওঁক ধন্য ধন্য বুলি শলাগিলে। ২২৫-২৬

ৰাজভৱন আনন্দ-উৎসৱৰ নৃত্য-গীতত মুখৰিত হৈ উঠিল ; যেন সকলোৱে অশোকদত্তৰ গুণৰাজিহে তাত এইদৰে কীৰ্তন কৰিছে। ২২৭

এদিনাখন ৰজাই ৰাজ অন্তঃপুৰৰ দেৱ মন্দিৰত এটা ৰূপৰ কলহৰ ওপৰত স্বৰ্ণকমল সজাই থলে। শুভ্ৰ ৰূপৰ কলহ আৰু ৰঙচুৱা সোণৰ পদুম দুয়োটা একেলগ হৈ ৰজাৰ বিমল যশস্যা আৰু অশোকদত্তৰ প্ৰতাপ প্ৰতীক যেন হৈ বিৰাজ কৰিলে। ২২৮-২৯

ৰূপৰ কলহত স্থাপিত স্বৰ্ণকমলৰ অনুপম শোভা পৰম মহেশ্বৰ (পৰম শিৱভক্ত) ৰজাই বিস্ময় বিস্ফোৰিত নয়নেৰে চাই আনন্দাশ্ৰু বিসৰ্জন কৰি ক'বলৈ ধৰিলে—"ৰূপৰ কলহত স্বৰ্ণকমলে বিভূতি-বিভূষিত ৰজতগিৰি নিভ মহাদেৱৰ মূৰৰ পিঙ্গল বৰ্ণৰ জঁটা-জুঁটেৰে বিচিত্ৰ শোভা ধাৰণ কৰিছে।

॥ ২৩০-৩১ ॥

এনেকুৱা আৰু এপাহ সোণৰ পদুম পোৱা হ'লে মই ইটো কলহৰ ওপৰতো সজাই থলোহেঁতেন।" ২৩২

ৰজাই এইদৰে কোৱা শুনি অশোকদত্তই মাত লগালে—"মহাৰাজ! মই আপোনাৰ বাবে আৰু এপাহ সোণৰ পদুম আনিম।" ২৩৩

অশোকদত্তক বাধা দি ৰজাই ক'লে—"মোক আৰু স্বৰ্ণকমল নালাগে, তুমি দুঃসাহস কৰি এনে কাম কৰিবলৈ দুনাই আগবাঢ়িব নালাগে।" ২৩৪

অশোকদত্তই সোণৰ পদুম আনিবলৈ যাম বুলি ভাবি থাকোঁতে দিন পাৰ হৈ যাবলৈ ধৰিলে আৰু কৃষ্ণ চতুৰ্দ্দশী আকৌ আহিল। ২৩৫

সেইনিশা অশোকদত্তই সোণৰ পদুম আহৰণ কৰাৰ দৃঢ় সংকল্পৰ কথা জানিয়েই যে আকাশ সৰোবৰৰ স্বৰ্ণ পদ্ম সূৰ্য্যদেৱ অস্ত শিখৰত ভয়ত লুকাল। সূৰ্য্য অস্ত যোৱাৰ মুহূৰ্ততে সন্ধ্যাকালৰ এন্ধাৰৰ সৈতে ৰঙা মেঘে আকাশখন ঢাকি পেলালে, দূৰ-দূৰণিৰ দীপমালাৰ পোহৰে তিৰ্‌-বিৰাবলৈ ধৰিলে—ঠিক যেন ধোঁৱা বৰণীয়া ৰাক্ষসবোৰহে ইফালে-সিফালে ঘূৰি গোটেইখন ক'লা কৰি পেলাইছে আৰু ৰঙা মেঘৰ নিচিনা ৰঙা মঙহ চোবাওঁতে সিহঁতৰ বগা দাঁতবোৰ জিলিকি উঠাত পৰিৱেশ ভয়াবহ হৈ পৰিছে। ভয়ঙ্কৰ ৰাক্ষসীয়ে হামিয়াই মুখ মেলাৰ দৰে কৰাল নিশায়ো যেন মুখ মেলি আহিছে

—এনে সময়তে অশোকদত্তই নিদ্ৰামগ্ন ৰাজকুমাৰীক এৰি থৈ নিজৰ শয়নকক্ষৰ বাহিৰ ওলাই আকৌ আগৰ শ্মশানখনলৈ গ'ল। ২৩৬-৩৯

তালৈ গৈ অশোকদত্তই শ্মশানৰ বৰ গছজোপাৰ তলত বহি থকা শাহুৰেক ৰাক্ষসীক দেখিবলৈ পালে। শাহুৰেকেও অশোকদত্ত অহা দেখি তেওঁক আদৰ-সম্ভাষণ জনালে। ২৪০

যুৱক অশোকদত্ত শাহুৰেকৰে সৈতে হিমালয়ৰ শৃঙ্গত থকা ঘৰলৈ গ'ল। তেওঁৰ ভাৰ্য্যাই তেওঁলৈ বাট চাই আছিল। অশোকদত্তই কিছুসময় ভাৰ্য্যাৰে সৈতে কটাই শাহুৰেকক ক'লে—"আই! মোক আৰু স্বৰ্ণকমল দিয়ক।"

॥ ২৪১-৪২ ॥

অশোকদত্তই স্বৰ্ণকমল খোজাত শাহুৰেকে ক'লে—"মোৰ হাতত আৰু এটা এনে স্বৰ্ণকমল আছে। আমাৰ ৰজা কপালস্ফোটৰ এখন সৰোবৰ আছে, সেই সৰোবৰত এনেকুৱা স্বৰ্ণকমল চাৰিওফালে হয়। তাৰে এটা ৰজাই এসময়ত মৰমতে মোৰ স্বামীক দিছিল।" ২৪৩-৪৪

এই কথা শুনা মাত্ৰকে অশোকদত্তই ক'লে,—"তেনেহ'লে মোক তৎক্ষণাত সেই সৰোবৰলৈ লৈ বলক; মই নিজেই তাৰপৰা স্বৰ্ণকমল আনিম।" "নহয়, তুমি স্বৰ্ণকমল আনিব নোৱাৰা; ভয়ংকৰ ৰাক্ষসে সেই সৰোবৰ ৰাখি আছে।" শাহুৰেকে এই দৰে বাধা দি নিষেধ কৰা সত্ত্বেও অশোকদত্ত নিজৰ সংকল্পৰ পৰা লৰচৰ নহ'ল। তেতিয়া শাহুৰেকে নিওঁ-নিনিওঁ কৰি কোনোমতে অশোকদত্তক সেই সৰোবৰৰ ওচৰলৈ নিলে। হিমালয়ৰ শিখৰত সৈন্য-সামন্তই ৰক্ষা কৰি থকা দিব্য সৰোবৰখন তেওঁ দূৰৰ পৰা দেখিলে। ২৪৫-৪৭

সূৰ্য্যৰ কিৰণত বিকশিত সোণালী পদুমবোৰে মুৰ দাঙি নিৰন্তৰ যেন সূৰ্য্যৰ ৰশ্মিহে পান কৰি আছে; সূৰ্য্যৰ ৰশ্মিৰ দৰে উজ্জ্বল সোণালী পদুমে সৰোবৰখন ঢাকি থৈছে। ২৪৮

সৰোবৰলৈ গৈ অশোকদত্তই সোণালী পদুম ছিঙিবলৈহে পালে, সৰোবৰ ৰখীয়া ভীষণ ৰাক্ষসবোৰে আহি তেওঁক আগচি ধৰিলে। হাতত অস্ত্ৰ লৈ অশোকদত্তই বহুত ৰাক্ষস বধ কৰিলে, আন কিছুমানে পলায় গৈ ৰজা কপাল-স্ফোটৰ আগত পদুম অপহৰণৰ কথা জনালে। ২৪৯-৫০

ৰখীয়াহঁতৰ কথা শুনি ৰাক্ষসাধিপতি কপালস্ফোট খঙত জ্বলি উঠিল আৰু নিজেই সৰোবৰৰ পাৰলৈ আহি অশোকদত্তক সোণালী পদুম ছিঙা দেখিলে। ২৫১

দেখা মাত্ৰকে কপালস্ফোটে অশোকদত্তক চিনি পালে আৰু "মোৰ ককাইদেউ অশোকদত্ত ইয়ালৈ নো কেনেকৈ আহিল" বুলি আচৰিত হৈ চিন্তা কৰিবলৈ ধৰিলে। ২৫২

কপালস্ফোটে হাতৰ অস্ত্ৰ দলিয়াই পেলালে; হৰ্ষত আপ্লুত হোৱাত তেওঁৰ চকুৰেদি দুধাৰ আনন্দাশ্ৰু ব'বলৈ ধৰিলে। লৰি গৈ কপালস্ফোটে অশোকদত্তৰ ভৰিত লুটি খাই পৰি ক'বলৈ ধৰিলে। ২৫৩

"মই বিজয়দত্ত, তোমাৰ ভায়েৰা। আমি দুয়ো শ্ৰেষ্ঠ ব্ৰাহ্মণ গোবিন্দস্বামীৰ পুত্ৰ। ইমান-দিন মই এনে এক নিশাচৰ হৈ আছোঁ; চিতাত খৰি দিয়া মানুহৰ কপাল (মূৰৰ খোলা) খোচ মাৰি ভঙা বাবে কপালস্ফোট নাম পাইছোঁ। তোমাক দেখা পাই পূৰ্বৰ ব্ৰাহ্মণ্য স্মৃতি মোৰ মনত দুনাই উদয় হৈছে। যি ৰাক্ষসত্বই ইমানদিন মোৰ বুদ্ধি-বিবেচনা সকলো আছন্ন কৰি ৰাখিছিল, সেই ৰাক্ষসত্ব তোমাৰ দৰ্শনত সম্প্ৰতি দূৰ হৈছে।" ২৫৪-৫৬

বিজয়দত্তই এইদৰে আত্ম-পৰিচয় দিয়াত অশোকদত্তই ভায়েকক বুকুত সাৱটি ললে। তেওঁৰ দুচকুৰেদি চকুলো বৈ যেন বিজয়দত্তৰ গাৰ পৰা ৰাক্ষসত্বৰ কালিমাহে ধুই নিকা কৰি দিলে। এনে সময়তে প্ৰজ্ঞপ্তি কৌশিক নামৰ বিদ্যাধৰৰ গুৰুৱে আকাশৰ পৰা নামি আহি তাত উপস্থিত হৈ দুই ভাই-ককাইক ক'লে—"তোমালোক সকলোটি বিদ্যাধৰ। শাপগ্ৰস্ত হৈ তোমালোকৰ এনেকুৱা দশা হৈছে। ২৫৭-৫৯

এতিয়া তোমালোকৰ ওপৰত থকা শাওপাতৰ ওৰ পৰিছে, গতিকে নিজৰ লুপ্ত বিদ্যা (অলৌকিক শক্তি) আকৌ গ্ৰহণ কৰা। এওঁলোক তোমালোকৰে নিচিনা একে বিদ্যাধৰ। দুয়ো এতিয়া নিজৰ স্থানলৈ গৈ আত্মীয়-স্বজনৰে সৈতে একেলগে বাস কৰা।"—ইয়াকে কৈ গুৰুৱে দুয়োকো বিদ্যা দান কৰিলে আৰু নিমিষতে আকাশলৈ উৰা মাৰিলে। ২৬০-৬১

তেতিয়া দুয়ো লুপ্ত স্মৃতি ঘূৰাই পালে আৰু দুয়ো বিদ্যাধৰত্ব লাভ কৰিলে। তাৰ পিছত সোণালী পদুম লৈ বিদ্যাৰ বলত দুয়ো আকাশ মাৰ্গেদি হিমালয় শিখৰত থকা নিজৰ ঠাইলৈ আহিল। ২৬২

তাত উপস্থিত হৈ অশোকদত্ত ৰাক্ষসাধিপতিৰ কন্যা তেওঁৰ প্ৰিয়তমা পত্নীৰ ওচৰলৈ গ'ল। শাপান্ত হোৱাত কন্যাও তেতিয়া বিদ্যাধৰী হৈ পৰিল। ২৬৩

তাৰ পিছত কন্যাক লগত লৈ দুয়ো ককায়েক-ভায়েক তেতিয়া আকাশ মাৰ্গেদি ক্ষন্তেকতে বাৰাণসী নগৰীত উপস্থিত হ'লহি। ২৬৪

পুত্ৰ বিচ্ছেদৰ শোকত সন্তপ্ত হৈ থকা পিতৃ-মাতৃ দুয়োৰে পক্ষে তেওঁলোকৰ দৰ্শন অমৃতময় হৈছিল ; দুয়ো পিতৃ-মাতৃক পৰম আনন্দ দিলে। ২৬৫

তেওঁলোক দুয়ো এই শৰীৰতে জন্মান্তৰৰ বিচিত্ৰ স্মৃতি অনুভৱ কৰিলে। তেওঁলোকৰ পুনৰাগমনত কেৱল তেওঁলোকৰ পিতৃ-মাতৃয়েই নহয়, সকলো লোকে আনন্দ লাভ কৰিলে। ২৬৬

বহুত দিনৰ পিছত বিজয়দত্তক পাই পিতাকে দুয়ো হাতেৰে সাৱটি আলিঙ্গন কৰিলে; পিতাকৰ বাহু বন্ধনত সোমাই বিজয়দত্তই যেন পিতাকৰ সকলো মনোৰথ পূৰ্ণ কৰিলে। ২৬৭

অশোকদত্তৰ শহুৰেক বাৰাণসীৰ ৰজা প্ৰতাপমুকুট বাতৰি পাই আনন্দত আহি তাত উপস্থিত হ'ল। বাৰাণসীত ৰাজ্য জুৰি হোৱা আমোদ-উৎসৱৰ মাজত শহুৰেকৰ দ্বাৰা সন্মানিত হৈ আত্মীয়-স্বজনৰ সৈতে ৰাজ অন্তঃপুৰলৈ গ'ল। তেওঁৰ ভাৰ্য্যাই তেওঁলৈ উৎকণ্ঠাৰে প্ৰতীক্ষা কৰি আছিল। ২৬৮-৬৯

অশোকদত্তই ৰজাক বহুত স্বৰ্ণকমল উপহাৰ দিলে। বিচৰাতকৈ বেছি স্বৰ্ণকমল পাই ৰজা পৰম সন্তুষ্ট হ'ল। ২৭০

এসময়ত সকলো আত্মীয়-স্বজনৰ উপস্থিতিত গোবিন্দস্বামীয়ে পুতেক বিজয়দত্তক আচৰিত আৰু কৌতুহলী হৈ সুধিলে। ২৭১

"বোপাই! সেইদিনা নিশা শ্মশানত তুমি ৰাক্ষসত পৰিণত হোৱাৰ পিছত তোমাৰ কি কি হ'ল—সকলোখিনি বহলাই কোৱাচোন।" ২৭২

পিতাকে ক'বলৈ কোৱাত বিজয়দত্তই নিজৰ বৃত্তান্ত ক'বলৈ ধৰিলে— "পিতাদেউ, সেইদিনা নিশা বালক সুলভ চপলতাৰ বাবে মই চিতাত পুৰি থকা নৰ কপাল ( মানুহৰ মূৰৰ খোলা ) খোচ মাৰি ভাঙিছিলোঁ। বিধিৰ বিপাকত নৰকপালৰ পৰা চিটিকি থকা চৰ্বি আহি মোৰ মুখত সোমাল আৰু লগে লগে মায়াত মই মুগ্ধ হৈ ৰাক্ষসত পৰিণত হলোঁ। এইখিনি আপুনি নিজ চকুৰে দেখিছে। ২৭৩-৭৪

তেতিয়া ৰাক্ষসবিলাকে মোৰ কপালস্ফোট নাম দি তেওঁলোকৰ মাজলৈ আহ্বান কৰিলে আৰু ময়ো ৰাক্ষসবিলাকৰ সৈতে মিলি গ'লো। ৰাক্ষসবিলাকে মোক তেওঁলোকৰ ৰজাৰ ওচৰলৈ নিলে। ৰজাই মোৰ আকৃতি-প্ৰকৃতি দেখি সন্তুষ্ট হৈ মোক ৰাক্ষস সেনাৰ সেনাপতি পাতিলে। ২৭৫-৭৬

এসময়ত বলদৰ্পিত ৰাক্ষসৰাজ গন্ধৰ্বৰ সৈতে যুদ্ধত প্ৰবৃত্ত হ'ল আৰু যুদ্ধত গন্ধৰ্বৰ হাতত নিহত হ'ল। সংগ্ৰামত ৰাক্ষসাধিপতি নিহত হোৱাৰ

পিছৰে পৰা তেওঁৰ অনুচৰবৰ্গই মোৰ আদেশ মানি আহিছে ; মই ৰাক্ষস-ৰজাৰ নগৰত বাস কৰি ৰাজ্য শাসন কৰিবলৈ ধৰিলোঁ। ২৭৭-৭৮

ৰাজ্য শাসন কৰি থাকোতে এসময়ত স্বৰ্ণকমল আনিবলৈ বুলি মাননীয় ককাইদেউ অশোকদত্ত সেই ৰাজ্যত ওলাল গৈ ; তেওঁৰ দৰ্শন পোৱাত মোৰ ৰাক্ষসত্ব দূৰ হৈছে। ইয়াৰ পিছত শাপৰ অন্ত পৰাত আমি কেনেকৈ নিজৰ বিদ্যা ( মায়া ) লাভ কৰিছোঁ সেই সকলোখিনি ককাইদেৱে ক'ব।" ২৭৯-৮০

বিজয়দত্তই এইখিনিলৈকে কৈ নীৰৱ হোৱাত অশোকদত্তই আগৰপৰা গুৰিলৈ সকলো ঘটনাৰ বিৱৰণ দিলে। ২৮১

"আমি দুয়ো ককাই-ভাই পূৰ্বে বিদ্যাধৰ আছিলোঁ। এসময়ত আমি দুয়ো গালৱ মুনিৰ আশ্ৰমত মণি কন্যাই গঙ্গা স্নান কৰি থকা দেখি কাম ভাৱেৰে নিৰীক্ষণ কৰিছিলোঁ। মুনিকন্যাৰ অন্তৰত আমাক দেখি কামনাৰ জোৱাৰ উঠিছিল। তেতিয়া আমি মুনিকন্যাৰে সৈতে নিৰ্জন ঠাইলৈ যাব খুজিছিলোঁ। মুনিকন্যাৰ বন্ধুবৰ্গই দিব্য দৃষ্টিৰে আমাৰ অসৎ অভিপ্ৰায় বুজিব পাৰি আমাক এইবুলি অভিশাপ দিলে। ২৮২-৮৩

"হেৰ পাপিষ্ঠহঁত! তহঁত দুয়োটাই পৃথিৱীত মানুহ হৈ জন্ম লবি। মৰ্ত্যলোকতো তহঁতৰ পৰস্পৰ বিচ্ছেদৰ বিচিত্ৰ ঘটনা ঘটিব। মনুষ্য অগম্য দূৰ দেশত যেতিয়া এটাই ইটোক লগ পাবি, তেতিয়া তহঁতে পূৰ্বস্মৃতি দুনাই লাভ কৰিবি। ২৮৪-৮৫

তেতিয়া বিদ্যাধৰ গুৰুৰপৰা বিদ্যা লাভ কৰি তহঁত দুয়ো আকৌ বিদ্যাধৰ হৈ নিজৰ জ্ঞাতি-কুটুম্বৰ লগ পাবি।" ২৮৬

ঋষিৰ শাপত আমি দুয়ো বিদ্যাধৰে ইয়াত মনুষ্য জন্মগ্ৰহণ কৰিছোঁ। আমাৰ কেনেকৈ কেতিয়া বিচ্ছেদ ঘটিছিল, সেই সকলো কথা আপোনালোকৰ সুবিদিত। ২৮৭

স্বৰ্ণকমলৰ অন্বেষণত শাহু আইৰ মায়াৰ বলত মই ৰাক্ষস পুৰীলৈ গৈ কনিষ্ঠ বিজয়দত্তক তাত লগ পাইছোঁ। সেই নগৰতে বিদ্যাধৰ গুৰু প্ৰজ্ঞপ্তি কৌশিকৰ পৰা বিদ্যা লাভ কৰি লব্ধবিদ্যাৰ প্ৰভাৱত নিমিষতে তাৰপৰা এইখিনি পাইছোঁহি। ২৮৮-৮৯

অশোকদত্তই ইমানতে বিৱৰণ শেষ কৰিলে। ঋষিৰ শাপৰূপ অন্ধকাৰ আঁতৰ হোৱাত অশোকদত্ত অতিশয় আনন্দিত হ'ল। তেওঁ পিতৃ-মাতৃ আৰু

প্ৰিয়তমা ভাৰ্য্যা ৰাজকন্যাক নিজে লাভ কৰা বিচিত্ৰ বিদ্যা দান কৰি তেওঁলোক সকলোটিকে বিচিত্ৰ চৰিত্ৰৰ বিদ্যাধৰত পৰিণত কৰিলে। ২৯০

তাৰ পিছত অশোকদত্তই ৰজা প্ৰতাপমুকুটৰ পৰা বিদায় ললে। বিদ্যাধৰত্ব লাভ কৰি ধন্য হোৱা অশোকদত্ত পিতৃ-মাতৃ, দুগৰাকী ভাৰ্য্যা আৰু ভায়েকক লগত লৈ আকাশলৈ উৰি গ'ল আৰু নভোমাৰ্গেদি বিদ্যাধৰৰ ৰাজ্যত উপস্থিত হ'ল গৈ। আৰু বিদ্যাধৰসকলৰ চক্ৰৱৰ্ত্তী ৰজা হ'ল। তাত অশোকদত্তই পুৰ্বোক্ত বিদ্যাধৰ গুৰুৰ আজ্ঞামতে অশোকবেগ নাম ললে আৰু ভায়েকৰ নাম দিলে বিজয়বেগ। ২৯২

তেতিয়া দুই সুন্দৰ বিদ্যাধৰ তৰুণ ( অশোকবেগ আৰু বিজয়বেগ ) বন্ধু-বান্ধৱৰ সৈতে লগ লাগি গোবিন্দকূট নামে নিজৰ নিবাস স্থানলৈ গ'ল। ২৯৩

এই সকলো ঘটনাৰ সংঘটন দেখি বাৰাণসীৰাজ প্ৰতাপমুকুট অতিশয় আচৰিত হ'ল। তেওঁ দেৱমন্দিৰৰ দ্বিতীয়টো ৰূপৰ কলহৰ ওপৰত অশোকদত্তই দিয়া এপাহ স্বৰ্ণকমল সজাই থলে আৰু আন এপাহ স্বৰ্ণকমলেৰে শিৱৰ পুজা কৰিলে। ৰজাই নিজৰ কন্যাক এনে পাত্ৰলৈ দান কৰি সম্বন্ধ পাতিব পৰাত নিজৰ বংশ ধন্য হোৱা বুলি ভাবিলে। ২৯৪

এইদৰে দিব্য পুৰুষে অভিশাপ আদিৰ কাৰণত পৃথিৱীৰ মানুহৰ মাজত জন্মগ্ৰহণ কৰি নিজৰ অনুৰূপ উৎসাহ আৰু কাৰ্য্যাৱলীৰ প্ৰভাৱত অসাধ্য সাধন কৰে। ২৯৫

"হে মহাপ্ৰাণ ! মই অনুমান কৰিছোঁ আপুনিও কোনো দেৱতাৰ অংশৰূপে অভীষ্ট সিদ্ধিৰ বাবে জন্মগ্ৰহণ কৰিছে। দুঃসাধ্য কাৰ্য্যসাধনৰ বাবে প্ৰবৃত্তি মহৎলোকৰ চৰিত্ৰৰ এক বৈশিষ্ট্য ; তেওঁৰ কাৰ্য্যকলাপত এনে বৈশিষ্ট্য প্ৰকাশ হয়। ২৯৬

তুমি লাভ কৰিব খোজা তোমাৰ প্ৰিয়তমা ৰাজকুমাৰী কনকৰেখাও নিশ্চয় কোনো দিব্যস্ত্ৰী ; নহলে সেই বালিকাৰ কনকপুৰী দেখা স্বামী লাভৰ বাসনা হয় জানো ?" ২৯৭

অকলশৰীয়াকৈ বিষ্ণুদত্তৰ মুখৰ পৰা এনেকুৱা সুৱদী সাধু শুনি শক্তিদেৱৰ মনত কনকপুৰী দেখাৰ আশা প্ৰৱল হ'ল, তেওঁ কোনোমতে ধৈৰ্য্য ধৰি ৰাতিটো কটালে। ২৯৮

ইতি শ্ৰীমহাকবি সোমদেৱ ভট্ট বিৰচিত কথাসৰিৎ-সাগৰৰ

পঞ্চম লম্বকৰ দ্বিতীয় তৰঙ্গ ;

শ্লোক ২৯৮

পঞ্চম লম্বক

# তৃতীয় তৰঙ্গ (২৬)

## ২৯. কনকপুৰীৰ কথা : পূৰ্বানুবৃত্ত :

শক্তিদেৱ উৎস্থল দ্বীপৰ মঠত থাকোতে পিছদিনা পুনৰা তালৈ দাসৰাজ সত্যব্ৰত আহিল আৰু পূৰ্ব প্ৰতিশ্ৰুতি অনুসাৰে তেওঁক ক'লে—"ব্ৰাহ্মণ যুৱক ! তোমাৰ অভীষ্ট সিদ্ধিৰ উপায় মই চিন্তা কৰিছোঁ। ১-২

সমুদ্ৰৰ মাজত বস্তুকূট নামৰ এটা দ্বীপ আছে। তাত সমুদ্ৰ-প্ৰতিষ্ঠিত ভগৱান বিষ্ণুৰ বিগ্ৰহ আৰু মন্দিৰ আছে। আহাৰ মাহৰ শুক্ল পক্ষৰ দ্বাদশী তিথিত তাত দেৱযাত্ৰা ( দেৱতাৰ পূজা উপলক্ষে মেলা ) হয়। সেই সময়ত বিষ্ণু পূজাৰ বাবে সেই দ্বীপলৈ নানা দেশৰ হেজাৰ-বিজাৰ লোক আহে। তাত কোনো যাত্ৰীৰপৰা কনকপুৰীৰ সম্ভেদ পোৱা সম্ভৱ হ'ব পাৰে। গতিকে আহা, আমি তালৈ যাওঁ। শুক্লা দ্বাদশী সমাগত প্ৰায়।" ৩-৫

সত্যব্ৰতে এইদৰে কোৱাত শক্তিদেৱে 'তথাস্তু' বুলি শলাগি যাবলৈ ওলাল আৰু বিষ্ণুদত্তই যতনাই দিয়া বাটৰ জা-জলপান বান্ধি-কুন্ধি ললে। সত্যব্ৰতৰ সৈতে দুয়ো গৈ সমুদ্ৰগামী নাৱত উঠিল আৰু অতি শীঘ্ৰে সমুদ্ৰ পথেদি যাত্ৰা কৰিলে। ৬-৭

অদ্ভূত প্ৰাণীৰে ভৰি থকা সাগৰেদি গৈ থাকোতে একোটা দ্বীপৰ সমান বিৰাটকায় সমুদ্ৰ-প্ৰাণী দেখি শক্তিদেৱে নাৱৰ গুৰিৰ ধৰি যোৱা সত্যব্ৰতক সুধিলে—"দূৰৈত পাখি থকা পৰ্বত সদৃশ সেয়া কি সাগৰৰপৰা ওপৰলৈ ওলাইছে ?" ৮-৯

তেওঁৰ প্ৰশ্নৰ উত্তৰত সত্যব্ৰতে ক'লে—"সেয়া হৈছে বটবৃক্ষৰূপী সমুদ্ৰ দেৱতা। বৃক্ষৰ তলত ভীষণ আৱৰ্তৰূপী বড় বা নল[1] আছে বুলি সকলোৱে কয়। সেই দেখি নাৱিকসকলে অতি সাৱধানে সেই ঠাইৰপৰা আঁতৰি

১. বড়বানল—পৌৰাণিক আখ্যানমতে ঔৰ্বমুনিৰ হৃদয়ৰপৰা জন্মা অগ্নিৰূপী পুত্ৰ ; পুত্ৰৰ ক্ষুধানিবৃত্তিৰ বাবে মুনিয়ে সাগৰৰ বড়বা অৰ্থাৎ এজনী মাইকী ঘোঁৰাৰ মুখত নিক্ষেপ কৰে। সাগৰৰ আগ্নেয়গিৰি।

দূৰেৰে যায়, তাত কেনেবাকৈ সোমালে কোনো আৰু তাৰপৰা আকৌ ওলাই আহিব নোৱাৰে।" ১০-১১

সত্যব্ৰতে এইদৰে কৈ থাকোতেই সমুদ্ৰৰ প্ৰবল সোঁতত পৰি নাওখন হঠাতে সেইফালে বেগাই যাবলৈ ধৰিলে। নাৱৰ গতি দেখি সত্যব্ৰতে দুনাই ক'লে— "ব্ৰাহ্মণ! আমাৰ নিশ্চিত মৃত্যুকাল উপস্থিত হৈছে। চোৱা, অকস্মাতে আমাৰ নাওখন প্ৰবল বেগেৰে সেইফালে গৈ আছে। মই এতিয়া ইমান চেষ্টা কৰিছোঁ, তথাপি নাওখনৰ গতি সলনি কৰিব পৰা নাই। ১২-১৪

আমি মৃত্যুৰ মুখত সোমোৱাদি সমুদ্ৰৰ এই ভয়ংকৰ আৱৰ্ত্তৰ মুখত সোমাইছো। আমাৰ পূৰ্বজন্মৰ বলবান কৰ্মফলেই সমুদ্ৰৰ প্ৰবল সোঁত হৈ আমাক আকৰ্ষণ কৰি আনি মৃত্যুৰ মুখত পেলাব খুজিছে। ১৫

এইদৰে মৰিবলগা হোৱাত মোৰ অকণো দুখ-বেজাৰ নাই, কিয়নো সংসাৰত কোনো চিৰজীৱী নহয়, মনত কেৱল এয়ে দুখ থাকি গ'ল যে ইমান যত্ন কৰাৰ পিছতো তোমাৰ অভীষ্ট সিদ্ধি নহ'ল। ১৬

মই নাওখন যেনে-তেনে ক্ষন্তেক ৰাখিবলৈ চেষ্টা কৰিম, তেতিয়া তুমি লৰা-লৰিকৈ বৰগছ জোপাৰ ডাল এটাত ধৰি ওলমি পৰিবা। তোমাৰ দৰে সুপুৰুষ যুৱকৰ কেনেবাকৈ প্ৰাণৰক্ষাৰ উপায় ওলাবও পাৰে। সমুদ্ৰৰ তৰঙ্গৰ গতি আৰু বিধিৰ বিধানৰ কোনে পাৰ পাব পাৰে?" ১৭-১৮

অসীম ধৈৰ্য্যশীল সত্যব্ৰতে এইদৰে কৈ থাকোতেই নাওখন সেই আচৰিত বটবৃক্ষৰ ওচৰ পালেহি আৰু শক্তিদেৱে নিৰ্ভয় চিত্তে নাৱৰপৰা জাঁপ মাৰি ওপৰলৈ উঠি সাগৰৰ বৰগছ জোপাৰ ডাঙৰ ডাল এটাত খামোচ মাৰি ধৰিলে। ১৯-২০

পৰোপকাৰৰ কাৰণে নাও আৰু প্ৰাণ আগবঢ়োৱা সত্যদেৱ বড়ৱা নলৰ পেটত নাৱৰে সৈতে সোমাল। ২১

শাখা-প্ৰশাখাৰে বহুত ঠাই জুৰি থকা বৰগছ জোপাৰ ডালত আশ্ৰয় লৈ নিৰাশ হৈ শক্তিদেৱে ভাবিবলৈ ধৰিলে,—'মই এতিয়ালৈকে কনকপুৰী ক'ত নেদেখিলোঁ, ইফালে বন্ধু দাসৰাজ সত্যদেৱকো হেৰুৱালোঁ। সকলোৰে মূৰৰ ওপৰত ভৰি দি নাচি ফুৰা অদৃষ্ট দেৱীৰ কাৰ্য্যত কোনে বাধা দিব পাৰে?' ॥ ২২-২৪ ॥

ব্ৰাহ্মণ যুৱকে গছৰ ডালত বহি উপস্থিত কাৰ্য্যৰ বিষয়ে চিন্তা-ভাৱনা কৰি থাকোতেই গধূলি হ'ল।

সন্ধিয়া পৰত হেজাৰ-বিজাৰ চৰাই বৰগছ জোপালৈ আহিল ; চৰাইৰ মাতত দশো-দিশ কোলাহলেৰে ভৰি পৰিল। ২৬

শক্তিদেৱে দেখিলে,—প্ৰকাণ্ড পাখিৰ কোবত সাগৰত ঢৌ তুলি কিছুমান বিৰাটকায় শগুণ গছজোপালৈ আহিছে ; সমুদ্ৰই যেন চিনাকি শগুণজাক অহা দেখি প্ৰীতিৰে সিহঁতক আদৰিবলৈ ওপৰলৈ উঠি ঢৌৰে আগবাঢ়ি আহিছে। ২৭

চৰাইবোৰে তেতিয়া মানুহৰ মাতেৰে নিজৰ ভিতৰত আলোচনা কৰিবলৈ ধৰিলে। গছজোপাৰ ডাল-পাতৰ আঁৰত লুকাই থাকি শক্তিদেৱে সিহঁতৰ সকলো কথা শুনিলে। ২৮

সেইদিনা যি যি ঠাইলৈ চৰিবলৈ গৈছিল চৰাইবিলাকে সেই সেই ঠাইৰ কথা বৰ্ণনা কৰিবলৈ ধৰিলে। কোনোৱে দ্বীপ-দ্বীপান্তৰৰ কথা ক'লে, কোনোৱে ক'লে পৰ্বত-পাহাৰৰ কথা আৰু কোনোৱে দূৰ-দূৰণিৰ দেশৰ বিষয়ে ক'লে। ২৯

সিহঁতৰ ভিতৰত এটা বুঢ়া চৰায়ে ক'লে—"মই আজি কনকপুৰীত চৰিবলৈ গৈছিলোঁ। কাইলৈ পুনৰা মই আকৌ তালৈ যাম। শ্ৰমসাধ্য দূৰ-দূৰণি ঠাইলৈ যোৱাৰ পৰা কি লাভ ?" ৩০-৩১

হঠাতে অমৃত বৰষা যেন চৰাইটোৰ কথা শুনি শক্তিদেৱৰ অন্তৰ শান্ত হৈ পৰিল ; তেওঁ চিন্তা কৰিবলৈ ধৰিলে। ৩২

ভাগ্যে ইমান দিনৰ মূৰত কনকপুৰীৰ প্ৰকৃত খবৰ পালোঁ ; এতিয়া তালৈ যাবলৈ এই বিৰাটকায় পক্ষীকে মোৰ বাহন কৰিব লাগিব। ৩৩

—ইয়াকে ভাবি শক্তিদেৱ হাতত সাৰে ভৰিত সাৰে বিয়াগোম পক্ষীৰ ওচৰলৈ আহিল আৰু ঢৌপনিত লাল-কাল হৈ থকা চৰাইটোৰ পাখিৰ ভিতৰত সোমাই লুকাই থাকিল। ৩৪

পিছদিনা পুৱা অন্যান্য চৰাইবোৰ চৰিবলৈ বুলি ইফালে-সিফালে গ'ল। সেই বিয়াগোম পক্ষীয়ে পক্ষপাতী ( অনুকূল ) বিধি যেন হৈ পাখিৰ মাজত লুকাই থকা শক্তিদেৱক পিঠিত লৈ চৰিবলৈ বুলি পাখি মেলি নিমিষতে কনকপুৰীলৈ উৰা মাৰিলে। ৩৫-৩৬

কনকপুৰীৰ এখন উদ্যানত গৈ বিয়াগোম পক্ষী পৰিল। তেতিয়া শক্তিদেৱে চৰাইটোৱে গম নোপোৱাকৈ মনে মনে তাৰ পিঠিৰপৰা নামি আহিল। ৩৭

বিয়াগোম পক্ষীৰ ওচৰৰপৰা আঁতৰি আহি শক্তিদেৱে উদ্যানত ইফালে-সিফালে ঘূৰি ফুৰোঁতে ফুল তুলি থকা দুগৰাকী দিব্য ৰমণী দেখিবলৈ পালে। শক্তিদেৱক তাত তেনেকৈ দেখি দুয়ো অতি আচৰিত হ'ল। শক্তিদেৱ তেওঁলোকৰ ওচৰলৈ গৈ সুধিলে—"এই ঠাইখনৰ নাম কি? তোমালোক দুয়োনো কোন?" ৩৮-৩৯

উত্তৰত ৰমণীদ্বয়ে ক'লে—

"শুনা বন্ধু, এইখন কনকপুৰী,—বিদ্যাধৰসকলৰ বাসস্থান। এই নগৰৰ ৰাণী বিদ্যাধৰী চন্দ্ৰপ্ৰভা। আমি দুয়ো তেওঁৰে উদ্যান-পালিকা (মালিনী)। এতিয়া আমি তেওঁলৈকে ফুল তুলিছোঁ।" ৪০-৪১

তেওঁলোকৰ কথা শুনি ব্ৰাহ্মণ যুৱকে ক'লে—"তেনেহ'লে তোমালোকে এনে ব্যৱস্থা কৰা, যাতে মই আমাৰ (তোমালোকৰ আৰু মোৰো) ৰাণীক দেখা পাওঁ।" ৪২

দুয়ো গৰাকী বিদ্যাধৰীয়ে তেওঁৰ অনুৰোধ ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দিলে আৰু শক্তিদেৱক নগৰৰ ভিতৰৰ ৰাজ অন্তঃপুৰলৈ নিলে। ৪৩

ৰাজভৱনৰ ভিতৰ সোমাই শক্তিদেৱে দেখিলে—ৰাজভৱন মণি-মাণিক-খচিত স্তম্ভেৰে সুশোভিত হৈ সোণেৰে বন্ধোৱা মজিয়াৰে চক্-মকাই আছে। ৪৪

শক্তিদেৱ তালৈ অহা দেখি চন্দ্ৰপ্ৰভাৰ অনুচৰবৰ্গই পৰম বিস্ময়েৰে তেওঁলৈ চাবলৈ ধৰিলে আৰু বিদ্যাধৰৰ নগৰলৈ মানুহ অহাৰ অদ্ভুত বাতৰি লৰালৰিকৈ চন্দ্ৰপ্ৰভাক দিলেগৈ। বাতৰি শুনি চন্দ্ৰপ্ৰভাই বিপ্ৰ শক্তিধৰক অবিলম্বে অভ্যন্তৰ কক্ষৰ তেওঁৰ ওচৰলৈ অনালে। ৪৬

কন্যান্তঃপুৰত প্ৰৱেশ কৰি শক্তিদেৱ বিধাতাৰ সুন্দৰী নাৰী সৃষ্টিৰ চৰম সীমা ৰূপিনী প্ৰিয়দৰ্শিনী চন্দ্ৰপ্ৰভাক দেখি অভিভূত হ'ল। চন্দ্ৰপ্ৰভাও শক্তিদেৱক দেখি অভিভূতা হৈ পৰিল আৰু ৰত্ন খচিত পালেঙৰ পৰা উঠি আহি নিজেই তেওঁক আদৰ-অভ্যৰ্থনা জনালে। ৪৭-৪৮

শক্তিদেৱ আসনত বহিলত চন্দ্ৰপ্ৰভাই তেওঁক সুধিলে—"কল্যাণময় যুৱক! মনুষ্যৰ অগম্য এই ঠাইলৈ তুমি কেনেকৈ আহিলা?" চন্দ্ৰপ্ৰভাই কৌতুহলী হৈ উৎকণ্ঠাৰে এইদৰে সোধাত শক্তিদেৱে নিজৰ নাম-ধাম, জন্ম-জাতি আৰু দেশৰ বিষয়ে কৈ তেওঁ যে ৰাজকন্যা কনকৰেখাক লাভ কৰিবলৈ প্ৰতিজ্ঞা কৰি কনকপুৰী বিচাৰি আহিছে—সেই সকলো কথা প্ৰকাশ কৰিলে। কনকৰেখা-সংক্ৰান্ত সকলো বৃত্তান্ত তেওঁ চন্দ্ৰপ্ৰভাক শুনালে। ৪৯-৫১

শান্তিদেৱৰ বৃত্তান্ত শুনি কন্যাই কিছুসময় মৌন হৈ চিন্তা কৰি দীঘলীয়া হুমুনিয়াহ চাৰিলে। তাৰ পিছত শক্তিধৰক নিৰ্জন ঠাইলৈ নি গোপনে ক'লে— "সুন্দৰ বন্ধু! মই তোমাক কিছু কথা কওঁ, শুনা। —এই ভূ-খণ্ডত শক্তিধৰ নামে এজন বিদ্যাধৰে পূৰ্বে ৰাজত্ব কৰিছিল। আমি চাৰিজনী বাই-ভনী তেওঁৰে কন্যা। তাৰ ভিতৰত আটাইতকৈ ডাঙৰ মই চন্দ্ৰপ্ৰভা, মোৰ পিছৰ জনীৰ নাম চন্দ্ৰৰেখা, তৃতীয় জনীৰ নাম শশিৰেখা আৰু একেবাৰে সৰুজনীৰ নাম শশিপ্ৰভা। আমি চাৰিওজনী একেলগে পিতৃ-গৃহত ডাঙৰ-দীঘল হ'বলৈ ধৰিলোঁ। ৫২-৫৫

এদিনাখন, মোৰ তিনিওজনী ভনী মন্দাকিনীত স্নান কৰিবলৈ গ'ল। কন্যাব্ৰত পালন কৰা বাবে মই যাব নোৱাৰিলোঁ। ৫৬

যৌৱন মদত মত্ত ভনীহঁতে জলক্ৰীড়াত নিমগ্ন হৈ পানীত নামি তপস্যা কৰি থকা উগ্ৰতপা নামে এজন মুনিৰ গালৈ পানী ছটিয়াবলৈ ধৰিলে। মুনিয়ে বাৰে বাৰে মানা কৰা সত্ত্বেও ভনীহঁতে তেওঁৰ গালৈ পানী ছটিয়াবলৈ নেৰিলে। তেতিয়া মুনি ক্ৰুদ্ধ হৈ "তহঁত তিনিওজনী মৰ্ত্যলোকত দুষ্ট ছোৱালী হৈ জন্ম লগৈ, যা" এইবুলি অভিশাপ দিলে। ৫৭-৫৮

জীয়েকহঁতৰ ওপৰত অভিশাপ বৰ্ষিত হোৱাৰ কথা জানি আমাৰ পিতৃদেৱে মুনিৰ ওচৰলৈ গৈ ক্ষমা মাগিলে। প্ৰসন্ন হৈ মুনিয়ে তিনি কন্যাৰ সুকীয়া সুকীয়া কৈ শাপান্তৰৰ বিধান দিলে। তেওঁলোক তিনিওজনী মৰ-লোকত দিব্যজ্ঞানেৰে জাতিস্মৰ হৈ থাকিব বুলিও প্ৰকাশ কৰিলে। ৫৯-৬০

তিনিওজনীয়ে বিদ্যাধৰ-তনু ত্যাগ কৰি মৰ্ত্যলোকত জন্মগ্ৰহণ কৰিবলৈ গ'ল। তেতিয়া পিতৃদেৱ অত্যন্ত বিষণ্ণ হৈ পৰিল আৰু ৰাজ্যভাৰ মোক গতাই বানপ্ৰস্থী হ'ল। ৬১

ইফালে মই ইয়াত ৰাজ্য-শাসন কৰি বাস কৰিবলৈ ধৰিলোঁ। এদিন ৰাতি দেৱী অম্বিকাই স্বপ্নত মোক দেখা দি স্বপ্নাদেশ কৰিলে—"কল্যাণি! এজন মনুষ্য যুৱক তোমাৰ স্বামী হ'ব।" সেই স্বপ্নাদেশৰ বাবেই পিতৃৰ আগ্ৰহ অগ্ৰাহ্য কৰি ভাল ভাল বিদ্যাধৰ যুৱকক প্ৰত্যাখ্যান কৰি আজিলৈকে মই কুমাৰী হৈ আছোঁ। ৬২-৬৩

এই সময়ত তোমাৰ ইয়ালৈ আকস্মিক আগমন হৈছে, তোমাৰ শাৰীৰিক সৌন্দৰ্য্যই মোক তোমাৰ প্ৰতি সম্পূৰ্ণ আকৃষ্ট কৰিছে। মই এতিয়া তোমাৰ হাতত নিজকে সমৰ্পণ কৰিছোঁ। সেইদেখি অহা চতুৰ্দশী তিথিত মই তোমাৰ কথা পিতৃদেৱক জনাবলৈ ঋষভ পৰ্বতলৈ যাম। ৬৪-৬৫

চতুর্দশী তিথিত মহাদেৱক পূজা কৰিবলৈ সকলো ঠাইৰ শ্ৰেষ্ঠ বিদ্যাধৰ-সকল আহি তাত একত্ৰ হয়। ৬৭

সেইদিনা পিতৃদেৱো তালৈ আহিব। পিতৃৰ অনুমতি লৈ মই অতি শীঘ্ৰে ইয়ালৈ উভতি আহিম। তেতিয়া তুমি মোক বিয়া কৰাবা। তেতিয়া-লৈকে অপেক্ষা কৰা।" —এইবুলি কৈ চন্দ্ৰপ্ৰভাই বিদ্যাধৰ-সুলভ ঐশ্বৰ্য্য সম্পদেৰে শক্তিদেৱৰ পৰিচৰ্য্যা কৰিলে। ৬৭-৬৮

বিদ্যাধৰ-নগৰত ভোগ-বিলাস উপভোগ কৰি বাস কৰা শক্তিদেৱে এনেকুৱা সুখ অনুভৱ কৰিলে যেন বনজুয়ে পোৰাৰ পিছত অমৃতৰ সৰোবৰতহে তেওঁ স্নান কৰিছে।

চতুৰ্দশী তিথি আহি পোৱাত চন্দ্ৰপ্ৰভাই শক্তিদেৱক ক'লে—"সৌম্য! মই আজি তোমাৰ বিষয়ে জনাবলৈ পিতৃদেৱৰ ওচৰলৈ যাম। মোৰ সকলো পৰিজনো মোৰ লগত যাব। তুমি দুদিন অকলে থাকিব লাগিব, আশাকৰোঁ দুদিন অকলশৰে থাকিবলৈ তোমাৰ একো কষ্ট নহয়। তুমি এই ভৱনত অকলে থাকোতে পিছে মাজৰ মহলালৈ কেতিয়াও নুঠিবা।" ৭০-৭২

চন্দ্ৰপ্ৰভাই এইদৰে কৈ যুৱক শক্তিদেৱকে মন-প্ৰাণ সমৰ্পণ কৰি তেওঁৰ হৃদয় যেন লগত লৈ তাৰপৰা (ঋষভ পৰ্বতলৈ) প্ৰস্থান কৰিলে। ৭৩

তেতিয়া অকলশৰীয়া হৈ শক্তিদেৱে বহুমূলীয়া সেই প্ৰাসাদৰ ইফালে-সিফালে ঘূৰি মনো-বিনোদন কৰিবলৈ ধৰিলে। ৭৪

'বিদ্যাধৰ-কন্যাইনো মোক কিয় ভৱনৰ মাজৰ তলাত উঠিবলৈ বাধা দিছে'—এইবুলি ভাবি শক্তিদেৱৰ সেই মহলালৈ যাবলৈ বৰ কৌতূহল জন্মিল। ৭৫

কৌতূহল চৰিতাৰ্থ কৰিবলৈ শক্তিদেৱ প্ৰাসাদৰ মধ্যম মহলালৈ উঠিল। কিয়নো নিষিদ্ধ বিষয়ৰ প্ৰতি মনৰ প্ৰবৃত্তিয়ে মানুহক আকৰ্ষণ কৰে। ৭৬

সেই মহলালৈ উঠি তেওঁ তাত তিনিটা গুপ্তবস্তুৰ মণ্ডপ দেখিবলৈ পালে। শক্তিদেৱে তাৰে মাজৰ মণ্ডপৰ দুৱাৰ মেলি ভিতৰ সোমাল। ভিতৰ সোমাই তেওঁ দেখিলে যে ৰত্ন-খচিত পালেঙত পাৰি থোৱা তুলিৰ ওপৰত কাপোৰেৰে সৰ্বাঙ্গ ঢাকি কোনোবা শুই আছে। ৭৭-৭৮

শুই থকা ব্যক্তিৰ গাৰপৰা কাপোৰখন গুচাই শক্তিদেৱে ৰজা পৰোপকাৰীৰ কন্যা কনকৰেখাক মৃত অৱস্থাত পৰি থকা দেখিলে। মৃত-কন্যা দেখি বিস্ময়ত অভিভূত হৈ শক্তিদেৱে চিন্তা কৰিবলৈ ধৰিলে—'ই অতি আচৰিত কথা!

মই যাৰ কাৰণে ইমানদিনে প্ৰৱাস খাটিছোঁ, তেওঁ ইয়াত মৰি পৰি আছে আৰু ইফালে সেই কন্যা বৰ্দ্ধমান নগৰত সোঁ-শৰীৰে জীয়াই থকা মই দেখিছোঁ। ৭৯-৮১

এওঁৰ মুখৰ বৰণ অকণো সলনি হোৱা নাই, মুখৰ কান্তি একেদৰে আছে। বিধতাই কিবা কাৰণে মোলৈ এয়া ইন্দ্ৰজাল পাতিছে যেন হে পাইছোঁ।' ৮২

এইদৰে-গুণি-গাঁঠি শক্তিদেৱ সেই মণ্ডপৰপৰা ওলাই গৈ ই-দুটা মণ্ডপতো সোমাল আৰু দুয়োটাতে একোজনীকৈ দুজনী যুৱতী মৰি থকা দেখিলে। ॥ ৮৩ ॥

বিস্ময়াভিভূত শক্তিদেৱ মণ্ডপৰ পৰা ওলাই সেই মহলাৰ এফালে বহিল। তললৈ চাই তলত প্ৰাসাদৰ কাষত এটা ধুনীয়া পুখুৰী তেওঁ দেখিলে। তেওঁ আৰু দেখিলে,—পুখুৰীটোৰ এটা পাৰত সোণৰ জীন কচি থোৱা এটা ঘোঁৰা। ঘোঁৰাটো দেখি কৌতুহলী হৈ শক্তিদেৱ তললৈ নামি ঘোঁৰাটোৰ ওচৰলৈ গ'ল। ৮৪-৮৫

ওচৰত কাকো নেদেখি শক্তিদেৱে ঘোঁৰাটোত উঠিবলৈ চেষ্টা কৰাত ঘোঁৰাই ঠেঙেৰে লাঠি মাৰি তেওঁক পুখুৰীৰ পানীত পেলালে। জলমগ্ন হৈ শক্তিদেৱ যেতিয়া কক্-বকাই তাৰপৰা উঠিল, তেতিয়া দেখিলে যে তেওঁ নিজৰ বৰ্দ্ধমান নগৰৰ উদ্যানৰ মাজৰ পুখুৰীটোৰ পানীৰ পৰাহে ওপৰলৈ উঠিছে। ৮৬-৮৭

নিজৰ জন্মভূমিৰ পুখুৰীৰ পানীত পৰি থাকোতে চন্দ্ৰপ্ৰভাক নেদেখি শক্তিদেৱৰ নিজকে চন্দ্ৰৰশ্মিৰ অবিহনে মোলান পৰা ভেঁটফুল যেন হে লাগিল। ॥ ৮৮ ॥

শক্তিদেৱে আচৰিত হৈ ভাবিবলৈ ধৰিলে,—'ক'ত বৰ্দ্ধমান নগৰ আৰু ক'ত বিদ্যাধৰৰ কনকপুৰী! ই কেনে আচৰিত কথা? ই মায়াজাল নেকি?'—শক্তিদেৱে একো স্থিৰ কৰিব নোৱাৰিলে—'হায়! হায়! কোনোবাই দুৰ্ভগীয়া মোক এইদৰে প্ৰৱঞ্চনা কৰিলে! ইয়াৰ পিছত বা ভাগ্যত কি আছে কোনে জানে?' ৮৯-৯০

এইদৰে ভাবি-চিন্তি শক্তিদেৱ পুখুৰীৰ পৰা উঠি নিজৰ ঘৰলৈ গ'ল। ৰজাৰ ঘোষকে ঢোল বজাই ঘোষণা কৰা শুনি যে তেওঁ কনকপুৰীলৈ গৈছিল সেই কথা প্ৰকাশ নকৰিলে, চালে-বেৰে জোৰা দিয়া মিছা কথাহে ক'লে। পিতাকে শক্তিদেৱ ঘূৰি অহাত আনন্দ লাভ কৰিলে। অন্যান্য আত্মীয়-স্বজনে কৰা আমোদ-উৎসৱ উপভোগ কৰি তেওঁ দিনটো ভাতে থাকিল। ৯১-৯২

পিছদিনা ঘৰৰপৰা বাহিৰ ওলাই গৈ শক্তিদেৱে ৰজাৰ ঘোষকে ঢোল বজাই কৰা সেই পুৰণি ঘোষণা আকৌ শুনিবলৈ পালে—"ব্ৰাহ্মণ নাইবা ক্ষত্ৰিয় যি সঁচাকৈ কনকপুৰী দেখিছে—তেওঁ আগবাঢ়ি আহি সেইকথা প্ৰকাশ কৰক; ৰজাই তেওঁলৈ কন্যাদান কৰি তেওঁক যুৱৰাজ পাতিব।" ৯৩-৯৪

ঘোষণা শুনা মাত্ৰকে "মই কনকপুৰী দেখিছোঁ" বুলি শক্তিদেৱে ঘোষকসকলৰ ওচৰলৈ গৈ দুনাই ক'লে। ৯৫

ঘোষকহঁতে লৰা-লৰিকৈ তেওঁক ৰাজাৰ ওচৰলৈ নিলে। ৰজাই শক্তিদেৱক চিনি পাই 'এই মিছলীয়াই আকৌ আগৰ দৰেই মিছা কথা কৈছে' বুলি ক'লে। ৯৬

"মই যদি সঁচাকৈয়ে কনকপুৰী দেখা নাই আৰু নেদেখাকৈয়ে দেখিছোঁ বুলি মিছা কথা কৈছোঁ, তেনেহ'লে মহাৰাজে মোক প্ৰাণদণ্ড দিব—এয়ে মোৰ প্ৰতিজ্ঞা। আজি ৰাজকুমাৰীয়ে মোক কনকপুৰীৰ বিষয়ে সুধি প্ৰমাণ চাওক।"—শক্তিদেৱে এইদৰে কোৱাত ৰজাই জীয়েকক লগুৱাৰ হতুৱাই তালৈ অনালে। ৯৭-৯৮

ৰাজকুমাৰীয়ে শক্তিদেৱক দেখিয়েই চিনি পাই ৰজাক ক'লে,—"দেউতা! এওঁ আকৌ আগৰবাৰ কোৱাৰ দৰেই মিছা কথা ক'বলৈ আহিছে।" ৯৯

তেতিয়া শক্তিদেৱে ক'লে—"ৰাজকুমাৰী! মই সঁচা কথা কওঁনে মিছাকে কওঁ, সম্প্ৰতি থাওক বাৰু। মই তোমাক কনকপুৰীৰ সোণৰ পালেঙত মৃত অৱস্থাত দেখি আহিছোঁ আৰু আকৌ তোমাক ইয়াত সোঁ-শৰীৰে জীৱন্ত দেখিছোঁ। ই আকৌ কি কথা? তুমি প্ৰথমে মোৰ এই কৌতূহল দূৰ কৰা।" ১০০-১

শক্তিদেৱে এইদৰে কোৱাত ৰাজকন্যা কনকৰেখাই শক্তিদেৱৰ কথা সঁচা বুলি তৎক্ষণাত বুজি পালে। কন্যাই পিতাকক ক'লে। ১০২

—"পিতৃদেৱ! এই বীৰপুৰুষে কনকপুৰী দেখাটো সঁচা; গতিকে মই কনকপুৰীলৈ যোৱাৰ পিছত এৱেঁই মোৰ স্বামী হ'ব। কনকপুৰীত মোৰ তিনিজনী বাই-ভনী আছে, তেওঁলোককো এওঁ বিয়া কৰাব আৰু সেই নগৰত বাস কৰি বিদ্যাধৰসকলৰ ৰজা হ'ব। মই আজি কনকপুৰীলৈ গৈ মোৰ পূৰ্ব শৰীৰত প্ৰৱেশ কৰিম। মই বিদ্যাধৰী মুনিৰ অভিশাপত এই মৰ্ত্যলোকত আপোনাৰ ঘৰত জন্ম লৈছো। ১০৩-৫

মোক অভিশাপ দিয়াৰ পিছত মুনিয়ে আৰু ক'লে—"যেতিয়া কোনো

মনুষ্য কনকপুৰীলৈ গৈ তোমাৰ মৃত শৰীৰ দেখি ঘূৰি আহি মানৱী জন্ম ধাৰণ কৰা তোমাৰ আগত তোমাৰ প্ৰকৃত ৰহস্য ( বিদ্যাধৰত্ব ) প্ৰকাশ কৰিব, তেতিয়া তোমাৰ শাপান্ত হ'ব আৰু ৰহস্য প্ৰকাশ কৰা সেই পুৰুষেই তোমাৰ স্বামী হ'ব। মই জাতিস্মৰ, মানৱী জন্মতো মোৰ পূৰ্বজ্ঞান অবিকল আছে। এতিয়া মই কাৰ্য্য সিদ্ধিৰ বাবে নিজৰ পূৰ্বৰ বিদ্যাধৰ নগৰলৈ যাওঁ।"

॥ ২০৬-৮ ॥

ইয়াকে কৈ কনকৰেখাই নৰ-তনু ত্যাগ কৰি থিতাতে অন্তৰ্ধ্যান হ'ল। লগে লগে ৰাজভৱনত কান্দোনৰ ৰোল উঠিল। ২০৯

শক্তিদেৱে ইমান দুখ-কষ্ট সহ্য কৰাৰ পিছতো প্ৰিয়তমা চন্দ্ৰপ্ৰভা আৰু কনকৰেখা দুজনীৰ এজনীকো লাভ কৰিব নোৱাৰি উভয়-বিভ্ৰষ্ট হৈ তেওঁ দুয়োৰে কথা সুৰঁৰিবলৈ ধৰিলে। ব্যৰ্থ মনোৰথ শক্তিদেৱ বিষন্ন হৈ পৰিল, তেওঁ নিজৰ ভাগ্যক ধিক্কাৰ দি ৰাজভৱনৰপৰা ওলাই আহিল। ১১০-১১

হতাশ হৈয়ো শক্তিদেৱে ভাবিবলৈ ধৰিলে—'মোৰ অভীষ্ট সিদ্ধি হ'ব বুলি কনকৰেখাই এইমাত্ৰ ক'লে, এনেস্থলত, মই বাৰু কিয় বিষন্ন হৈছো? পৌৰুষৰ দ্বাৰা সকলো কাৰ্য্য সিদ্ধি হয়। মই যি বাটেদি গৈছিলোঁ, সেই বাটেৰেই আকৌ কনকপুৰীলৈ যাম। দৈবই নিশ্চয় মোক কিবা নহয় কিবা উপায় দিব।' ১১২-১৩

—ইয়াকে ভাবি-চিন্তি শক্তিদেৱে বৰ্দ্ধমান নগৰৰপৰা কনকপুৰীলৈ দুনাই যাত্ৰা কৰিলে। ধীৰ উদ্যমী পুৰুষে প্ৰাৰম্ভ কাৰ্য্য শেষ নকৰাকৈ কাৰ্য্যৰ পৰা কেতিয়াও বিৰত নহয়। ১৪৪

বহুত দিনৰ মূৰত শক্তিদেৱ আকৌ সমুদ্ৰ তীৰস্থ বিটঙ্কপুৰ নগৰখন পালেহি। পূৰ্বে যি জন সদাগৰৰ সৈতে নাৱত সাগৰেদি যাত্ৰা কৰিছিল, শক্তিদেৱে সেই সদাগৰজনক সেই নগৰত লগ পালে। ১১৫-১৬

( সদাগৰক দেখি শক্তিদেৱে চিনি পালে ) 'নিশ্চয় এওঁ সমুদ্ৰদত্ত, নাওঁ ভগাত আমি দুয়ো আঠাই সাগৰত পৰিছিলোঁ। কেনেকৈ তাৰপৰা উদ্ধাৰ পাই এওঁ আকৌ এইখিনি পালেহি? ইয়াত আচৰিত হ'বলগীয়ানো কি আছে? ময়েই তাৰ উদাহৰণ ( কেনে আচৰিত ৰূপে ৰক্ষা পৰিলো )।' ১১৭

—এইদৰে ভাবি-চিন্তি শক্তিদেৱ সদাগৰজনৰ ওচৰলৈ আহিল। সদাগৰে তেওঁক চিনি পাই আনন্দত ডিঙিত সাৱটি ধৰিলে। তাৰ পিছত নিজৰ ঘৰলৈ আনি আতিথ্য সৎকাৰ কৰি সদাগৰে শক্তিদেৱক সুধিলে—"কোৱাচোন

বন্ধু! সাগৰত বাণিজ্য পোতখন ভাগি যোৱাৰ পিছত তুমি কেনেকৈ ৰক্ষা পালা?" ১১৮-১৯

শক্তিদেৱে নাওখন ভগাৰ পিছত কেনেকৈ মাছৰ পেটত সোমাই তেওঁ উৎস্থল দ্বীপ পালেগৈ, আৰু তাৰ পিছত যি যি ঘটিছিল সকলো বৃত্তান্ত ভাঙি-পাতি ক'লে। তাৰ পিছত তেওঁ সদাগৰক সুধিলে—"তুমিনো সাগৰৰপৰা কেনেকৈ উদ্ধাৰ পালা, কোৱা।" ১২০-২১

সদাগৰে ক'বলৈ ধৰিলে—"বাণিজ্য পোত ভগাত মই সাগৰত পৰিলোঁ। তেতিয়া নাৱৰ ভগা কাঠ এচটাক আশ্ৰয় কৰি তিনি ৰাতি মই সাগৰত উটি-বুৰি আছিলোঁ। তাৰ পিছত সাগৰত সেই ফালে অহা এখন নাৱে মোৰ চিঞৰ শুনি মোক নাৱলৈ তুলিলে। নাওখনলৈ উঠি মই মোৰ পিতাক নাৱত দেখিলোঁ। বহুকাল পূৰ্বে দ্বীপান্তৰত বাণিজ্য কৰিবলৈ গৈ পিতাদেউ তেতিয়া ঘৰলৈ উভতি আহিছিল। ২২২-২৪

পিতাই মোক দেখি চিনি পাই ডিঙিত সাৱটি ধৰি হুক্-হুক্ কৈ কান্দিবলৈ ধৰিলে আৰু মই কেনেকৈ সাগৰত পৰিলো বুলি সুধিলে। মই তেতিয়া সকলো ঘটনা বৰ্ণনা কৰিলোঁ। ১২৫

—"পিতাদেউ! আপুনি বাণিজ্য কৰিবলৈ যোৱাৰ বহুকাল পিছতো উভতি নহা দেখি আমাৰ স্ব-ধৰ্ম বাণিজ্য কৰিবলৈ মই নিজেই আগবাঢ়িলোঁ। নৌ-বাণিজ্যব বাবে দ্বীপ-দ্বীপান্তৰলৈ যাত্ৰা কৰোঁতে মাজ সাগৰত বাণিজ্য পোত ভগাত মই সাগৰত (তিনি দিন) উটি-বুৰি আছিলো। আজি আপোনালোকে মোক এই অৱস্থাত পাই উদ্ধাৰ কৰিছে।" ১২৬-২৭

মই এইদৰে কোৱাত পিতাদেৱে মোক অলপ স্নেহ সনা তিৰস্কাৰেৰে ক'লে—"বোপাই! মই জীয়াই থাকোঁতে আৰু বেপাৰ-বাণিজ্য কৰি থাকোঁতে তুমি কিয় এনে প্ৰাণৰ সংশয়জনক কামলৈ আগবাঢ়িব লাগে? আমাৰ অৰ্থ-সম্পদ যথেষ্ট আছে। চোৱা, এই নাওখন মই ধন-সোণেৰে খুন্দ্ খুৱাই ভৰাই আনিছোঁ।"—এইদৰে কৈ পিতাদেৱে সেই নাৱেৰেই মোক আমাৰ নিবাসস্থল বিটঙ্কপুৰলৈ আনিলে। তেতিয়াৰে পৰা মই ইয়াতে আছোঁ।" ১২৮-৩০

বণিক বন্ধুৰ এই বৃত্তান্ত শুনাৰ পিছতে শক্তিদেৱে ৰাতিটো তাতে বিশ্ৰাম লৈ কটালে। পিছদিনা শক্তিদেৱে বণিকক ক'লে—"বণিক বন্ধু! মই আকৌ উৎস্থল দ্বীপলৈ যাব খুজিছোঁ। মই তালৈ এতিয়া কেনেকৈ যাম, মোক উপায় দিয়া।" ১৩১-৩২

"মোৰ বেপাৰী কেইজনমান আজিয়েই সেই দ্বীপলৈ যাব। তেওঁলোকৰ বাণিজ্যপোতত উঠি তুমি তেওঁলোকৰে সৈতে তালৈ যোৱা। সদাগৰ বন্ধুৰ পৰামৰ্শমতে শক্তিদেৱে বেপাৰীবিলাকৰে সৈতে উৎস্থল দ্বীপলৈ যাত্ৰা কৰিলে।
॥ ১৩৩-৩৪ ॥

'উৎস্থল দ্বীপত যে মোৰ মহাপ্ৰাণ বন্ধু বিজয়দত্ত আছে আগৰবাৰৰ দৰে মই গৈ সেই মঠত তেওঁৰ লগতে থাকিম'—এইবুলি শক্তিদেৱে মনতে স্থিৰ কৰিলে। উৎস্থল দ্বীপ পোৱাৰ পিছত স্থিৰ কৰা সিদ্ধান্ত অনুসাৰে শক্তিদেৱ নগৰৰ মাজেদি মঠৰ ফালে আগবাঢ়িল। ১৩৫-৩৬

এনেতে হঠাৎ দাসৰাজ সত্যব্ৰত্যৰ পুতেকহঁতৰ সৈতে বাটত তেওঁৰ মুখামুখি হ'ল। ওচৰ চাপি তেওঁলোকে শক্তিদেৱক চিনি পাই ক'লে। ১৩৭

"ব্ৰাহ্মণ! তুমি আমাৰ পিতৃৰ সৈতে একেলগে কনকপুৰীৰ অন্বেষণত যাত্ৰা কৰিছিলা ন'হয়? এতিয়া তুমি কেনেকৈ অকলে ইয়ালৈ ঘূৰি আহিলা?" ১৩৮

"আমাৰ নাওঁখন সমুদ্ৰত সোঁতে টানি নিয়াত তোমালোকৰ পিতাৰা সমুদ্ৰৰ বড় বা নলৰ মুখত সোমাল"—শক্তিদেৱে এইবুলি তেওঁলোকৰ প্ৰশ্নৰ উত্তৰ দিলে। ১৩৯

কথা শুনি দাসৰাজৰ পুত্ৰ কেইজনৰ বৰ খং উঠিল। তেওঁলোকে অনুচৰ ভৃত্যবিলাকক আদেশ দিলে—"এই দুৰাত্মাই আমাৰ পিতৃক হত্যা কৰিছে; ইয়াক বান্ধা। নহ'লে কেনেকৈ দুয়োজন একেখন নাৱত যাওঁতে এজন বড় বা নলৰ মুখত সোমায় আৰু ইজনে ৰক্ষা পায়? সেই কাৰণে কাইলৈ পুৱা চণ্ডিকা দেৱীৰ আগত পশু বলি দিয়া দি আমাৰ পিতৃ-হন্তা এই দুষ্টক বলি দিম।" ১৪০-৪২

দাসৰজাৰ পুত্ৰসকলে এইদৰে আদেশ দিয়াত ভৃত্যবিলাকে শক্তিদেৱক ধৰি-বান্ধি ভয়ংকৰ চণ্ডিকাৰ মন্দিৰলৈ নিলে। ১৪৩

বিস্তৃত উদৰ, ওলমি থকা ঘণ্টা আৰু সদায় কটা অনেক পশু বলিৰ তেজেৰে চণ্ডিকাৰ মন্দিৰটো নিৰন্তৰ প্ৰাণী সংহাৰ কৰি স্থূলোদৰ হোৱা দাঁত ওলাই থকা বিবৃতবদন সাক্ষাৎ মৃত্যু যেন দেখা গৈছিল।[২] ১৪৪

---

২. মন্দিৰৰ বহল মাজ ভাগ মৃত্যুৰ ওলমি পৰা ডাঙৰ পেট আৰু মন্দিৰত ওলোমাই থোৱা ঘণ্টাবোৰ মৃত্যুৰ মুখৰ ওলাই থকা দাঁতৰ সৈতে তুলনা কৰা হৈছে।

মন্দিৰত বন্দী হৈ শুই থকা শক্তিদেৱে ৰাতি চণ্ডীদেৱীক প্ৰাৰ্থনা জনালে। ১৪৫

"হে ভগৱতি! আপুনি ভক্ত-কল্পতৰু। বুৰু দানৱৰ ৰক্ত আকণ্ঠ পান কৰাত যেন আপোনাৰ শৰীৰৰ কান্তি প্ৰভাত সূৰ্য্যৰ ৰক্তিম ৰশ্মিৰ দৰে হৈ পৰিছে; ৰক্তিম কান্তিৰে আপুনি ত্ৰিজগৎ ৰক্ষা কৰে। মই আপোনাৰ প্ৰসন্ন ভক্ত, আপোনাৰ আশ্ৰিত। মই মোৰ প্ৰিয়তমাক লাভ কৰাৰ আশাৰে বহু দূৰ দেশৰপৰা আহি মিছা অভিযোগত শত্ৰুৰ কবলত পৰিছোঁ। বৰদাত্ৰী মাতৃ! মোক ৰক্ষা কৰক।" ১৪৬-৪৭

শক্তিদেৱে দেৱী চণ্ডিকাক এইদৰে স্তুতি-প্ৰাৰ্থনা জনাই শুলে। পিছত তেওঁ স্বপ্ন দেখিলে ঃ মন্দিৰৰ গৰ্ভ গৃহৰপৰা এগৰাকী দিব্য ৰমণী ওলাই তেওঁৰ কাষ চাপি কৰুণা দেখুৱাই ক'লে—"শক্তিদেৱ, ভয় নকৰিবা। তোমাৰ একো অনিষ্ট নহয়। দাসৰজাৰ পুত্ৰসকলৰ বিন্দুমতী নামে এজনী ভনীয়েক আছে। কাইলৈ পুৱা সেই কন্যাই তোমাক দেখা মাত্ৰেই তোমাৰ স্বামিত্ব কামনা কৰিব। তুমি তেওঁৰ প্ৰস্তাৱত মান্তি হৈ তেওঁক ভাৰ্য্যাৰূপে গ্ৰহণ কৰিবা। তেৱেঁই তোমাক বন্ধনৰপৰা মুক্ত কৰিব। তেওঁ প্ৰকৃততে ধীৱৰ কন্যা নহয়, শাপভ্ৰষ্টা দেৱী।" ১৪৮-৫১

স্বপ্নত দেৱীৰ আশ্বাস বাণী শুনাৰ পিছত শক্তিদেৱে সাৰ পালে। পুৱা দাসৰজাৰ কন্যা মন্দিৰলৈ আহিল। কন্যাৰ দৰ্শনে তেওঁৰ নয়নত যেন অমৃতৰ ধাৰাহে বৰ্ষণ কৰিলে। ১৫২

কাষ চাপি কন্যাই নিজৰ পৰিচয় দি শক্তিদেৱক অধীৰ আগ্ৰহেৰে ক'লে—"সৌম্য! মই তোমাক মুক্ত কৰিম, কিন্তু মুক্ত হৈ তুমি মোৰ মনোবাঞ্ছা পূৰ্ণ কৰিব লাগিব। এতিয়ালৈকে মোৰ ককাইদেউহঁতে বাচি-বাচি ভাল বুলি যিবোৰ মোৰ পাণি-প্ৰাৰ্থী আনিছে, সকলোকে মই প্ৰত্যাখ্যান কৰিছোঁ। তোমাক দেখামাত্ৰে মোৰ মন-প্ৰাণ তোমাৰ প্ৰতি প্ৰেমানুৰাগেৰে ভৰি পৰিছে; সেইদেখি তুমি মোক পত্নীৰূপে গ্ৰহণ কৰা।" ১৫৩-৫৪

স্বপ্নৰ কথা সুঁৱৰি দাসাধিপতিৰ কন্যাৰ অনুৰোধ শক্তিদেৱে আনন্দ মনেৰে স্বীকাৰ কৰিলে। বিন্দুমতীয়ে শক্তিদেৱক বান্ধোনৰপৰা মোকোলাই দিলে আৰু মুক্ত হৈ শক্তিদেৱেও সুন্দৰী বিন্দুমতীৰ পাণি গ্ৰহণ কৰিলে। ইফালে বিন্দুমতীৰ ককায়েকহঁতেও সেই মৰ্মে অম্বিকাৰ স্বপ্নাদেশ লাভ কৰি বিয়াত সন্মতি জনালে। ১৫৫-৫৬

অশেষ পুণ্যৰ বলত লাভ কৰা সিদ্ধিতুল্য সুখ আৰু সিদ্ধিৰ মূৰ্ত্ত প্ৰতীক স্বৰূপ অপূৰ্ব সুন্দৰী দীপ্তিমতী কন্যা বিন্দুমতীৰে সৈতে শক্তিদেৱে দাসৰজাৰ ভৱনত বাস কৰিবলৈ ধৰিলে। এদিন শক্তিদেৱ বিন্দুমতীৰে সৈতে প্ৰাসাদৰ ওপৰত বহি থাকোঁতে এটা চণ্ডালে কান্ধত গো-মাংসৰ এখন ভাৰ কঢ়িয়াই নিয়া দেখি তেওঁ প্ৰিয়তমাক ক'লে। ১৫৭-৫৮

"সুন্দৰি! চোৱাচোন, ত্ৰিজগতৰ লোকে গো-বন্দনা কৰে, এনেস্থলত এই পাপিষ্ঠই আকৌ গো-মাংস ভক্ষণ কৰিবলৈ কেনেকৈ নিছে?" ১৫৯

তাকে শুনি বিন্দুমতীয়ে স্বামীক ক'লে—"আৰ্য্যপুত্ৰ! এইটো ভাবিব নোৱাৰা কথা! এইবিষয়ে আৰু পাপৰ কথা কি ক'ব লাগিছে? ১৬০

পূৰ্বে মই গো-জাতিৰ সামান্য অপৰাধ কৰাৰ পাপতে দাস কুলত জন্ম ল'ব লগা হ'ল। এই পাপিষ্ঠই মহাপাপৰ পৰানো কেনেকৈ উদ্ধাৰ পাব?" ১৬১

ভাৰ্য্যা বিন্দুমতীৰ কথা শুনি আচৰিত হৈ শক্তিদেৱে ক'লে—"প্ৰিয়ে, এইটো বৰ আচৰিত কথা। তুমি কোন আৰু কেনেকৈ দাস কুলত জন্ম ললা হি? মোক সকলো কথা ভাঙি-পাতি কোৱাঁ।" ১৬২

শক্তিদেৱে নেৰা-নেপেৰাকৈ ধৰাত বিন্দুমতীয়ে ক'লে—"আৰ্য্যপুত্ৰ! এইটো অতি গোপন কথা। তথাপি, মই তোমাক ক'ম, যদিহে তুমি মই যি কৰিবলৈ কওঁ তাকে কৰিবলৈ প্ৰতিজ্ঞা কৰা।" শক্তিদেৱে বিন্দুমতীৰ কথা পালন কৰিম বুলি শপত খাই কোৱাত বিন্দুমতীয়ে তেতিয়া প্ৰথমে তেওঁ কি কৰিব লাগে সেই বিষয়ে ক'লে। ১৬৩-৬৪

**বিন্দুমতীৰ সৰ্ত্ত :**

—"আৰ্য্যপুত্ৰ! এই দ্বীপত তুমি আৰু এজনী ভাৰ্য্যা লাভ কৰিবা আৰু অচিৰে তোমাৰ সেই ভাৰ্য্যা গৰ্ভৱতী হ'ব। গৰ্ভধাৰণৰ অষ্টম মাহত তুমি তেওঁৰ পেট ফালি গৰ্ভস্থ শিশু উলিয়াব লাগিব। এই কাৰ্য্যত তুমি অকণো বিবেক-যন্ত্ৰণা অনুভৱ কৰা উচিত নহ'ব।" ১৬৫-৬৬

বিন্দুমতীয়ে এইদৰে কোৱাত 'ই কেনে অদ্ভুত কথা' বুলি শক্তিদেৱ বিস্ময়াভিভূত হ'ল। তেওঁৰ মনত আশংকা আৰু ঘৃণা জন্মিল। তেতিয়া বিন্দুমতীয়ে আকৌ তেওঁক ক'বলৈ ধৰিলে—"মোৰ এই অনুৰোধ এটা গুপ্ত কাৰণৰ বাবে তুমি ৰক্ষা কৰিব লাগিব। এতিয়া বাৰু শুনা, মই কোন আৰু কিয় দাস জাতিত জন্ম লৈছোঁ। ১৬৭-৬৮

পূৰ্বজন্মত মই বিদ্যাধৰী আছিলোঁ, শাপভ্ৰষ্ট হৈ এতিয়া মৰ্ত্যলোকত

জন্ম লৈছোঁ। বিদ্যাধৰী অৱস্থাত থাকোতে সঙ্গীত চৰ্চ্চা কৰাৰ সময়ত এবাৰ মোৰ বীণাৰ তন্ত্ৰী ছিগিছিল আৰু দাঁতেৰে কামুৰি মই বীণাত তন্ত্ৰী লগাইছিলোঁ। সেই দোষতে মই দাস কুলত জন্ম লব লগা হ'ল। গৰুৰ শুকান স্নায়ু (ছালৰ গুণ) মোৰ মুখত লগাৰ বাবেই মোৰ এনে অধোগতি হৈছে; এনে অৱস্থাত গো-মাংস ভক্ষণ কৰিলে যে কি পৰিণতি হ'ব, কল্পনাকে কৰিব নোৱাৰি।" ১৬৯-৭১

বিন্দুমতীয়ে এইদৰে কৈ থাকোঁতেই তেওঁৰ ককায়েক এজন উধাতু খাই সেইখিনিত ওলালহি। তেওঁ শক্তিদেৱক ক'লে—"বেগতে ইয়াৰপৰা আঁতৰ হোৱা। চোৱাঁ, সৌ বৰা (গাহৰি)টোৱে বহুত মানুহ মাৰি এইফালে ওপৰলৈ উঠি আহিছে।" ১৭২-৭৩

এই কথা শুনামাত্ৰকে শক্তিদেৱ প্ৰাসাদৰ ওপৰৰ পৰা তললৈ নামিল আৰু হাতত এপাত যাঠি লৈ ঘোঁৰাত উঠি বৰাটোৰ পিছে পিছে খেদি গ'ল। দেখা মাত্ৰকে শক্তিদেৱে গাহৰিটো যাঠিৰে খুচিলে। আহত হৈয়ো গাহৰিটো সাৰি গ'ল আৰু নিজৰ বাস-গহ্বৰত সোমাল গৈ। ১৭৪-৭৫

গাহৰিটোক বিচাৰি পিছে পিছে গৈ শক্তিদেৱো সেই গুহাত সোমাল। তাত তেওঁ এখন সুন্দৰ উদ্যানৰ মাজত এটা প্ৰাসাদ দেখিলে। ১৭৬

ক্ষন্তেক পিছতে শক্তিদেৱে এক অপূৰ্ব সুন্দৰী কন্যাক উত্তেজিত অৱস্থাত তেওঁৰ ফালে বেগাই অহা দেখিলে, যেন অৰণ্যৰ দেৱীয়েহে তেওঁক আদৰণি জনাবলৈ বেগাই আগবাঢ়ি আহিছে! ১৭৭

শক্তিদেৱে কন্যাক সুধিলে—"কল্যাণি! তুমি কোন? কিয় তুমি ইমান উদ্‌ভ্ৰান্ত হৈ পৰিছা?" কন্যাই মধুৰভাৱে উত্তৰ দিলে। ১৭৮

"সুভগ! দক্ষিণাপথৰ অধিপতি চণ্ডবিক্ৰম নামে এজন ৰজা আছে, মই তেওঁৰেই কুমাৰী কন্যা। মোৰ নাম বিন্দুৰেখা। এই পাপিষ্ঠ দৈত্যই ছলনাৰে মোক পিতৃভৱনৰপৰা হৰণ কৰি ইয়ালৈ আনি বন্দী কৰি থৈছে। আজি মাংস ভোজন কৰিবলৈ বুলি দৈত্যই বৰাহৰ ৰূপ ধৰি গুহাৰ বাহিৰলৈ গৈ মাংসৰ সন্ধানত ঘূৰি ফুৰোঁতে তাক কোনোবা বীৰ পুৰুষে যাঠিৰে খুচিলে। ক্ষুধাৰ্ত্ত দৈত্য আহত হৈ গুহাত সোমালহি আৰু ঠিতাতে মৰিল। দৈত্য মৰিলত মই গুহাৰপৰা পলাই লৰি বাহিৰলৈ আহিছোঁ। সৌভাগ্যক্ৰমে দৈত্যই মোৰ কৌমাৰ্য্য হৰণ কৰা নাই।" ১৭৯-৮২

কন্যাৰ কথা শুনি শক্তিদেৱে ক'লে—"ৰাজকুমাৰী! তেনেহ'লে উদ্বেগৰ একো কাৰণ নাই। ময়েই যাঠিৰে খুচি বৰাহটোক মাৰিছোঁ।" তেতিয়া

ৰাজকুমাৰীয়ে “তুমি নো কোন” বুলি শক্তিদেৱৰ পৰিচয় সুধিলে আৰু তেৰোঁ নিজৰ পৰিচয় দি ক'লে—“মই শক্তিদেৱ নামৰ ব্ৰাহ্মণ।” ১৮৩-৮৪

ৰাজকন্যাই ক'লে—“তেনেহ'লে হে বীৰ পুৰুষ! তুমি মোৰ স্বামী হোৱা।” শক্তিদেৱে “বাৰু” বুলি কৈ বিন্দুৰেখাক লৈ গুহাৰ দুৱাৰ মুখেদি ওলাই আহিল। ১৮৫

ঘৰলৈ আহি শক্তিদেৱে ভাৰ্য্যা বিন্দুমতীক সকলো কথা ক'লে আৰু ভাৰ্য্যাৰ সন্মতিক্ৰমে কুমাৰী বিন্দুৰেখাক বিয়া কৰালে। ১৮৬

দ্বি-পত্নীক শক্তিদেৱে তাত পত্নীদ্বয়ৰ সৈতে বাস কৰিবলৈ ধৰিলে। বিন্দু-ৰেখা কিছুদিন পিছত অন্তঃসত্ত্বা হ'ল। ১৮৭

বিন্দুৰেখাৰ গৰ্ভধাৰণৰ আঠ মাহ হোৱাত এদিন প্ৰথমা পত্নী বিন্দুমতীয়ে শক্তিদেৱৰ ওচৰলৈ আহি তেওঁক ধীৰভাৱে ক'লে। ১৮৮

“বীৰ যুৱক! তুমি পূৰ্বে মোৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছিলা, সেই প্ৰতিজ্ঞা মনত পেলোৱা। তোমাৰ দ্বিতীয় ভাৰ্য্যাৰ গৰ্ভধাৰণৰ আঠ মাহ হৈছে। গতিকে এতিয়া তুমি বিন্দুৰেখাৰ পেট ফালি গৰ্ভস্থ শিশু উলিয়াই আনা। তুমি পূৰ্বে মোৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছিলা, সেই প্ৰতিজ্ঞা পালন কৰিবই লাগিব। অন্যথা কৰিব নোৱাৰা।” ১৮৯-৯০

ভাৰ্য্যাৰ এই কথাত শক্তিদেৱ একালে স্নেহ আৰু কৰুণা আৰু আনফালে প্ৰতিজ্ঞা পালনৰ দায়িত্ব—দুয়োটাৰ মাজত কিং-কৰ্ত্তব্য-বিমূঢ় হৈ ক্ষন্তেক নিৰুত্তৰ হৈ ৰ'ল। ১৯১

উদ্বেগ-উৎকণ্ঠাৰে তাৰপৰা শক্তিদেৱ পলাই গ'ল আৰু বিষণ্ণ বদনে বিন্দুৰেখাৰ ওচৰ পালেগৈ। তেওঁক বিষণ্ণ দেখি বিন্দুৰেখাই আগ্ৰহেৰে সুধিলে। ১৯১-৯২

—“আৰ্য্যপুত্ৰ! তোমাক আজি কিয় ইমান বিষণ্ণ দেখিছোঁ? অ' মই বুজিছোঁ, বিন্দুমতীয়ে তোমাক মোৰ গৰ্ভোৎপাটন কৰিবলৈ কৈছে। সেই কাম তুমি অৱশ্যে কৰিব লাগিব। ইয়াৰ মূলত এটা কাৰণ আছে। তোমাৰ এই কাৰ্য্যত কোনো প্ৰকাৰে নৃশংসতা নহয়, গতিকে তুমি এই কাৰ্য্য ঘৃণনীয় বুলিও নাভাৱিবা। ১৯৩-৯৪

**২৯খ. জুৱাৰী দেৱদত্তৰ কথা:**

স্বামী! মই এই বিষয়ত দেৱদত্তৰ কথা কওঁ, শুনা। পুৰণি কালত কম্বুক নামৰ এখন নগৰত হৰিদত্ত নামে এজন ব্ৰাহ্মণ আছিল। হৰিদত্ত আছিল

সমৃদ্ধিশালী। তেওঁৰ দেৱদত্ত নামৰ এটা ল'ৰা আছিল। দেৱদত্ত ল'ৰা কালতে কৃতবিদ্য হৈ উঠিছিল যদিও ডেকা কালত জুৱাখেলত বৰ আসক্ত হৈ পৰিল। ১৯৫-৯৬

এবাৰ জুৱাখেলত দেৱদত্তই আনকি নিজৰ গাৰ কাপোৰ-কানিও হেৰুৱালে। তেনে অৱস্থাৰে ঘৰলৈ যাব নোৱাৰি দেৱদত্তই এটা শূন্য দেৱ মন্দিৰত আশ্ৰয় ললেগৈ। ১৯৭

শূন্য মন্দিৰত অকলশৰে থাকোতে দেৱদত্তই মন্দিৰৰ এফালে জালপাদ নামৰ এজন তপস্বীক অকলে জপ কৰি থকা দেখিলে। সাধনাত সিদ্ধি লাভ কৰা শ্ৰেষ্ঠ তপস্বীজনে অনেক অলৌকিক কাৰ্য্য সম্পাদন কৰিছিল। ১৯৮

দেৱদত্ত এখোজ-দোখোজকৈ তপস্বীজনৰ ওচৰ পালেগৈ আৰু তেওঁক প্ৰণাম কৰিলে। তপস্বীয়ে দেৱদত্তক দেখি মৌনব্ৰত ভঙ্গ কৰি অভ্যৰ্থনা জনালে। ক্ষন্তেক পিছতে তপস্বীজনে দেৱদত্তক বিষণ্ণ দেখি তেওঁৰ কি বিপদ ঘটিছে সুধিলে আৰু দেৱদত্তয়ো জুৱাখেলত সৰ্বস্বান্ত হোৱাৰ কথা ক'লে। ১৯৯-২০০

দেৱদত্তৰ কথা শুনি তপস্বী জালপাদে ক'লে—“বোপাই! জুৱাৰীৰ বাবে পৃথিৱীৰ ধন-সোণ পৰ্য্যাপ্ত নহয়। ( সমগ্ৰ পৃথিৱীৰ ধন-সোণ একত্ৰ কৰিলেও জুৱাৰীক নাটে )। ২০১

যদি তুমি এই বিপদবপৰা উদ্ধাৰ পাব খুজিছা, তেনেহ'লে মোৰ কথা শুনা আৰু মই যি কৰিবলৈ কওঁ, তাকে কৰা। মই সাধনাৰ দ্বাৰা বিদ্যাধৰত্ব লাভ কৰিবলৈ প্ৰয়াস কৰিছোঁ; মোৰ প্ৰাৰম্ভ কাৰ্য্যত তুমি সহায়ক হোৱা। হে সু পুৰুষ! তুমিও মোৰ লগতে বিদ্যাধৰত্ব লাভৰ বাবে সাধনা কৰা। তুমি পিছে মোৰ সকলো আদেশ পালন কৰিব লাগিব, তেতিয়া তোমাৰ সকলো দুখ-দুৰ্গতি দূৰ হ'ব।” ২০২-৩

তপস্বী জালপাদৰ কথাত দেৱদত্ত মান্তি হ'ল আৰু তেওঁ তপস্বীজনৰ লগতে থাকিবলৈ ললে। ২০৪

এদিন ৰাতি জালপাদে দেৱদত্তক লগত লৈ মৰিশালিৰ একাষে থকা এজোপা ডাঙৰ বৰগছৰ ওচৰলৈ গ'ল। তপস্বীয়ে বৰ গছৰ তলত পূজা আৰম্ভ কৰি পৰমান্নৰ নৈবেদ্য আগবঢ়ালে আৰু চাৰিওফালে প্ৰসাদ চটিয়াই দিলে। পূজা শেষ কৰি তপস্বীয়ে লগত থকা ব্ৰাহ্মণ যুৱকক ( দেৱদত্ত ) ক'লে—“তুমি নিতৌ এই ঠাইলৈ আহি মই কৰাৰ দৰে পূজা কৰিবা আৰু পূজাৰ শেষত “হে বিদ্যুৎপ্ৰভা! মোৰ পূজা গ্ৰহণ কৰা” বুলি প্ৰাৰ্থনা জনাবা। ২০৫-৭

তুমি এইদৰে পূজা কৰিলে নিশ্চয় আমাৰ দুয়োৰে সিদ্ধিলাভ হ'ব।" —ইয়াকে কৈ জালপাদ দেৱদত্তৰে সৈতে নিজৰ থকা ঠাইলৈ উভতি আহিল। ২০৮

ইয়াৰ পিছত দেৱদত্তই তপস্বীৰ আদেশমতে নিতৌ ৰাতি গৈ সেই বৰ গছজোপাৰ গুৰিত উক্ত নিয়মেৰে পূজা দিবলৈ ধৰিলে। ২০৯

এদিন ৰাতি পূজা শেষ কৰাৰ পিছত দেবদত্তই আচৰিত হৈ দেখিলে : গছ-জোপা ফাঁটি দুফাল হৈছে আৰু তাৰ মাজৰপৰা উজ্জ্বল কান্তিৰ ৰমণী এগৰাকী ওলাই আহিছে। ২১০

"ভদ্র! আহাঁ, আমাৰ ৰাণীয়ে ( গৰাকিযনীয়ে ) তোমাক মাতিছে"—এই-বুলি কৈ সেই ৰমণীয়ে দেৱদত্তক গছজোপাৰ ফাঁটৰ মাজেদি গছৰ তললৈ লৈ গ'ল। তললৈ গৈ দেৱদত্তই মণি-মুকুতাৰে সঁজা এটা ধুনীয়া প্রাসাদ দেখিলে আৰু ঘৰৰ ভিতৰত দেখিলে পালেঙত বহি থকা এগৰাকী পৰমা সুন্দৰী কন্যাক। ২১১-১২

দিব্য কন্যাক দেখি দেৱদত্তই 'এৱেঁই নিশ্চয় আমাৰ সাধনাৰ মূৰ্ত্তিমতী সিদ্ধি'—এইবুলি মনতে ভাবিলে। এনেকৈ ভেবা লাগি ভাবি থাকোঁতেই উক্ত দিব্য ৰমণীয়ে নিজেই আগবাঢ়ি তেওঁক আদৰ-অভ্যৰ্থনা জনালে। কন্যাৰ শৰীৰৰ অলঙ্কাৰৰ ৰুনু-জুনু শব্দই দেৱদত্তক যেন স্বাগত সম্ভাষণহে জনালে। ৰমণীয়ে পালেঙৰপৰা উঠি আহি নিজেই দেৱদত্তক নি নিজৰ পালেঙত বহুৱালে। ২১৩-১৪

দিব্য কন্যাই দেৱদত্তক ক'লে—"যুৱক! তুমি সৌভাগ্যশালী! মই ৰত্নবৰ্ষ নামৰ যক্ষাধিপতিৰ কন্যা, মোৰ নাম বিদ্যুৎপ্রভা। জালপাদে মহৎ তপস্যা কৰি মোৰ আৰাধনা কৰিছে, মই তেওঁৰ অভীষ্ট সিদ্ধি কৰিম। কিন্তু তুমি হ'লা মোৰ মন-প্ৰাণৰ গৰাকী। গতিকে দেখা মাত্ৰকে মই তোমাৰ প্ৰতি অনুৰক্তা হৈছোঁ। তুমি মোৰ পাণি গ্ৰহণ কৰা।" কন্যাৰ কথাত দেৱদত্তই সম্মতি জনাই কন্যাক বিয়া কৰালে। ২১৫-১৭

বিদ্যুৎপ্রভাৰ সৈতে দেৱদত্ত কিছুদিন তাত থাকিল। বিদ্যুৎপ্রভা গৰ্ভৱতী হোৱাত দেৱদত্ত তপস্বী জালপাদৰ ওচৰলৈ আহিল আৰু যি যি ঘটিছিল সকলো কথা ভয়ে ভয়ে তপস্বীক ক'লে। তপস্বীয়েও নিজৰ সাধনাৰ সিদ্ধিৰ প্ৰতি লক্ষ্য ৰাখি দেৱদত্তক ক'লে। ২১৮-১৯

"ভদ্র! তুমি বৰ ভাল কাম কৰিছা। পিছে এতিয়া তুমি গৈ যক্ষাধিপতিৰ কন্যাৰ পেট ফালি তেওঁৰ গৰ্ভ উলিয়াই আনি শীঘ্ৰে মোক দিয়া।" ২২০

এইখিনি কথা কৈ তপস্বীয়ে দেৱদত্তক পূৰ্বৰ প্ৰতিজ্ঞাৰ কথা সোঁৱৰাই দিলে আৰু দুনাই তালৈ পঠালে। অগত্যা দেবদত্ত আকৌ প্ৰিয়তমাৰ ওচৰলৈ গ'ল। ২২১

'এনে নিষ্ঠুৰ কাম মই কেনেকৈ কৰিম'—বুলি দেৱদত্ত ভাৰি-চিন্তি বিষাদ-গ্ৰস্ত হৈ পৰিল আৰু তেওঁ বিষণ্ণমনে বিদ্যুৎপ্ৰভাৰ ওচৰত ঠিয় হৈ ৰ'ল। তেওঁক তেনে অৱস্থাত দেখি যক্ষকন্যা বিদ্যুৎপ্ৰভাই নিজেই উপযাচি ক'লে। ২২১-২২

"আৰ্য্যপুত্ৰ! তুমি কিয় ইমান বিষণ্ণ হৈ পৰিছা? মই বুজি পাইছোঁ। জালপাদে মোৰ গৰ্ভোৎপাতন কৰিবলৈ তোমাক আদেশ দিছে। তুমি মোৰ পেট ছিৰি গৰ্ভ উলিয়াই নিয়া; নহ'লে মই নিজেই সেই কাম কৰিব লাগিব। ইয়াৰ নিগূঢ় কাৰণ আছে।" ২২৩-২৪

বিদ্যুৎপ্ৰভাই এইদৰে কোৱা সত্ত্বেও দেৱদত্ত সেই কাম কৰিবলৈ সমৰ্থ নহ'ল। তেতিয়া যক্ষকন্যাই নিজেই নিজৰ পেট ফালি গৰ্ভ টানি উলিয়াই আনিলে। ২২৫

কন্যাই ( নিজৰ পেটৰপৰা আঁজুৰি উলিওৱা ) গৰ্ভ আগত থৈ দেৱদত্তক ক'লে—"এই ভ্ৰূণ যি ভক্ষণ কৰিব, তেওঁ বিদ্যাধৰত্ব লাভ কৰিব; গতিকে বিদ্যাধৰত্ব লাভৰ সোপান স্বৰূপে এই ভ্ৰূণ তুমি গ্ৰহণ কৰা। ২২৬

"····মই বিদ্যাধৰী হৈয়ো অভিশাপৰ বাবে যক্ষকন্যা হৈ জন্ম লৈছিলোঁ। মই জাতিস্মৰ। মোৰ শাপান্তৰৰ বিধানো এয়ে।[৩] এতিয়া মই নিজ স্থানলৈ যাওঁ। আমাৰ দুয়োৰে পুনৰ সঙ্গম তাতে হ'ব।" —ইয়াকে কৈ বিদ্যুৎপ্ৰভা থিতাতে অন্তৰ্দ্ধান হ'ল। ২২৭-২৮

অতি বিষণ্ণ মনেৰে দেৱদত্তই সেই ভ্ৰূণ লৈ তপস্বী জালপাদৰ ওচৰলৈ উভতি আহিল। ২২৯

দেৱদত্তই সিদ্ধিদায়ী গৰ্ভ-মাংস তপস্বীক দিলেহি। দুৰ্লভ বস্তু লাভ কৰিলেও মহাপ্ৰাণ সাধু কেতিয়াও স্বাৰ্থপৰ নহয়। ২৩০

তপস্বী জালপাদে গৰ্ভ-মাংস ৰান্ধি তাৰে এভাগ দেৱদত্তক দি ভৈৰৱক পূজা কৰিবলৈ অৰণ্যলৈ পঠালে। অৰণ্যত দেৱদত্তই ভৈৰৱক মাংস-বলি অৰ্পণ কৰি মন্দিৰলৈ ঘূৰি আহি দেখে যে ইতিমধ্যে বন্ধা গোটেইখিনি মাংস তপস্বীয়ে খাই শেষ কৰিলে। ২৩১-৩২

"আপুনি গোটেইখিনি মাংস কিয় খালে?" —দেৱদত্তই এইদৰে ক'বলৈহে

---

৩. গৰ্ভস্থ ভ্ৰূণ ওলালেই শাপৰ পৰা মুক্তি।

পালে, সেই ধূৰ্ত্ত তপস্বী জালপাদে ( মাংস ভক্ষণৰ প্ৰভাৱত ) বিদ্যাধৰ হৈ তৎক্ষণাত আকাশলৈ উৰা মাৰিলে। ২৩৩

আকাশী-নীলা তৰোৱাল হাতত লৈ ডিঙিত মুক্তাহাৰ পিন্ধি আৰু বাহুত পিন্ধা কেয়ূৰেৰে সুশোভিত জালপাদ বিদ্যাধৰ হৈ আকাশলৈ উৰি যোৱাত দেৱদত্তই দুখেৰে চিন্তা কৰিবলৈ ধৰিলে—'হায়! কি দুৰ্ভাগ্য! এই পাপিষ্ঠই মোক প্ৰৱঞ্চনা কৰিলে। সঁচাকৈয়ে অতিশয় সৰলতাই সকলোকে বিপদত পেলায। ২৩৪-৩৫

এতিয়া মই কি উপাযেৰে এই প্ৰৱঞ্চনাৰ প্ৰতিশোধ লম? পাপিষ্ঠ বিদ্যাধৰ হৈ আকাশলৈ গ'ল। তাকনো মই এতিয়া কেনেকৈ ধৰিম? এই পৰিস্থিতিত বেতাল-সাধন কৰাৰ বাহিৰে মোৰ আৰু আন কোনো উপায় নাই'—ইযাকে স্থিৰ কৰি দেৱদত্ত ৰাতি বেতাল-সাধনৰ বাবে শ্মশানলৈ গ'ল। ২৩৬-৩৭

দেবদত্তই মৰিশালিত এজোপা গছৰ তলত বহি এটা মৃত শৰীৰত বেতালক আহ্বান কৰি নৰমাংসৰ বলি ( প্ৰসাদ ) আৰু তৰ্পণেৰে বেতালৰ পূজা কৰিলে। ২৩৮

এইখিনি অৰ্পণ কৰাৰ পিছতো বেতাল তৃপ্ত হোৱা দেখা নগ'ল, আনহাতে অন্য নৰমাংস অনালৈকো বেতালে অপেক্ষা নকৰে, গতিকে উপায়ন্তৰ নেদেখি নিজৰ গাৰ মঙহ কাটি বেতালক সন্তুষ্ট কৰিবলৈ দেৱদত্ত আগবাঢ়িল। ২৩৯

তাকে দেখি বেতালে মহাপ্ৰাণ দেৱদত্তক ক'লে—"বীৰ পুৰুষ! তোমাৰ মহত্ত্ব দেখি মই সন্তুষ্ট হৈছোঁ, তুমি এনে দুঃসাহসিক কামলৈ আগ নাবাঢ়িবা। মই তোমাৰ কি অভীষ্ট পূৰ্ণ কৰিব পাৰোঁ, মোক কোৱা।'—বেতালে এইদৰে সোধাত, দেবদত্তই উত্তৰ দিলে। ২৪০-৪১

—"মোক বিদ্যাধৰৰ নিবাস স্থললৈ লৈ ব'লা, য'ত বিশ্বস্ত জনক প্ৰৱঞ্চনা কৰা দুষ্ট জালপাদ আছে। তালৈ গৈ মই যাতে তাক এশিকনি দিব পাৰোঁ।" "বাৰু" বুলি শলাগি বেতালে দেবদত্তক কান্ধত তুলি নিমিষতে বিদ্যাধৰ নগৰ পোৱালেগৈ। ২৪২-৪৩

তাত উপস্থিত হৈ দেৱদত্তই দেখিলে: জালপাদে বিদ্যাধৰ বিলাকৰ ৰজা হৈ ৰাজ প্ৰাসাদৰ ৰত্ন সিংহাসনত গৰ্বত ওফন্দি বহি আছে। সেই প্ৰৱঞ্চকে বিদ্যাধৰৰ তনু লাভ কৰা বিদ্যুৎপ্ৰভাক তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে নানা চলাহি কথাৰে নিজৰ ভাৰ্য্যা কৰিবলৈ যত্ন কৰি আছে। ২৪৪-৪৫

জালপাদক দেখা মাত্ৰকে দেৱদত্ত বেতালৰ সৈতে সেইফালে চোঁচা মাৰি

গ'ল। বিদ্যুৎপ্ৰভাই দেৱদত্ত অহা দেখি আনন্দ অনুভৱ কৰিলে—যেন তেওঁৰ চকোৰৰূপী নয়নে চন্দ্ৰৰ জ্যোৎস্নাহে পান কৰিলে।[৪] ২৪৬

অকস্মাৎ দেৱদত্তক তাত দেখি ভয়ত জালপাদৰ তৰোৱাল হাতৰপৰা সৰি পৰিল আৰু সি কঁপি কঁপি সিংহাসনৰ পৰা বাগৰি মাটিত পৰিল। দেৱদত্তই মাটিত পৰা তৰোৱালখন তুলি লৈয়ো জালপাদক বধ নকৰিলে; কিয়নো মহাপ্ৰাণ পুৰুষে ভয়াতুৰ শত্ৰুৰ প্ৰতি অনুকম্পা প্ৰকাশ কৰে। ২৪৭-৪৮

বেতালে হলে জালপাদক হত্যা কৰিবলৈ তাৰ ফালে আগবাঢ়িল। দেৱদত্তই বাধা দি ক'লে—"এই অধম পাষণ্ডক বধ কৰি কি লাভ হ'ব? তুমি ইয়াক পৃথিৱীলৈ লৈ গৈ তাৰ আগৰ থকা ঠাইত পেলাই দিয়া গৈ। তাতে সি কাপালিক ব্ৰত কৰি দুখ ভোগ কৰক।" ২৪৯-৫০

দেৱদত্তই এইদৰে কৈ থাকোতে হঠাতে আকাশৰপৰা দেৱী ভৱানীৰ তাত আবিৰ্ভাৱ হ'ল। সকলোৱে আচৰিত হৈ দেৱীলৈ চালে। ২৫১

দেৱীয়ে বিনয়াবনত দেৱদত্তক ক'লে—"বৎস! মই তোমাৰ অনন্য-সাধাৰণ মহাপ্ৰাণতা দেখি পৰম সন্তুষ্ট হৈছোঁ। সেইদেখি তোমাক এই মুহূৰ্ত্তে বিদ্যাধৰ ৰাজ্যৰ ৰাজত্ব প্ৰদান কৰিলোঁ।" —ইয়াকে কৈ দেৱী ভৱানীয়ে দেৱদত্তক বিদ্যাধৰ-বিদ্যা ( অলৌকিক প্ৰভাৱ ) প্ৰদান কৰি নিমিষতে অন্তৰ্দ্ধান হ'ল। ২৫২-৫৩

বেতালে জালপাদক নি ভূ-তলত পেলাই দিলে। জালপাদ সিদ্ধিভ্ৰষ্ট হ'ল। অন্যায়-অধৰ্মেৰে লাভ কৰা সমৃদ্ধি স্থায়ী নহয়। ২৫৪

ইফালে দেৱদত্তই বিদ্যুৎপ্ৰভাৰে সৈতে বিদ্যাধৰৰ ৰাজ্য লাভ কৰি সুখ-সমৃদ্ধিৰ মাজত বাস কৰিবলৈ ধৰিলে। ২৫৫

২৯. **কনকপুৰীৰ কথা** ঃ

মৃদুভাষিণী বিন্দুৰেখাই স্বামী শক্তিদেৱক এইদৰে কৈ বুজনি দিলে—এনেকুৱা ঘটনা ঘটিয়েই থাকে, গতিকে বিন্দুমতীৰ কথামতে তেওঁ যেন নিঃসঙ্কোচে বিন্দুৰেখাৰ পেট ফালি গৰ্ভ উলিয়াই আনে। ২৫৬-৫৭

**শক্তিদেৱৰ বিদ্যাধৰত্ব লাভ ঃ**

বিন্দুৰেখাই এনেকৈ কোৱা সত্ত্বেও শক্তিদেৱৰ মনৰপৰা উক্ত কাৰ্য্য

৪. চকোৰ চৰায়ে চন্দ্ৰৰ জ্যোৎস্না পান কৰে বুলি কবি-প্ৰসিদ্ধি আছে; সুন্দৰী ৰমণীৰ চঞ্চল নয়ন যুগলক চকোৰৰ সৈতে তুলনা কৰা হয়।

যে মহাপাপ সেই ধাৰণা দূৰ নহ'ল। এনে সময়তে আকাশী বাণী হ'ল। ২৫৮

"শক্তিদেৱ! শুনা, তুমি নিঃশংকমনেৰে বিন্দুৰেখাৰ পেট ফালি গৰ্ভস্থ সন্তানৰ ডিঙিত ধৰি উলিয়াই আনা। তোমাৰ হাতৰ মুঠিত সেই গৰ্ভস্থ সন্তান এখন তৰোৱালত পৰিণত হ'ব।" ২৫৯

আকাশী বাণী শুনি শক্তিদেৱে তৎক্ষণাত বিন্দুৰেখাৰ পেট ফালি ডিঙিত খামোচ মাৰি গৰ্ভস্থ সন্তানক উলিয়াই আনিলে। ২৬০

শক্তিদেৱে ডিঙিত খামোচ মাৰি ধৰা মাত্ৰকে তেওঁৰ হাতত সেই সন্তান এখন তৰোৱালত পৰিণত হ'ল—যেন তেওঁ নিজৰ শক্তি-সামৰ্থ্যৰে লাভ কৰা ভাগ্যলক্ষ্মীৰ চুলিতহে থাপ মাৰি ধৰিছে! লগে লগে ব্ৰাহ্মণ শক্তিদেৱে বিদ্যাধৰত্ব লাভ কৰিলে। ইফালে থিতাতে বিন্দুৰেখা তাৰ পৰা অদৃশ্য হ'ল। ২৬১-৬২

তেতিয়া শক্তিদেৱে এই সকলো ঘটনা তেওঁৰ ইগৰাকী পত্নী বিন্দুমতীক কলেগৈ। ২৬৩

শক্তিধৰে দিয়া ঘটনাৰ বিৱৰণ শুনি বিন্দুমতীয়ে ক'লে—"আৰ্য্যপুত্ৰ! আমি তিনি জনী বাই-ভনী বিদ্যাধৰ সকলৰ নগৰ কনকপুৰীৰ ৰাজকন্যা। আমাৰ ভিতৰত প্ৰথমজনী কনকৰেখা; বৰ্দ্ধমান নগৰত কনকৰেখাৰ শাপান্ত হোৱা তুমি নিজেই দেখিছা। শাপ অন্ত হোৱাত বিন্দুৰেখাও নিজৰ স্থান কনকপুৰীলৈ উভতি গ'ল। বিধিৰ বিধানত এনে আচৰিতভাৱে তেওঁ শাপৰপৰা মুক্তি পোৱাৰ কথা আছিল। আৰু তৃতীয়জনী মই। মোৰ ওপৰত থকা অভিশাপৰো এতিয়া ওৰ পৰিছে; গতিকে ময়ো আজিয়েই আমাৰ প্ৰিয় নগৰ কনকপুৰীলৈ যাম। আমাৰ পূৰ্বৰ বিদ্যাধৰ শৰীৰ তাত ( মৃত অৱস্থাত ) পৰি আছে। ২৬৫-৬৭

আমাৰ বৰ বাইদেউ ( জ্যেষ্ঠা ভগিনী ) চন্দ্ৰপ্ৰভা তাতে আছে: অলৌকিক খড়্গ-সিদ্ধিৰ প্ৰভাৱত তুমিও তালৈকে আহিব পাৰিবা। কনকপুৰীত আমাৰ চাৰিওজনীকে আমাৰ বনবাসী পিতৃয়ে তোমাক অৰ্পণ কৰিব। চাৰিওজনী বাই-ভনীক ভাৰ্য্যা ৰূপে পোৱাৰ উপৰিও তুমি তাত আৰু অন্য ভাৰ্য্যাও লাভ কৰিবা আৰু বিদ্যাধৰৰ ৰাজ্যৰ ৰজা হ'বা।" ২৬৯

বিন্দুমতীয়ে এইদৰে নিজৰ বিষয়ে প্ৰকৃত সত্য প্ৰকাশ কৰাত শক্তিদেৱ তেওঁৰ কথাত সম্মত হ'ল। শক্তিদেৱ আকৌ বিন্দুমতীৰে সৈতে কনকপুৰীলৈ গ'ল; এইবাৰ কিন্তু আকাশ মাৰ্গেদি গ'ল। ২৭০

শক্তিদেৱে পূৰ্বে কনকপুৰীৰ ৰাজভৱনৰ তিনিটা মণ্ডপত তিনিখন পালেঙত তিনিটা মৃতদেহ পৰি থকা দেখিছিল; এতিয়া কনকৰেখা আৰু ভনীয়েকহঁতৰ আত্মাই নিজ নিজ শৰীৰত প্ৰবেশ কৰাত তেওঁলোক পুনৰ্জীবিত হ'ল। শক্তিদেৱে তিনিগৰাকী প্ৰিয়তমা ভাৰ্য্যা একেলগে জীৱন্ত হৈ উঠা দেখিলে। তিনিওজনীয়ে উঠি শক্তিদেৱক প্ৰণাম কৰিলে। ২৭১-৭২

এওঁলোক তিনিওৰে বৰ বায়েক চন্দ্ৰপ্ৰভাই শক্তিদেৱৰ আগমনত মাঙ্গলিক অনুষ্ঠান কৰি আছিল। শক্তিদেৱে বহুকাল নেদেখাকৈ থকাত আকুল নয়নৰ দৃষ্টিৰে চন্দ্ৰপ্ৰভাক এনেকৈ চাবলৈ ধৰিলে যেন তেওঁ নয়নেৰে চন্দ্ৰপ্ৰভাক (চন্দ্ৰৰ জ্যোৎস্না) পান হে কৰিছে। ২৭৩

শক্তিদেৱৰ পুনৰ আগমনত ৰাজভৱনৰ বিবিধ কাৰ্য্যত নিযুক্ত অন্তঃপুৰচাৰী অনুচৰবৰ্গই আৰু মহিলাসকলে শক্তিদেৱক অভিনন্দন জনালে। শক্তিদেৱ যেতিয়া চন্দ্ৰপ্ৰভাৰ শয়ন কক্ষত সোমাল, তেতিয়া চন্দ্ৰপ্ৰভাই নিজৰ চিনাকি দি ক'লে। ২৭৪

—"আৰ্য্যপুত্ৰ! তুমি বৰ্দ্ধমান নগৰত কনকৰেখা নামৰ যি গৰাকী ৰাজকুমাৰী দেখিছিলা, তাই মোৰ ভনী, নাম চন্দ্ৰৰেখা; উৎস্থল দ্বীপত দাসৰাজৰ বিন্দুমতী নামৰ যি ৰাজকুমাৰীক প্ৰথমে তুমি বিয়া কৰাইছিলা, সেইজনী হ'ল মোৰ আন এজনী ভনী শশিৰেখা, ইয়াৰ পিছত দৈত্যই অপহৰণ কৰি নিয়া বিন্দুৰেখা নামৰ যি কন্যা তোমাৰ ভাৰ্য্যা হৈছিল— তায়ো মোৰ ভনী নাম, শশিপ্ৰভা। গতিকে হে কৃতী যুৱক! তুমি আমাৰে সৈতে আমাৰ পিতৃৰ ওচৰলৈ আহাঁ। পিতৃয়ে চাৰিওজনী বাই-ভনী তোমাক অৰ্পণ কৰিব, তেতিয়া তুমি অবিলম্বে আমাক বিয়া কৰাবা।" ২৭৫-৭৮

চন্দ্ৰপ্ৰভাই কামদেৱৰ আদেশতহে যেন প্ৰগল্ভ হৈ এইদৰে, খৰ-খৰকৈ কথা কেইষাৰ ক'লে। তাৰ পিছত শক্তিদেৱে চাৰিওজনী বিদ্যাধৰ কন্যাৰ সৈতে তেওঁলোকৰ অৰণ্যবাসী পিতাকৰ ওচৰলৈ গ'ল। ২৭৯

চাৰিওজনীয়ে পিতাকক প্ৰণাম জনাই সকলো ঘটনাৰ আদ্যোপান্ত বিৱৰণ দি বিয়াৰ কথা ক'লে। চাৰি কন্যাৰ কথাৰ সমৰ্থনত সেই মুহূৰ্ত্ততে আকাশী বাণী হ'ল। তেতিয়া জীয়েকহঁতৰ কথাত বিদ্যাধৰ ৰজাৰ প্ৰত্যয় জন্মিল। আনন্দিত হৈ বিদ্যাধৰৰ ৰজাই চাৰিওজনী জীয়েকক একেলগে শক্তিদেৱলৈ বিয়া দিলে আৰু তৎক্ষণাত নিজৰ সমৃদ্ধিশালী কনকপুৰী নগৰখনো শক্তিদেৱক দান কৰিলে। ইয়াৰ পিছত বিদ্যাধৰৰ ৰজাই নিজৰ সমস্ত বিদ্যা (অলৌকিক

প্ৰভাৱ ) শক্তিদেৱক দিলে আৰু তেওঁৰ শক্তিদেৱ নামৰ সলনি শক্তিবেগ কৰি বিদ্যাধৰ জাতিৰ মাজত যথোচিত স্থানত প্ৰতিষ্ঠা কৰিলে। ২৮০-৮১

বিদ্যাধৰৰ ৰজাই আৰু ক'লে—"তোমাৰ ইমান প্ৰতাপ হ'ব যে কোনেও তোমাক পৰাজিত কৰিব নোৱাৰে। ভৱিষ্যতে বৎস দেশৰ ৰজা উদয়নৰ নৰবাহন দত্ত নামৰ পুত্ৰ জন্মিব। কালক্ৰমত সেই ৰাজকুমাৰ বিদ্যাধৰ বিলাকৰ চক্ৰৱৰ্ত্তী ৰজা হ'ব, তুমি কেৱল তেওঁৰ ওচৰত হে নতি স্বীকাৰ কৰিবা।" ২৮২

এই কেইষাৰ কথা কৈয়ে অমিত প্ৰভাৱশালী শশিখণ্ড নামৰ বিদ্যাধৰৰ ৰজাই আদৰ-সাদৰ দেখুৱাই মৰমৰ জোৱাঁয়েক শক্তিবেগক নিজৰ তপো ভূমিৰ পৰা বিদায় দি ৰাজধানীলৈ পঠালে। শক্তিবেগেও বিদ্যাধৰৰ চক্ৰৱৰ্ত্তী ৰজা হৈ চাৰিওগৰাকী ভাৰ্য্যাৰে সৈতে সকলো বিদ্যাধৰৰ গৰ্বৰ স্থলী কনকপুৰীত প্ৰৱেশ কৰিলে। ২৮৩-৮৪

কনকপুৰীৰ সুবৰ্ণ নিৰ্মিত আকাশলংঘী অট্টালিকাসমূহ উচ্চতাৰ বাবে পিণ্ডীভূত সূৰ্য্যৰশ্মি যেন হৈ পৰাত তাৰ জেউতিয়ে ঠাইখন জিলিকাই ৰৈছিল। ৰত্নেৰে বন্ধোৱা সোপান পংক্তিয়ে মনোমোহা উদ্যানৰ মাজত থকা তড়াগৰ শোভা বঢ়াইছিল—এনে হেন মনোৰম কনকপুৰীত শক্তিবেগে চাৰিওগৰাকী অপূৰ্ব সুন্দৰী ভাৰ্য্যাৰে মনৰ সুখেৰে বাস কৰি অশেষ আনন্দ অনুভৱ কৰিবলৈ ধৰিলে। ২৮৫

[ মুঃ ] বাগ্মী শক্তিবেগে এইদৰে নিজৰ বিচিত্ৰ বৃত্তান্তৰ আদ্যোপান্ত বৰ্ণনা কৰি আকৌ বৎৰাজ উদয়নক ক'লে। ২৮৬

—"বৎসৰাজ! আপুনি চন্দ্ৰবংশৰ ভূষণ। মই শক্তিবেগ নামৰ বিদ্যাধৰ। আমাৰ ভৱিষ্যৎ চক্ৰৱৰ্ত্তী ৰজা, আপোনাৰ নৱজাত পুত্ৰৰ চৰণ কমল দৰ্শন কৰিবলৈ মই ইয়ালৈ আহিছোঁ। ২৮৭

মহাৰাজ! মই সাধাৰণ মানুহ হৈয়ো মহাদেৱৰ কৃপাত বিদ্যাধৰবিলাকৰ ৰজা হ'ব পাৰিছোঁ। মই আমাৰ ভাৱী প্ৰভুক দেখা পালোঁ। মই ধন্য। এতিয়া মই নিজৰ স্থানলৈ উভতি যাওঁ। মহাৰাজ! আপোনাৰ চিৰদিন কল্যাণ হওক।" ২৮৮

—ইয়াকে কৈ শক্তিবেগে উদয়নক প্ৰণাম জনালে আৰু উদয়নে তেওঁক প্ৰস্থানৰ অনুমতি দিয়াত চন্দ্ৰতুল্য তেজস্বী শক্তিবেগ ( নিজৰ বিদ্যাৰ প্ৰভাৱেৰে ) আকাশলৈ উৰিল। তাকে দেখি স-পুত্ৰ পৰিবাৰেৰে বৎসৰাজ উদয়নে আৰু মন্ত্ৰীবৰ্গয়ো এক অনিৰ্বচনীয় পৰম আনন্দ অনুভৱ কৰিলে। ২৮৯

ইতি শ্ৰীমহাকবি সোমদেৱ ভট্ট বিৰচিত কথাসৰিৎ-সাগৰৰ চতুৰ্দাৰিকা নামৰ পঞ্চম লম্বকৰ তৃতীয় তৰঙ্গ ;

শ্লোক—২৮৯

পঞ্চম লম্বক, শ্লোক—৮২০

